# ঐতিহ্যমণ্ডিত কলীয়াবৰ



শ্ৰীলীলাধৰ বৰা

AITIHYAMONDITA KALIABOR : An illustrated book on Koliabor's history and culture published by Liladhar Borah, Kuwarital High School with the financial help of the Kaliaborians.

প্ৰকাশক :
শ্ৰীলীলাধৰ বৰা ।
কলীয়াবৰ ( ভৰালীগাওঁ )

প্ৰথম প্ৰকাশ : ১৯৭৯

ছপাশাল :
ৰূবী প্ৰেছ
নতুন বজাৰ
নগাওঁ : অসম ।

# ॥ মোৰ কৰলগীয়া ॥

বুৰঞ্জী প্ৰসিদ্ধ কলীয়াবৰৰ বুৰঞ্জী এখন লিখিবলৈ পূজনীয় শিক্ষাগুৰু ৺উপেন্দ্ৰ নাথ শৰ্মা ব্যাকৰণতীৰ্থদেৱে আমাক বহুদিন সকিয়াই থকাৰ পাচত ১৯৭৩ চনত জুন মাহৰ কোনোবা এটা দিনত বুৰঞ্জীখন লিখিম বুলি আৱশ্যকীয় কিতাপ-পত্ৰ আদি সংগ্ৰহ কৰোঁ। ইয়াৰ পাচত ১৯৭৪ চনৰ বঙালী বিহু বিশেষ সংখ্যা অসম বাণীত "আহোমৰ দিনৰ কলিয়াবৰ" নামৰ প্ৰবন্ধটিৰ প্ৰকাশে আমাৰ গ্ৰন্থখনৰ প্ৰকৃত ভেটি ৰচনা কৰিলে বুলি কব পাৰি। এই প্ৰবন্ধটিৰ ওপৰত আমি অসমৰ বিভিন্ন ঠাইৰ পৰা উৎসাহজনক মন্তব্য পাই দুগুণ উৎসাহেৰে বুৰঞ্জীখন লিখিবলৈ আৰম্ভ কৰোঁ। তাৰপাচত ১৩শ বছৰ ঃ ২২শ সংখ্যা 'গণতন্ত্ৰ' কাকতত "শ্ৰীশ্ৰীসৌভাগ্য মাধৱ দেৱালয়ৰ ইতিবৃত্তি বিচাৰি" নামৰ প্ৰবন্ধটি পঢ়ি সুপণ্ডিত শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱে আমাক আটাইবিলাক দিশ সামৰি কলীয়াবৰৰ বুৰঞ্জী এখন লিখিবলৈ অনুপ্ৰেৰণা যোগায়। তেনেকৈয়ে ৫ ফাগুন, ১৮৯১ শক ॥ ৩৬৭ সংখ্যা সাপ্তাহিক নীলাচলত প্ৰকাশ পোৱা "অসমৰ সাংস্কৃতিক বুৰঞ্জী আৰু কলীয়াবৰ" শীৰ্ষক আলোচনাটিয়েও বুৰঞ্জীখন প্ৰকাশ কৰিবলৈ প্ৰকৃত সাহস যোগায়। সেই সাহতেহে বুৰঞ্জীখন লিখিলোঁ।

গ্ৰন্থখন লিখি অতোবাৰ পাচত ইতিহাস বত্ন শ্ৰীবেণুধৰ শৰ্মাদেৱক দিওঁ আৰু তেখেতে বুৰঞ্জীখনৰ তথ্য সংগ্ৰহত আশ্চৰ্য্য প্ৰকাশ কৰে। গ্ৰন্থখনিৰ ওপৰত তেখেতৰ দিহা পৰামৰ্শ স্মৰণীয়। অসমৰ দুজনা পণ্ডিতলোকৰ অনুপ্ৰেৰণা নেপোৱাহেতেন আমি বুৰঞ্জীখন প্ৰকাশ কৰিবলৈ সাহস কৰা নহলোহেতেন।

কলীয়াবৰৰ বহুলোকে আমাক বিভিন্ন প্ৰকাৰে সহায় কৰিছে— উৎসাহ অনুপ্ৰেৰণা যোগাইছে। সেইখিনিয়েও অন্ততঃ বুৰঞ্জীখন ৰচনাত আমাক শক্তি দিছে। সেইবাবে তেখেও সকলৰ ওচৰত কৃতজ্ঞ হৈ ৰম। এই সকলৰ ভিতৰত পুৰথৰীয়াৰ শ্ৰীতুৰাকান্ত গোস্বামীদেৱে হাতেলিখা ভূঞা বুৰঞ্জীৰ টোকাটি দি আমাক যিখিনি সহায় কৰিলে তাৰ বাবে তেখেত কলীয়াবৰীয়া কিয় অসমৰ ৰাইজৰে ধন্যবাদৰ পাত্ৰ। এই ভূঞা বুৰঞ্জীখন বোলে জাবৰৰ লগত পেলাই দিয়া এখন সাঁচিপতীয়া পুথিৰ পৰা পুৰথৰীয়াৰ কোনোবা এজন ভূঞাই নকল কৰি ৰাখিছিল আৰু তাকে সংগ্ৰহ কৰি ৰাখিলে শ্ৰদ্ধেয় গোস্বামীদেৱে। শুনা যায় মূল বুৰঞ্জীখন বোলে জামুগুৰিত আছে। বুৰঞ্জীখন প্ৰকাশ পালে অসম বুৰঞ্জীৰ বহু তথ্য প্ৰকাশ হ'ব।

হাওৰাঘাটৰ শ্ৰীজীতেন বৰা, গোলাঘাটৰ শ্ৰীজীৱন দাস আৰু কলীয়াবৰৰ সৰ্ব্বশ্ৰীতিলক হাজৰিকা, পূৰ্ণানন্দ হাজৰিকা, মানিক চন্দ্ৰ খাওণ্ড, সৰ্ব্বেশ্বৰ পঞ্চানন আৰু ৺দীনবন্ধু শইকীয়া আৰু চামগুৰিৰ শ্ৰীচন্দ্ৰ কাকতিদেৱৰ উৎসাহ অনুপ্ৰেৰনা আমি কেতিয়াও নাপাহৰোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মূৰব্বী ডঃ মুকুন্দ মাধৱ শৰ্মা আৰু নগাওঁ কলেজৰ ডঃ সৰ্ব্বেশ্বৰ ৰাজগুৰুদেৱৰ সহায় সহযোগিতাৰ বাবে আমি ধন্য। ডঃ শৰ্মাদেৱে কামাখ্যা আৰু বাসুদেৱ দেৱালয়ৰ ফলি দুখনৰ অনুবাদ কৰি দি আৰু ডঃ ৰাজগুৰুদেৱে কিতাপখনৰ অধ্যায় কেইটা ক্ৰম হিচাবে লিখোৱাই আমাক যিখিনি সহায় কৰিলে তাৰ কাৰণে তেখেত সকলৰ ওচৰত আমি ঋণী হৈ থাকিম। এইসকলৰ উপৰিও অসমৰ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ সঞ্চালক, শ্ৰীবিজয় ভূষণ হাজৰিকা, বুৰঞ্জী আৰু সংগ্ৰহালয়ৰ সঞ্চালক শ্ৰীগুনীন্দ্ৰ নাথ ভূঞা, আৰু সহকাৰী উদ্ঘাটন বিষয়া শ্ৰীপ্ৰদীপ শৰ্মাদেৱৰ দিহা পৰামৰ্শৰ বাবে আমি কৃতজ্ঞ হৈ থাকিম।

কলীয়াবৰৰ বুৰঞ্জী বাস্তৱিকতে বৈশিষ্ট্যপূৰ্ণ। এই বুৰঞ্জীখনৰ তথ্য সংগ্ৰহ কাৰ্য্যত আমাৰ যথেষ্ট কষ্ট হৈছে। প্ৰকৃততে এনে এখন ঠাইৰ বুৰঞ্জী লিখিবলৈ ছবছৰ সময় বৰ কম। সেয়ে আমাৰ এই গ্ৰন্থখনি

বুৰঞ্জী বুলি নধৰি কলীয়াবৰৰ বুৰঞ্জীৰ ভেটি ৰচনাৰ চেষ্টা বুলি ক'লেহে বেছি প্ৰযোজ্য হ'ব। সেয়ে ইয়াৰ নাম দিলোঁ। "ঐতিহ্য মণ্ডিত কলীয়াবৰ।" এইয়া আমাৰ প্ৰথম প্ৰচেষ্টা। ইয়াত আমাৰ ভুল-ভ্ৰান্তি অনেক বৈ যাব পাৰে। সদাশয় পাঠকসকলে আঙুলিয়াই দিলে আমি পৰম উপকৃত হম। দুই এটা বস্তু যেনে মঠ-মন্দিৰৰ চিত্ৰ সমূহ আমাৰ প্ৰবল ইচ্ছা থকা স্বত্বেও কিতাপখনিত দিব নোৱাৰি দুখীত। তেনেকৈ বংশাৱলীবো কিছুমান বৈ গ'ল। বাইজৰ সহাঁৰি পালে দ্বিতীয় সংস্কৰণত সেইখিনি সন্নিবিষ্ট কৰিবলৈ সমৰ্থ হ'ম।

গ্ৰন্থখনি লিখাত সময়ে সময়ে হেমাহি কৰিলেও অধ্যাপক শ্ৰীউপেন বৰকটকী, গুনীন হাজৰিকা আৰু নবেন হাজৰিকা আৰু শিক্ষাগুৰু সৰ্ব্বশ্ৰী গিৰিশ চন্দ্ৰ বৰদ'লৈ আৰু হংসধৰ হাজৰিকা আৰু বন্ধু সৰ্ব্বশ্ৰী কুসুম বৰা, কনক তামুলী, ৰমণী ভটাচাৰ্য্য আৰু শ্ৰীবসন্ত কুমাৰ বৰুৱাৰ তাড়নাত আকৌ কলম লওঁ। এই সকলৰ ওচৰত আমি কৃতজ্ঞ। ইয়াৰ বাহিৰেও ৺চাকিৰাম হাজৰিকা, ৺নাৰায়ণ চন্দ্ৰ মহন্ত আৰু ৺দীনবন্ধু শইকীয়াৰ মৰণ বাণীয়েও আমাক কম অনুপ্ৰেৰণা যোগোৱা নাই। কুঁৱৰীটোল হাইস্কুলৰ প্ৰধান শিক্ষক মোৰ শিক্ষাগুৰু শ্ৰীগজেন্দ্ৰ নাথ বৰুৱাদেৱৰ সদিচ্ছা আৰু মোৰ পত্নী শ্ৰীচিত্ৰা বৰাৰ উৎসাহো সদা স্মৰণীয়। এই আটাইখিনিৰ বাবেই জন্ম পালে আমাৰ এই গ্ৰন্থখনি।

পাণ্ডুলিপিটো নকল কৰাত শ্ৰীমান ধীৰেণ বৰুৱা, ভনী শ্ৰীমতী জয়া আৰু বিজয়া আৰু শ্ৰী প্ৰদীপ হাজৰিকাই কষ্ট স্বীকাৰ কৰিছে। তেওঁলোকলৈ মোৰ মৰম থাকিল।

বেটুপাত, মধ্যযুগৰ কলীয়াবৰৰ প্ৰতিৰক্ষা ব্যৱস্থাৰ মানচিত্ৰৰ গৌৰৱ মোৰ প্ৰিয় ছাত্ৰ শ্ৰীসমীৰণ বৰুৱাৰ। বুৰঞ্জীখনি উদ্ধাৰ কৰা কাৰ্য্যতো এওঁ আমাক ভালেখিনি সহায় কৰিছে। পৰ্ব্বত-পাহাৰ আৰু হাবি-জঙ্গলৰ মাজে মাজে বুৰঞ্জীৰ সোণ চেকুৰা বোটলাও সৰ্ব্বশ্ৰী দেহ বৰুৱা, হংসধৰ হাজৰিকা, গুনীন হাজৰিকা, আৰু মিনাৰাম হাজৰিকাৰ উপৰিও এওঁ আছে। এওঁলৈ মোৰ মৰম থাকিব।

কিতাপখনিৰ বৰ্ণাশুদ্ধি চোৱাত সহায় কৰি দিছিল অধ্যাপক শ্ৰীযতীন্দ্ৰ বৰাই আৰু কিতাপখনৰ আদিৰ পৰা অন্তলৈকে জড়িত হৈ আছিল শ্ৰীক্ষিতীশ শৰ্ম্মা। তেওঁলোকলৈ কৃতজ্ঞতা থাকিল। এটা কথা, কিতাপখনক ছপা কৰোঁতে দুই এটা বৰ্ণাশুদ্ধি ৰৈ গ'ল। সেই বিলাক কিতাপখনিৰ শেষত শুদ্ধাৱলী দিয়া হৈছে। এই অনিচ্ছাকৃত দোষৰ বাবে পাঠক সকলৰ ওচৰত ক্ষমা বিচাৰিছোঁ। শেষত বাণী প্ৰেছৰ কৰ্ম্মকৰ্ত্তা সকললৈ মোৰ হিয়াভৰা শলাগ থাকিল।

কুঁৱৰীটোল হাইস্কুল। শ্ৰীলীলাধৰ বৰা।

৩ চেপ্তেম্বৰ, ১৯৭৯ চন।

## ॥ উৎসৰ্গ ॥

পৰম পূজনীয় শিক্ষাগুৰু
অসম বুৰঞ্জী আৰু কলীয়াবৰৰ
ৰূপ কথাৰ ভঁৰাল
৺ উপেন্দ্ৰ নাথ শৰ্মা ব্যাকৰণতীৰ্থ
আৰু
মোৰ পূজনীয় দেউতা
শঙ্কৰী কলাকৃষ্টি সেৱী
৺ গোবিন চন্দ্ৰ বৰাদেৱৰ
পৱিত্ৰ স্মৃতিত ।

# সূচী-পত্ৰ

# ঐতিহ্যমণ্ডিত কলীয়াবৰ

## প্ৰথম অধ্যায়

### —প্ৰস্তাৱনা—

যি ডোখৰ ঠাইৰ আমি ঐতিহ্য বিচাৰি গৈছোঁ সেই ডোখৰ ঠাইৰ বৰ্ত্তমানৰ সীমাৰেখা হৈছে — উত্তৰে বিশাল ব্ৰহ্মপুত্ৰ, দক্ষিণে কাৰ্বি আংলেং আৰু উত্তৰ কাছাৰ জিলা, পূবে শিৱসাগৰ আৰু পশ্চিমে ৰঙাগড়া আৰু ভেলেউগুৰি মৌজা। এই ঠাইডোখৰৰ নাম কলীয়াবৰ। ইয়াৰ মাটিকালি ৯৭১১৮ হেক্টৰ আৰু জনসংখ্যা ১৯৭১ চনৰ পিয়ল মতে ১০২৫২৭ জন। ই ৯৩°—৯৪° পূব দ্ৰাঘিমা আৰু ২৬°—২৭° উত্তৰ অক্ষাংশৰ মাজত অৱস্থিত। মধ্য যুগত ইয়াৰ সীমাৰেখা কিছু বেলেগ আছিল। তেতিয়া উত্তৰে ব্ৰহ্মপুত্ৰ, দক্ষিণে কাৰ্বি আংলেং, পূবে ৰাঙলীগড় আৰু কাজিৰঙ্গা হাবি আৰু পশ্চিমে চামধৰা গড়ৰ মাজৰ ভূ-খণ্ডই কলীয়াবৰ বুলি খ্যাত হৈছিল। কেতিয়াবা আকৌ কামাখ্যা পাহাৰক আশ্ৰয় কৰি থকা শ্যামলা গড়ৰ প্ৰাচীৰৰ মাজত ঠাইখণ্ডক কলীয়াবৰ বোলা হৈছিল।

যদিও মধ্য যুগৰ বুৰঞ্জীত কলীয়াবৰ নামটিৰ উল্লেখ শতেক বাৰ হৈছে তথাপি এই নামটিনো কেনেকৈ সৃষ্টি হ'ল সেই কথা আলোচনা কৰিবলৈ বুৰঞ্জীলেখক সকলৰ ভ্ৰূক্ষেপেই নহ'ল। স্বৰ্গদেউ শিৱসিংহ প্ৰদত্ত শ্ৰীশ্ৰী ৺ বাসুদেৱৰ তামৰ ফলি আৰু ভূঞা বুৰঞ্জীৰ * মাজত ঠাইখণ্ডৰ নামৰ ৰহস্য লুকাই থাকিল। ভূঞা বুৰঞ্জীৰ পৰা জনা যায় যে কছাৰী ৰজা কানাইবৰৰ (ধেমাইবৰৰ পুত্ৰ) পুত্ৰ কলিয়াবৰৰ পৰাই

---

* অপ্ৰকাশিত ভূঞা বুৰঞ্জীখন

ঠাই ডোখৰৰ নাম-কৰণ হৈছে। ইয়াৰ এটা কাহিনী আছে। ৰজা কানাইবৰে বিষ্ণুপদ ( রুদ্রপদ ) নামে ঠাইত এডোখৰ শিৱলিঙ্গ পাই তাতে শিৱ আৰাধনা কৰি সোতৰ বছৰ অতিবাহিত কৰিলে। এওঁৰে পুত্র কলিয়াবৰ, মকৰাবৰ আৰু হাতবৰ। শিৱভক্ত কলিয়াবৰে সদায় শিৱ আৰাধনা কৰিছিল আৰু তেওঁৰ কামনা সিদ্ধি হবৰ কাৰণে একে আসনতে সাতদিন সাতৰাতি বহি শিৱক আৰাধনা কৰাত শিৱ তুষ্ট হৈ সাক্ষাত হ'ল আৰু কি বৰ লাগে সুধিলে। কলিয়াবৰে তেতিয়া তেওঁৰ নামে দেশৰ ( ঠাই ডোখৰৰ ) নাম হ'ব লাগে বুলি বৰ মাগিলে আৰু লগতে ক'লে যে পুণ্যৱন্ত লোক সকল যাতে তেওঁৰ দেশত বাস কৰি তেওঁৰ নাম উজ্জ্বল কৰে। কলিয়াবৰে শিৱক তেওঁৰ নামেৰে যাতে এজোপা ডাঙৰ গছ হয় সেইটোও প্রার্থনা কৰিলে। এই প্রার্থনাত শিৱই "স্বস্তি" বুলি কলে "তোৰ নামে ময়ে এজোপা বৃক্ষ হৈ তোৰ পৰা তিনি পুৰুষলৈকে থাকিম। তোৰ পুত্র নাতিৰ নামে ঠাইখণ্ডৰ নাম হ'ব। যেতিয়া প্রসিদ্ধ লোক সকলে ইয়াত বাস কৰিবহি তেতিয়া তইঁতৰ ৰাজ্যচ্যুত হ'ব আৰু ময়ো লুপ্ত হ'ম। কিছুদিনৰ পাচত এই দেশত মহাভক্ত বাস কৰিবহি তেতিয়া তোৰ নাম উজ্জ্বল হ'ব।" এই বুলি শিৱ অন্তৰ্দ্ধ্যান হ'ল। এই শিৱৰ বৰত জন্ম হোৱা আচৰিত বৰগছ জোপাৰ পৰাই ঠাইখণ্ডৰ নাম কলিয়াবৰ বা কলীয়াবৰ হ'ল। ওপৰোক্ত কাহিনীটো সত্য হওঁক বা নহওঁক কিন্তু এটা কথা সত্য যে এজোপা বৰ ডাঙৰ বৰগছৰ পৰাই ঠাইখণ্ডৰ নাম কলীয়াবৰ হ'ল। শিৱৰ মহাভক্ত শিৱসিংহই এই বৰগছ জোপাক তাম্রফলিত শোভিত কৰালে 'নীল বট" আৰু ঠাইখণ্ডৰ নাম প্রতিষ্ঠা কৰালে — "নীল বটগ্রাম্" ( নীলবটাঙ্কালঙ্কিতং গ্রামান্তৰ )[১] ৰূপে। শুনা যায় এই বৰগছজোপা কামাখ্যা পাহাৰৰ পূব দিশে কলঙৰ কাষত থকা ৰজা বাহৰত আছিল। গছ জোপাই বহুপুৰা মাটি জুৰি আছিল আৰু তাৰ উচ্চতাও বোলে আছিল ভেৰশ হাত। বৈশিষ্ট্যপূর্ণ কথা আছিল এয়ে যে গছ জোপাৰ

---

[১] শ্রীশ্রীবাসুদেৱ দেবালয় দ্রষ্টব্য—

ডাল, পাত, গা-গছ সমস্তই ক'লা আছিল। ইতিহাস বত্ন শ্ৰীবেণুধৰ শৰ্মাদেৱে কলীয়াবৰত সোণা, ৰূপা, নীলা আৰু তাম্ৰ বৰণীয়া বৰগছ এসময়ত বহুত আছিল বুলি কয়। কলীয়াবৰৰ চিপহা সত্ৰৰ বুৰঞ্জীত কলীয়াবৰক "কালবৰ" বুলি উল্লেখ কৰা আছে। সন্দেহ নাইযে কালবৰেই কলীয়াবৰ।

আহোম ভাষাত কলীয়াবৰৰ নাম টুন্-কঙ্-ডাম্,— টুঙ =কলীয়া, কঙ্ =বৰ, ডাম্ =গছ অৰ্থাৎ কলীয়াবৰ গছৰ ঠাই।

কোনোৱে কব খোজে যে কমলেশ্বৰ সিংহৰ দিনত (১৭৯৫-১৮১১ খৃঃ) কলীয়াভোমোৰা বৰফুকনে শিলঘাটত ব্ৰহ্মপুত্ৰৰ ওপৰত দলং দিবলৈ যো-জা কৰিছিল। সেই মহা ক্ষমতাশালী বৰফুকনৰ নামেই ঠাইডোখৰৰ নাম কলীয়াবৰ হৈছে। ই তেনেই অবাস্তব কথা কাৰণ এই কলীয়াভোমোৰাৰ বহু পূৰ্ব্বৰে পৰাই ঠাইডোখৰে কলীয়াবৰ ৰূপে প্ৰসিদ্ধি লাভ কৰি আহিছে। মাত্ৰ শিৱসিংহই তাম্ৰফলিত নামটি লিখোৱাই অদ্ভুত গছজোপাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিলে।

এটি প্ৰবাদ পুৰুষে পুৰুষে চলি আহিছে। প্ৰবাদটি হৈছে— দ্বাৰকাৰ শ্ৰীকৃষ্ণই কুণ্ডিল কুঁৱৰী ৰুক্মিণীক হৰণ কৰিবলৈ আহি যি জোপা বৰগছৰ তলত জিৰাইছিলহি সেই গছজোপাৰ নাম হয় কলীয়াবৰ। কিন্তু এইটো কিমান দূৰ সত্য কব নোৱাৰো কাৰণ এটা কথা ব্ৰহ্মপুত্ৰৰ উত্তৰ কুলৰ লগতহে আৰ্য্যাবৰ্ত্তৰ ওচৰ সম্বন্ধ। সেই দৃষ্টিকোণৰ পৰা শ্ৰীকৃষ্ণৰ কুণ্ডিল যাত্ৰা নিশ্চয় উত্তৰ ফালে হোৱাটোহে বেচি সম্ভৱ। ইতিমধ্যে এল ডব্লিউ চেক্স্‌পিয়েৰে কুণ্ডিলৰ পৰা ডফলা পাহাৰৰ কাণে কাণে মধ্যভাৰতলৈকে যিটো গড় আৱিষ্কাৰ কৰিছে সেই গড়টিয়ে আমাক ভাবিবলৈ বাধ্য কৰিছে যে শ্ৰীকৃষ্ণৰ কুণ্ডিল যাত্ৰা সেই পথেদিহে হোৱাটো সম্ভৱ। অন্য হাতেদি বিদৰ্ভ ৰাজ্যখনো এক প্ৰশ্নৰ বিষয় ৰূপেই আছে। এনেক্ষেত্ৰত শ্ৰীকৃষ্ণই ৰুক্মিনীক হৰণ কৰিবলৈ আহি বা হৰণ কৰি উভতি আহি কলীয়াবৰৰ বৰগছৰ তলত জিৰণি লোৱা কথাটি পোনে পোনেই মানি লব নোৱাৰি। অন্য হাতেদি কাব্যিক দৃষ্টিকোণ আৰু ইতিহাস দুয়োটাই সুকীয়া কথা।

কলীয়াবৰ অসমৰ মধ্যস্থলত অৱস্থিত। পূব ফালে থকা কাজিৰঙাৰ অটব্য হাবি, উত্তৰ ফালে থকা ব্ৰহ্মপুত্ৰ, দক্ষিণৰ পাহাৰ-কন্দৰ, নানা নৈ জান-জুৰি, মাজত হাবি-বন আৰু সহস্ৰ ধাৰাৰ কলঙেৰে কলীয়াবৰ দুৰ্গম। আৰু বেছি দুৰ্গম কৰিলে মধ্যযুগৰ নানা গড়-প্ৰাচিৰ আৰু কোঠে।

পুৰণি যুগত কলীয়াবৰৰ প্ৰায় মাজেদিয়েই স্বৰ্ণশ্ৰী (স্বৰ্ণদী বা সোৱণশিৰী) আৰু ব্ৰহ্মপুত্ৰৰ সম্মিলিত সোঁতা বৈছিল। নগাঁৱৰ সোণাই নৈয়েই এই সোঁতা আছিল।[২] আনন্দ আগৰৱালাদেৱে শিলঘাটৰ দুই মুনি শিলাৰ পূবে এই নদী প্ৰবাহিত হোৱাৰ কথা অসমৰ পুৰাবৃত্ত উল্লেখ কৰিছে[৩] আৰু তেখেতে কৈছে যে স্বৰ্ণশ্ৰীৰ পশ্চিমে চ্যৱন মুনিৰ আশ্ৰম। আজিৰ জয়সাগৰ স্বৰ্ণশ্ৰীৰে সোঁতা আছিল বুলি অনুমান হয়। পুৰাণৰ দিক্কু বা দিখৌ বৰ্ত্তমানৰ মাজুলীৰ দক্ষিণে ব্ৰহ্মপুত্ৰৰ সৈতে একে ধাৰা হৈ প্ৰবাহিত হৈছিল। আজিৰ নগাঁৱৰ কলং এই দিখৌৰে সুঁতি আছিল।[৪]

এই ঠাইৰ পূব, দক্ষিণ, আৰু উত্তৰৰ পাহাৰ সমূহ বাদ দিলে বাকী অংশ সমান। এই সমতল ভূমিৰ মাজেদি নৈ, জান, জুৰি বৈ গৈছে। এসময়ত সমতলৰ বেছি ভাগ ঠাই বৰ বৰ আঁহত, বাঁহ, বিৰিণা, খাগৰি, খেৰ আৰু ঝাৰনিৰে ভৰা আছিল। খৰালি এই বিলাকত বন্যজন্তুৰ অবাধ-গতি। বাৰিষা এই ঠাইত পানীৰ অত্যাচাৰ বেছি কাৰণে পাহাৰৰ নামনিৰ ওখ ঠাইত মানুহৰ বসতি আছিল। চিকনি, সলাল, বৰজুৰি উদমাৰি আদি ঠাইত পাহাৰৰ কাণৰ ওখ ঠাইত মানুহৰ বসতিৰ উমান পোৱা হৈছে।

বৰ্ত্তমান কলীয়াবৰ তথা নগাঁৱৰ বুকুৰে যে এদিন সহস্ৰ ধাৰেৰে কলং বৈছিল তাৰ প্ৰমাণ আজিৰ মৰিকলং, পোতাকলং, ভেৰভেৰি, পোতনি আদি ঠাই। কলীয়াবৰৰ কোনো কোনো ঠাইত ৬ মিঃ/ ৯ মিঃ ৰ তলত

[২] আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী— অসম সাহিত্য সভা পৃঃ ২৮৩

[৩] ” ” ” ” ” ” ” পৃঃ ৩৭৭

[৪] ” ” ” ” ” ” ” পৃঃ ৩৭৬

প্ৰকাণ্ড প্ৰকাণ্ড কাঠৰ টুকুৰাই একালত যে সেইবোৰ ঠাই ব্ৰহ্মপুত্ৰৰে লীলাভূমি আছিল সেই কথাৰ প্ৰমাণ ডাঙি ধৰে। খাগৰিজান, জলাহ আৰু পোতনিৰ মাজত গাওঁ স্থাপন হৈ সেই বুৰঞ্জী পাহৰাই ৰাখিছে। বহু ধাৰাৰ ফলং এসময়ত যোতয়া গভীৰ অথচ ধীৰ জলধাৰাৰে নৰ্গাৱৰ বুকুৰেদি বৰলৈ ধৰিলে তেতিয়া তাৰ কাষে কাষে স্থাপন হবলৈ সুবিধা পালে নানা গাওঁ।

· বাৰিষাৰ লগে লগে ব্ৰহ্মপুত্ৰৰ পানী আৰু লগতে মিছা, দিজু, আৰু সিফালে কাজিৰঙা অঞ্চলৰ দেওপানী, দিফলু আৰু কাঞ্চন জুৰিয়ে কলীয়াবৰৰ মাজ আৰু পূব অঞ্চল কৰিছিল জলময় আৰু লগতে এই নৈ সমূহে লৈ আহিছিল বিবিধ মাছৰ সম্ভাৰ।

উপক্ৰান্তিয় অঞ্চলত পৰাৰ কাৰণে এই ঠাইৰ জলবায়ু যদিও শুকান আৰু চৰম হব লাগিছিল উত্তৰে হিমালয় থকাৰ বাবে দক্ষিণ-পশ্চিম জলবায়ুৰ প্ৰভাৱত সেমেকা আৰু সমভাৱাপন্ন হ'ল। এসময়ত যদিও ঠাই ডোখৰত কলেৰা, হাইজা, গ্ৰহণী আৰু ক'লাজ্বৰৰ প্ৰকোপ চৰা আছিল আজি অৱশ্যে সেই জলবায়ু নাই। সেই ৰোগত আক্ৰান্ত হৈ বহু পৰিয়াল উচ্ছন্ন হৈ গৈছিল।

প্ৰাকৃতিক সৌন্দৰ্য্যত কলীয়াবৰ অনুপম আছিল। ফৰকাল বতৰত উত্তৰৰ হিমালয়ৰ অতুলনীয় শোভাই কলীয়াবৰীয়াৰ প্ৰাণত পুলক জগায়। তাৰ উচ্চ শৃঙ্গবিলাকত যেতিয়া সূৰ্য্যৰ কিৰণ পৰে তেতিয়া সেইবিলাক হীৰা কি মুকুতাৰ দৰে জিলিকি উঠে—বৈকুণ্ঠৰ দ্বাৰৰ সৃষ্টি কৰে। ইয়াৰ পাহাৰৰ পদ প্ৰান্তত কোমল সেউজীয়া ঘাঁহ বনে শ্যামল শয্যাৰ সৃষ্টি কৰে — বুটাবচা দলিচা পাৰি দিয়ে। ইয়াৰ কাষত বিশেষকৈ চিকনিকৈ ধাৰি দক্ষিণ - পশ্চিমৰ সুউচ্চ পাহাৰ সমূহে ধ্যানী যোগীৰ ৰূপ সানি দিয়ে। ফলত কলীয়াবৰীয়াৰ মনত সাত বং চটিয়ায়; সোণালী ধাননি পথাৰ আৰু অৰণ্যৰ বিজ্ঞাপন শ্যামল শোভাই কলীয়াবৰক কৰি তোলে অমৰাৱতী।

উত্তৰৰ কামাখ্যা পাহাৰ সাগৰ পৃষ্ঠৰ পৰা আঠশ ফুট ওখ। এই

পাহাৰৰ লগতে হাতীমূৰাই এক দুৰ্ভেদ্য কূলৰ সৃষ্টি কৰিছে কিন্তু কুকুৰা কটা আৰু হাতীমূৰাৰ মাজৰ কোমল সমতল ভূমিয়ে বিশাল ব্ৰহ্মপুত্ৰৰ গতি উন্মুখ আৰু উন্মুক্ত কৰি দিছে।

অসমৰ যি কোনো ঠাই বা যি কোনো জাতিৰ সংস্কৃতিৰ মাজত আৰ্য্য-অনাৰ্য্য সংস্কৃতিৰ সমন্বয় ঘটা দেখিবলৈ পোৱা যায়। বিচিত্ৰ ভৌগোলিক পৰিবেশৰ কাৰণে বিভিন্ন জন গোষ্ঠীৰ উমান কলীয়াবৰতো পোৱা গৈছে। অষ্ট্ৰিক, তিব্বত-বৰ্মী, বড়ো-কছাৰী আদি জাতিৰ যে কলীয়াবৰ এসময়ত বসতিস্থান আছিল সেই কথা সত্য বুলি অনুমান হয়। কলং শব্দটি বনমালৰ তামৰ ফলিত উল্লেখ আছে আৰু এই শব্দটি অষ্ট্ৰিক "ক্লং" ( শব্দকৰা )-ৰ পৰা উদ্ভৱ হৈছে বুলি ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰী দেৱে অভিমত দিছে।[৫] নৱম-দশম শতিকাৰ পৰা শালস্তম্ভ, ব্ৰহ্মপাল আৰু ত্ৰয়োদশ শতিকাত বড়ো-কছাৰী, ভূঞা, টাই-আহোম আদি জাতি আহি কলীয়াবৰৰ বুৰঞ্জীত ৰেখাপাত কৰিছে।

পৌৰাণিক যুগলৈ যদি এবাৰ চাই পঠাওঁ তেতিয়া আমি দেখিবলৈ পাম যে কামাখ্যা পাহাৰ অঞ্চলত বকাসুৰে ৰাজ্য পাতিছিল। সিফালে আকৌ দেখা পাম কণ্বাকাশ্ৰম, চ্যৱন মুনিৰ আশ্ৰম, চ্যৱনৰ মানস পুত্ৰ কমুদ আৰু কৌস্তুভৰ আশ্ৰম আৰু বৰ্ত্নাই সুঁতি।

ঐতিহাসিক ভাবে প্ৰাচীন কামৰূপৰ কথা খ্ৰীঃ পূঃ ১ম-২য় শতিকা মানৰ পৰাহে জানিব পাৰি। এই কাল ছোৱাত অসম উপত্যকাত তিব্বত-বৰ্মীৰ ফৈদৰ প্ৰাধান্যই বেছি দেখা যায়।[৬] ৭ম শতিকাৰ পৰা অৰ্থাৎ ভাস্কৰ বৰ্মনৰ লগত কলীয়াবৰৰ সম্বন্ধ যদিও আছিল তাৰ কোনো চিন মোকাম নাই কিন্তু তেওঁৰ পিচত কামৰূপত যি শালস্তম্ভ বংশৰ ৰজাই ৰাজত্ব কৰিছিল সেই ৰজা সকলে কলীয়াবৰত এক ৰেখাপাত কৰি গৈছে। এই ৰজা সকলে প্ৰাগজ্যোতিষৰ পৰা শোণিতপুৰলৈ ৰাজধানী তুলি অনাৰ পাচৰে

[৫] History of the civilization of the people of Assam. Dr. P. C. Choudhuri—page—338

[৬] ইতিহাসৰ পাত মেলি ( প্ৰথম খণ্ড ) ডঃ সৰ্বেশ্বৰ ৰাজগুৰু পৃঃ ৩৫

পৰা কলীয়াবৰৰ বুৰঞ্জীৰ ধাৰাও নতুন ৰূপেৰে বৰলৈ ধৰিলে। এই বংশৰ ৰজা সকল আছিল "কামেশ্বৰ মহাগৌৰী" ৰ উপাসক। এওঁলোকৰ ৰাজধানী বৰ্ত্তমান তেজপুৰৰ পৰা কিছু পূৰত আছিল। ৰাজধানী স্থাপন হোৱাৰ কাৰণে তেওঁলোকে ওচৰতে অৰ্থাৎ শিলঘাটৰ কামকুট পাহাৰত কামাখ্যা মন্দিৰ স্থাপন কৰিছিল। বনমালদেৱৰ ( ৮৩৫ — ৮৬০ খৃঃ ) তামৰ ফলিত এই মন্দিৰৰ লগতে দেশত অসংখ্য মন্দিৰ নিৰ্মাণ কৰোৱাৰ কথা সংকেট দিছে আৰু দিছে সেই মন্দিৰ সমূহৰ পৰা ওলোৱা মন্ত্ৰধ্বনিৰ কথা। কামাখ্যা পাহাৰৰ মন্দিৰ স্থাপনত যি ভগ্ন শিলাখণ্ড পোৱা হৈছে সেই সমূহ নৱম - দশম শতিকাৰ বুলিয়েই বিশ্বাস হৈছে। ভগ্ন ভূমি আমলক, অঙ্গশিখৰ আৰু বিশ্বপদ্মই সেই বাৰ্ত্তা বহন কৰি আছে। তাম্ৰফলিত ৰাজধানী হাৰুপেশ্বৰবাসী, ব্ৰহ্মপুত্ৰ, ৰাজকীয় নৌ-বাহিনী, পদাতিক আৰু অশ্বাৰোহী সৈন্যৰ বৰ্ণনাৰ লগতে কামকুট পাহাৰটিৰো এটা ধুনীয়া বৰ্ণনা দিছে। ফলিত লিখা আছে যে যি কামকুটত শিৱ আৰু গৌৰীৰ মন্দিৰ স্থাপিত সেই পাহাৰ ব্ৰহ্মপুত্ৰৰ পানীয়ে অহৰহ প্ৰক্ষালন কৰি পবিত্ৰ হৈছিল। বনমালে তেওঁৰ ৰাজ্যত অসংখ্য পদুম পুখুৰী নিৰ্মাণ কৰোৱাৰ কথা তামৰ ফলিত উল্লেখ আছে।[১]

শালস্তম্ভ বংশৰ পাচত আহিল ব্ৰহ্মপাল বংশ। এওঁলোকৰ দিনত ৰাজধানী পুনৰ প্ৰাগজ্যোতিষলৈ তুলি নিয়াত কলীয়াবৰৰ লগত এই ৰাজবংশৰ কেনে প্ৰভাৱ পৰিল সেইয়া জানিবৰ উপায় নাই।

মধ্যযুগৰ আদি ভাগৰ বুৰঞ্জী স্পষ্ট নহয়। জোঙালবলহু, ৰামৰজা বা আঁৰিমত্তৰ কথা এতিয়াও সম্পূৰ্ণ পোহৰলৈ অহা নাই; কিম্বদন্তীৰ আঁৰতে লুকাই আছে। জনা যায় ৰামচন্দ্ৰৰ সুন্দৰী ভাৰ্য্যা ৰত্নমালাক ব্ৰহ্মপুত্ৰই ( লৌহিত্যকুলৰ ব্ৰাহ্মণ ) বিয়া কৰাইছিল। এওঁলোকৰ লৰা আঁৰিমত্ত। আঁৰিমত্তই পশ্চিমত ৰাজ্য পাতিছিল। তেওঁৰ হাততে পিতৃ ৰামচন্দ্ৰ বধ হ'ল। এই পিতৃবধী আঁৰিমত্তক কমতাপুৰৰ ফেঙ্গুৱাই বধ কৰে। ফুঞা বুৰঞ্জীৰ পৰা জানিব পাৰি যে আঁৰিমত্ত প্ৰতাপপুৰ ৰাজ্যৰ

[১] Early History of Kamrupa. K. .L Boruah, Page 98-99

ৰজা মায়ামত্তৰহে পুতেক। পিতৃহত্যাৰ বাবে আঁৰিমত্তৰ মহাপাপ হ'ল। এই মহাপাপ খণ্ডন কৰিবৰ কাৰণ তেওঁ ব্ৰহ্মপুত্ৰৰ কাষত যিভোখৰ ঠাইত ঈশ্বৰ উপাসনা কৰিছিল তাতে পুতেক জোঙাল বলহুৱে বধ কৰিলে। তাৰেই চিন আঁৰিকাটি মুখ।

আহোমসকলে বৰ অসমৰ পাতনি মেলাৰ সময়তে কলীয়াবৰত ভূঞাসকলৰ বসতি বিস্তাৰ হয়। এওঁলোকে কলীয়াবৰীয়া সভ্যতা-সংস্কৃতিত কম বেখাপাত কৰা নাই। স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনত মোমাই তামুলী বৰবৰুৱাই পূৰ্বথৰীয়া আৰু চতিয়ালত গাওঁ পাতি দিছিল দুশ দুশ ঘৰ পুৰাই আৰু তেতিয়াই তেওঁ নগাওঁখনো পাতিছিল কলীয়াবৰৰ পৰা মানুহ নি। ইয়াৰে অৰ্থাৎ পূৰ্বথৰীয়াৰ সনাতন ভূঞাক জয়ধ্বজসিংহৰ দিনত ভৰালীবৰুৱা আৰু বৰফুকনে দৰঙৰ ন-দুৱাৰত গাওঁ পতাৰ ভাৰ অৰ্পণ কৰিছিল। এইখিনি কথা ভূঞা বুৰঞ্জীত পৰিস্কাৰকৈ পোৱা যায়।

আহোম আগমন কলীয়াবৰৰ বুৰঞ্জীৰ বাবে কম গুৰুত্বপূৰ্ণ নহয়। কোচ আৰু মুছলমান আক্ৰমণৰ পৰা নিজৰ ৰাজ্যখন ৰক্ষা কৰিবলৈ আহোম স্বৰ্গদেউসকলে কলীয়াবৰক প্ৰতিৰক্ষাৰ সকলো দিশ দৃঢ় কৰি তুলিছিল। নানা গড়, কোঠ, আলি পুখুৰীৰে এই ঠাইখনক বিশেষ ভাবে সজাই পৰাই তুলিছিল যাৰ কাৰণে আহোম ৰাজ্যত নিৰাপত্তা আছিল।

স্বৰ্গদেউ চুহুংমুঙ (১৪৯৭— ১৫৩৯ খৃঃ)ৰ দিনৰ পৰাই বিদেশী আক্ৰমণে আহোম ৰাজ্যত আঘাত হানে। তুৰ্ব্বক খানৰ আক্ৰমণ সোতৰবাৰ মুছলমান আক্ৰমণৰ ভিতৰত প্ৰথম ডাঙৰ আক্ৰমণ। এই ৰণত মূলাগাভৰু আৰু তেওঁৰ স্বামী উভয়ে কলীয়াবৰতে বধ হয়। মুছলমান সৈন্যই গড়গাওঁ অধিকাৰ কৰিব নোৱাৰিলে। দুই-মুনি শিলাৰ ওচৰত হোৱা ৰণতে তুৰ্ব্বকৰ অজেয় শক্তি ধ্বংস পালে। অসমৰ সুযোগ্য সেনাপতি কনচেঙে মুছলমানক খেদি নি কৰতোয়াৰ সিফাল কৰি দিলেগৈ। এই সময়ত সলাগড়ে বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। তুৰ্ব্বকৰ ৰণ প্ৰকৃততে কলীয়াবৰৰে ৰণ আছিল।

চুখাংফাৰ দিনত (১৫৫২— ১৬০৩ খৃঃ) সলাত গড় বন্ধাই তাত স্থায়ী কোঠ নিৰ্মাণ কৰাইছিল। এওঁৰ দিনতে কলীয়াবৰত শাসনকৰ্ত্তা সলাল গোঁহাই পদবীৰ সৃষ্টি হয়।

প্ৰতাপ সিংহৰ (১৬০৩— ১৬৬১ খৃঃ) ৰাজত্বকাল কলীয়াবৰৰ বুৰঞ্জীৰ বাবে কম উল্লেখযোগ্য নহয়। এওঁৰ দিনত মুছলমানৰ আক্ৰমণে তীব্ৰ ৰূপ ধাৰণ কৰাত সেই আক্ৰমণ বাধা দিবলৈ ইয়াৰ পাহাৰ আৰু বিশাল ব্ৰহ্মপুত্ৰক লগাই প্ৰকাণ্ড গড়-প্ৰাঞ্চি নিৰ্মাণ কৰাইছিল। তেৱেঁই নিৰ্মাণ কৰাইছিল কলীয়াবৰৰ পশ্চিমত পাহাৰ সদৃশ চামধৰা গড়— আহোম ৰাজ্যৰ ধৰণী আৰু লগতে নিৰ্মাণ কৰাইছিল আলি, পুখুৰী আৰু দুৰ্ভেদ্য কোঠ। তেওঁৰ দিনতে শ্যামলা গড়ৰ কোঠ, মিছা কোঠ, দিজু কোঠ, সালনা পাহাৰৰ কোঠ, পোতাকলঙৰ কোঠ— আৰু নিৰ্মাণ হৈছিল ৰাঙলীগড়, সলাগড়, আৰু কেচু কাটিগড়। ইয়াৰ ভিতৰত দিজু, পোতাকলঙ, আৰু সালনা পাহাৰৰ কোঠাৰ চিন-মোকাম নাই।

মুছলমানক হাজোৰ পৰা বাহিৰ কৰি দিয়াৰ পাচত কলীয়াবৰৰ পৰা ভাটিৰ ফালে জয় কৰা দেশখণ্ড শাসন কৰিবলৈ বৰফুকনৰ পদ সৃষ্টি কৰাটো মন কৰিবলগীয়া কথা। প্ৰথম বৰফুকন লাঙি পানিসিয়া। আকৌ কলীয়াবৰৰ উজনিত বুঢ়াগোঁহাই, বৰগোঁহাই আৰু বৰপাত্ৰ গোঁহাইৰ শাসনৰ বাহিৰত থকা ঠাইখিনি শাসন কৰিবলৈ সৃষ্টি হ'ল বৰবৰুৱা পদৰ। প্ৰথম বৰবৰুৱা মোমাই তামুলীৰ গাঁও সংগঠনৰ স্মৃতি এই ঠাইৰ পৰা হেৰাই যোৱা নাই। তেওঁ গাওঁবিলাক পুনৰ সংগঠন কৰি এটি সুস্থ আৰু স্থায়ী আৰ্থিক ভেটিত প্ৰতিষ্ঠা কৰিলে। গাঁওবিলাকৰ শাসনৰ একোটা সৰু বিভাগ হিচাবে সুবিধাজনক ভাবে গঢ়ি তুলিলে। মুঠতে এক শৃঙ্খলাবদ্ধ শাসন প্ৰবৰ্ত্তন কৰি অসমীয়া জাতিক এটি শক্তিশালী জাতিৰূপে গঢ়ি তুলিবলৈ প্ৰতাপসিংহ যে সমৰ্থ হৈছিল তাৰ সকলো কৃতিত্ব কেৱল মোমাই তামুলী বৰবৰুৱাৰ।

জয়ধ্বজসিংহৰ (১৬৪৮ — ১৬৬৩ খৃঃ) ৰাজত্ব কাল ৰণবিগ্ৰহ আৰু সাংস্কৃতিক বিকাশ উভয় ক্ষেত্ৰতে কলীয়াবৰৰ কাৰণে গুৰুত্বপূৰ্ণ।

তেওঁৰ দিনতে মীৰ্‌জুমলাৰ অসম আক্ৰমণ। দিল্লীৰ বাদচাহ ঔৰঙ্গজেবে ভাৰতৰ পূব প্ৰান্তত মোগলৰ হেৰোৱা গৌৰৱ উদ্ধাৰ কৰিবলৈ বঙ্গৰ গৱৰ্ণৰ মীৰজুমলাক ১৬৫৯ চনত পঠাই দিলে। এই আক্ৰমণ অসমীয়া সৈন্যৰ বাবে অভূতপূৰ্ব্ব। এই আক্ৰমণত অসমীয়া সৈন্য তিষ্ঠিব নোৱাৰি হাতীচলা আৰু বৰিতলাৰ পৰা আহি যোগীঘোপা পালেহি। তাৰ পৰাও আকৌ আমাৰ সৈন্য ভাগি আহি শৰাইঘাট, পাণ্ডু, হাজো আৰু কাজলী পালেহি। তাৰো পৰা আহি কলীয়াবৰ পালেহি। অসমীয়া সৈন্যই শেষ ৰণ দিবলৈ দুৰ্জয় শ্যামলা গড় আৰু চামধৰাত আহি গোট খালেহি। আহোমৰ এনে বিপৰ্য্যয়ত ৰজা বৰ আচৰিত হ'ল। তেওঁ সেনাপতি সকলক সালসলনি কৰিলে। ৰজা শহুৰক বৰফুকনৰ পদৰ পৰা আঁতৰাই কলীয়াবৰলৈ পঠালে। বনকুকীয়া বৰগোঁহাইক উত্তৰ কূলৰ সৈন্য বাহিনীৰ বৰ-সেনাপতি পাতিলে আৰু তেওঁক সহায় কৰিবলৈ থাকিল কেন্দুগুৰীয়া বৰপাত্ৰ গোঁহাই, বাদুলীফুকন, টিপাম ৰজা আৰু দিহিঙ্গীয়া ৰাজখোৱা। দক্ষিণকূলত নিয়োগ কৰিলে ঘোঁৰাকোৱৰক বৰসেনাপতি ৰূপে আৰু তেওঁক সহায় কৰিবলৈ থাকিল বাঁহগড়ীয়া (বাঁহবৰীয়া) বুঢ়াগোঁহাই, নামনিয়াল ৰজা শহুৰ বৰচেতীয়া, ৰূপ সন্দিকৈ, শদিয়া খোৱা গোহাঁই, চাৰিং ৰজা, লাহন শলগুৰীয়া ৰাজখোৱা, নামদঙ্গীয়া ৰাজখোৱা আৰু অন্যান্য বিষয়া। বাঞ্চা গোঁহাইৰ পুতেক হৰিডেকা আৰু চাওচিৎ এই তিনিজনক সলা কোঠ মেৰামতি কৰিবলৈ আদেশ দিলে।

১৬৬২ চনৰ ৪ ফেব্ৰুৱাৰী তাৰিখে মীৰজুমলাই গুৱাহাটী দখল কৰি বিজয় উল্লাসে উত্তৰ কূলেদি আহি চামধৰা পোৱাৰ আধা বাটতে দক্ষিণ পাৰলৈ যাত্ৰা কৰিলে। দক্ষিণ পাৰত খেদাখোৱা ৰজা শহুৰ ৰজাৰ প্ৰতি অসন্তুষ্ট হৈ নগাঁৰৰ ভোটাই ডেকাৰ সৈতে সহযোগ কৰি মুছলমানক মধ্য অসমলৈ যাবলৈ বাট দেখুৱাই দিলে। বঙ্গৰ চাৰিজন সেনাপতি ভৱনাথ, ভৱানন্দ, ভৱদেৱ আৰু ভোলানাথে বাৰজন গুপ্তচৰ লৈ কলঙৰ দক্ষিণে দিজুনৈৰ মুখেদি আগবাঢ়িল আৰু গড় আক্ৰমণ কৰিলে। এই ঠাইৰ অসমীয়া সেনা দুৰ্গৰ পৰা ওলাই সলা কোঠলৈ লৰ মাৰিলে।

মীৰজুমলা দক্ষিণ কূললৈ ৰাওনা হে ৱাৰ লগে লগে প্ৰতিৰক্ষাৰ সমস্ত ভাৰ দক্ষিণকূলৰ ওপৰতে পৰিল। মুছলমানৰ এটা সৈন্যবাহিনী দিজুনৈৰ ওচৰৰ পোতাকলঙত প্ৰবেশ কৰিলে।

সেনাপতি দিলেৰখাঁই দক্ষিণপাৰে উজাই শ্যামলা গড় পালেহি। এই দুৰ্জয় গড় ভেদকৰা বৰ সহজ নাছিল কিন্তু বাদুলী ফুকনৰ বিশ্বাস-ঘাটকতাত এই কোঠ অধিকাৰ কৰিলে। মীৰজুমলাই নাতি এজনক কিচেনচিঙৰ তলত চামধৰাত ৰাখি কলীয়াবৰলৈ আহি তিনদিন থাকি সকলো থান-থিত লগাই চৈয়দ নাচিকদ্দিনক এই ঠাইৰ ফৌজদাৰ পাতিলে। ১৬৬২ চনৰ ৩ মাৰ্চ্চ তাৰিখে সাতশৰো অধিক অসমীয়া সৈন্যই কুকুৰাকটাৰ ওচৰত ভীষণ আক্ৰমণ চলালে কিন্তু পৰ্ত্তুগীজবিলাকে কামান আৰু বন্দুকেৰে অসমীয়া সৈন্যৰ মাজত হৈ-চৈ লগাই দিলে। এইখনেই এখন ডাঙৰ নৌ যুদ্ধ। অসমীয়া সৈন্যৰ এই ৰণ পৰাজয়ে অসমৰ দুৰ্ভাগ্য মাতি আনিলে। বাদুলী আৰু উত্তৰকূলৰ সেনাপতিহঁতৰ বিশ্বাসঘাটকতাৰ বাবে কলীয়াবৰত আহোমৰ পৰাজয় ঘটিল।

সামৰিক পৰাজয়ৰ গ্লানি ভোগ কৰিলেও জয়ধ্বজ সিংহই সাংস্কৃতিক অৱদানেৰে আমাৰ জাতিৰ বুৰঞ্জী ধন্য কৰিলে। এওঁৰ দিনতে আমগুৰি কৰতিপাৰ পুৰণি সত্ৰ স্থাপন হয় ৰজাই খাট দি পাতে এই সত্ৰ। ভলাগুৰি (ভেদেলি ভঁৰাল) সত্ৰৰো স্থান তেওঁৰ দিনতে নিৰ্বাচন হয়। তেওঁৰ দিনতে নতুৰাৰত গাওঁ পতোৱাৰ দিহা কৰা হৈছিল। এওঁৰ দিনতে ভৰালী বৰুৱা কলীয়াবৰৰ ৰাজভঁৰালৰ গৰাকী আছিল। ভলাগুৰি সত্ৰৰ বুৰঞ্জীত এইখিনি কথা ডাঙি ধৰা হৈছে। দক্ষিণপাট সত্ৰৰ বনমালী দেৱকো তেওঁৱেই আনি পাতিছিলহি।

চক্ৰধ্বজ সিংহৰ ৰাজত্বকালত (১৬৬৩—১৬৭০ খৃঃ) কলীয়াবৰৰ বুৰঞ্জীত ৰেখাপাত কৰি গৈছে এওঁৰ দিনতে কলীয়াবৰ আৰু বেছি বিখ্যাতহৈ পৰিল। প্ৰথম ৰণ জয়ৰ আগে আগে তেওঁ কলীয়াবৰলৈ আহি চিকনি পাহাৰত লগাই কুকুৰাকটা পাহাৰৰ পৰা কলঙৰ মূৰে গড়-বন্ধালৈ আৰু বাহৰ কৰালে।

এইজনা ৰজাৰ দিনতে গোটেই অসম জুৰি যি পানীৰ আকাল হৈছিল [illegible] আকাল গুচাবৰ কাৰণে ভৰালী বৰুৱাই জয়সাগৰৰ পাৰত পুখুৰী খন্দোৱাই ৰাইজৰ পানীৰ হাঁহাকাৰ গুচাইছিল। আকৌ শৰাইঘাট ৰণত লাচিতৰ ছাঁ হৈ যুদ্ধত ব্ৰতী আছিল ইয়াৰে সুধাই খৰঙ্গী। শুনা যায় শৰাইঘাট ৰণৰ সময়ত বহুতো ফুকনে লাচিতৰ বিপক্ষাচৰণ কৰিছিল আৰু সেইবাবে লাচিতৰ অদ্ভুত পৰিশ্ৰমত স্বাস্থ্য ভাগি পৰিছিল। গুৱাহাটীৰ নৌ যুদ্ধত নাৱলৈ উঠোঁতে লাচিতে সুধাই খৰঙ্গীৰ কান্ধত ধৰিহে উঠিছিল।[৮] শৰাইঘাট ৰণৰ পাচত যদিও লাচিতৰ মৃত্যু কলীয়াবৰতে হয় বুলি শুনা যায় তাৰ সঠিক মৈদামৰ চিন পোৱা নাযায়। কোনো কোনো লোকে এই মৈদাম কাজিৰঙ্গাৰ মাজত আছে বুলি কয়। যি কি নহওক শৰাইঘাট ৰণৰ পাচত বীৰ লাচিতে ভলাগুৰি সত্ৰৰ গোঁসাইক খাকৰুডুবিৰ পৰা আনি ভেদেলি ভঁৰাল সত্ৰত স্থাপন কৰি দিয়ে। তেওঁ গোঁসাইৰ শৰণো লয়। এইটো নিশ্চয় ৰাজকীয় ভঁৰাল ঘৰ আছিল আৰু তাৰ গৰাকী আছিল সম্ভৱ ভৰালী বৰুৱাই।

শৰাইঘাট ৰণৰ পাচত অত্যাচাৰী ডেৰেৰাক বধ কৰিবলৈ কলীয়াবৰীয়া বৰচেতীয়া আৰু মাতুৰিয়াল লাইথেপেনা সলাল গোঁহাইৰ নেতৃত্বত মূল, দেৱাল আৰু তেৱাল সৈন্য সাজ হৈ আছিল শৰাইঘটীয়া ফুকনহঁতৰ বাবে। ডেৰেৰাৰ লগৰীয়া দক্ষিণপটীয়া তাজুবাজু নেওগক কলীয়াবৰত বধ কৰা হৈছিল।

আতন বুঢ়াগোঁহাই আৰু অৰ্জ্জুন দিহিঙ্গীয়া ৰজাৰ মাজত মিত্ৰতা কৰিবলৈ দক্ষিণপটীয়া বনমালী বাপু প্ৰমুখ্যে অন্য বাপুসকলৰ বাহিৰেও বৰগোঁহাই, বৰপাত্ৰ গোঁহাই আৰু মৰঙ্গীখোৱা চেতিয়াৰ লগত সলাল গোঁহাইকো পঠাইছিল। এই গোঁহায়েই দিহিঙ্গীয়া ৰজাক কোলাত তুলি সান্ত্বনা দিছিল।

---

[৮] এই কথা ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই সংগ্ৰহ কৰি ৰখা টোকাৰ পৰা কলীয়াবৰৰ শ্ৰীভুবন চন্দ্ৰ বৰুৱাই আমাক জনাইছে— ১৯৭৩ চনৰ প্ৰথম বছৰ পঞ্চম সংখ্যা "অজন্তা"ৰ মাজেৰে।

চুডৈফা পৰ্ব্বতীয়া ৰজাৰ দিনতে (১৬৭৭ – ১৬৭৯খৃঃ) অসমৰ সুযোগ্য মহামন্ত্ৰী আতন বুঢ়াগোঁহাইক লালুকসোলা বৰফুকনে ষড়যন্ত্ৰ কৰি নিজৰ আধিপত্য বিস্তাৰ কৰিবলৈ চুইমুনি শিলাৰ ওচৰত বন্দী কৰি সলাল গোঁহাইৰ বাৰীত নিৰ্মম ভাবে হত্যা কৰোৱালে। সলাল গোঁহাইৰ বাৰীয়ে তাৰেই সোঁৱৰণ কৰাই আহিছে। অকল সেয়ে নহয়— "জেঠৰ দিনত কলংচু বেতমেলা ফুকনক গাহৰি সজাত ভৰাই থৈছিল। পাচে একদিনা কলংচু বেতমেলা ফুকনকে টেপৰতলীয়া ফুকনকে কলীয়াবৰৰ দোপদৰলৈ নি মেচাৰ তামুলীক পঠাই নানা ধিকাৰ কৰালে। কলংচুৰ মূৰত পিক পেলোৱালে। পাচে চামধৰীয়া গাঁৱৰ কাখৰতে কাটিলে।"[১]

পলাতক গদাপাণি কলীয়াবৰত আশ্ৰয় লোৱা কথা অথৰ্ব্বাবৰুৱা সত্ৰৰ বুৰঞ্জীয়ে বিভিয়াই কয়। এই ঠাইতে চামধৰা গড়ৰ সৰিয়হতলী ঘাটত গদাপাণিক ফুকন, ডা-ডাঙৰীয়া সকলে ৰজা পাতে। সেই স্মৃতিৰ চিন সৰিয়হতলী ঘাটৰ বিপৰীতে থকা ভৰি ধোৱা পুখুৰী। এই পুখুৰীৰ পাৰত গদাপাণিৰ ৰাজ অভিষেক হৈছিল। ৰজা ভঙ্গাপতাৰ ঐতিহ্য এই ঠাইৰ মাটিতে লুকাই আছে।

ইটাখুলি ৰণত মোগলক পৰাভূত কৰি গদাপাণিয়ে দেশত শান্তি প্ৰতিষ্ঠা কৰিলে হয় সেই শান্তি কিন্তু বেচিদিন নিটিকিল। বিষয়াহঁতৰ পূৰ্ব্বৰ ষড়যন্ত্ৰ আৰম্ভ হ'ল। বন্দৰ বৰফুকন আৰু চম্পা পানীফুকনে আনকি গদাপাণিকো সিংহাসনচ্যুত কৰিবলৈ ইচ্ছা কৰিলে। এনে এক ষড়যন্ত্ৰই কৰিছিল গুৱাহাটীৰ ফুকনহঁতে। গদাপাণিয়ে এই ষড়যন্ত্ৰ মষিমূৰ কৰিলে। এই ফুকনহঁতৰ বিচাৰ কৰিবলৈ গদাপাণি কলীয়াবৰলৈ আহি লুইতৰ বালিত বাহৰ কৰি আছিল। তাতে থাকি বিষয়াহঁতৰ কিছুমানক অপসাৰিত কৰিলে আৰু কিছুমানক দিলে প্ৰাণদণ্ড। এই ঠাইত থাকিয়েই গদাপাণিয়ে প্ৰাকৃতিক সৌন্দৰ্য্যত মুগ্ধ হৈ নাম দিলে মনপুৰ।

ৰুদ্ৰসিংহই ( ১৬৯৬ — ১৭১৪ খৃঃ ) জয়ন্তীয়া ৰজাক ধৰিবলৈ মিছাত বাহৰ কৰিছিলহি। এইয়া আছিল তেওঁৰ প্ৰথম নগাঁৱত পদাৰ্পন। এইজনা

---

[১] অসম বুৰঞ্জী— শৰৎ কুমাৰ দত্ত সম্পাদিত পৃঃ ৪৯।

ৰজাই অসমীয়া সংস্কৃতিৰ জেউতি চৰাই গৈছে। সাহিত্য, সঙ্গীত, কলা ভাস্কৰ্য্য পাও সংগঠন আদি দিশত তেওঁ যি কৰিলে সেইখিনিয়েই অসমীয়া সংস্কৃতিৰ উঁৱাল চহকী কৰিলে। এওঁৰ দিনতে থলুৱা গীতমাতৰ আদৰ বাঢ়ে, তাৰ বিকাশো হয়। এওঁ সত্ৰ বিলাকত ভাওনা পাতি ভাওনা শিল্পৰ প্ৰতি উৎসাহ দিছিল। খাওগুসকলক পঠাই হিন্দুস্থানৰ পৰা গীত গাব, নাচিব আৰু বজাব পৰা মানুহ এইজনা ৰজাই অনোৱাৰ চিন্তা কৰিছিল। বৰাগীসকলে দেশ-দেশান্তৰে বেশ-ছদ্ম ধৰি সেই সেই দেশৰ বিচাৰ ব্যৱস্থা কেনে ধৰণৰ, স্ত্ৰী পুৰুষে কি কি বস্ত্ৰ অলঙ্কাৰ পৰিধান কৰে তাৰ নমুনা দেখুৱাইছিল। এই সকলৰ স্মৃতি কলীয়াবৰৰ পৰা লুপ্ত হৈ যোৱা নাই। গোবিন্দ মিশ্ৰ আৰু শ্ৰৱণীসত্ৰৰ লগত ৰুদ্ৰসিংহৰ নাম জড়িত আছে।

শিৱসিংহৰ ৰাজত্বকাল ( ১৭১৪-১৭৭৪ খৃঃ ) কলীয়াবৰৰ বুৰঞ্জীৰ ব'বে বৈশিষ্ট্যপূৰ্ণ। এওঁৰ দিনত যুদ্ধ-বিগ্ৰহ নাছিল বাবে সাহিত্য-কলা-ভাস্কৰ্য্যৰ উৎকৰ্ষ সাধন কৰাত মনোনিবেশ কৰিবলৈ সুবিধা পাইছিল। এইজনা ৰজাৰ দ'ল-দেৱালয় কলীয়াবৰত বেছি। এওঁৰ দিনতে সৌভাগ্য মাধৱ, দুলাল মাধৱ, শ্ৰীশ্ৰীবাসুদেৱ, চিত্ৰ শঙ্কৰ, অম্বিকানাথ আৰু নন্দিকেশ্বৰ দেৱালয় প্ৰতিষ্ঠা হয়। শ্ৰৱণী, চিপহা আৰু মুৰাৰি সত্ৰতো তেওঁৰ দান স্মৰণীয়।

প্ৰমত্তসিংহৰ ৰাজত্বকাল ( ১৭৪৪-১৭৫১ খৃঃ )ৰ ঐতিহ্য কামাখ্যা আৰু হাতমুৰীয়া পাহাৰৰ দুৰ্গামন্দিৰে বহন কৰি আহিছে।

ৰাজেশ্বৰ সিংহৰ ৰাজত্বকাল ( ১৭৫১-১৭৬৯ খৃঃ )ৰ গৌৰৱ শ্ৰীশ্ৰী৵নৃসিংহ আৰু শ্ৰীশ্ৰী৵বাসুদেৱৰ দ'ল। ইয়াৰ পাচত লক্ষ্মীসিংহৰ ( ১৭৬৯-১৭৮০ খৃঃ ) দিনৰে পৰা আৰম্ভ হোৱা মোৱামৰীয়া বিদ্ৰোহ আৰু বিশেষকৈ চন্দ্ৰকান্ত সিংহৰ দিনত ( ১৮১০-১৮১৬ খৃঃ ) হোৱা মানৰ আক্ৰমণত আমাৰ যি ক্ষতি হ'ল সেই ক্ষতি অপূৰণীয়। বহুত পুথি-পাঁজি তামৰ ফলি তেতিয়াই নষ্ট পালে। তাৰ মাজতে লক্ষ্মীসিংহই ৰূপনাৰায়ণ পোৱাভেঁটি সত্ৰত মাটি আৰু বৈকুণ্ঠনাথ মূৰ্ত্তি দিয়ে,

আৰু গৌৰীনাথ সিংহই বালিভূঁই সত্ৰ পাতি দিয়ে। কুঁৱৰীটোলৰ কুঁৱৰীৰ বাহৰৰ লগত ৰুদ্ৰসিংহ আৰু চন্দ্ৰকান্ত সিংহ উভয়ৰে স্মৃতি বিজড়িত হৈ আছে।

এই প্ৰাচীন আৰু বিশেষকৈ মধ্যযুগৰ আহোম ৰজা সকলৰ গৌৰৱপূৰ্ণ ঐতিহ্য সত্ৰ, দেৱালয়, গড, কোঠ, গাওঁ সংগঠন, নানা বিষয়া স্থাপন সাহিত্য কলা সংস্কৃতিত সোণ জিলিকাদি জিলিকি আছে। এই যুগতে এটা ডাঙৰ বিপ্লৱ ঘটালে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা প্ৰচাৰিত নৱ-বৈষ্ণৱ ধৰ্মৰ আন্দোলনে। এই আন্দোলনে অসমীয়া সমাজ আৰু সংস্কৃতিত যি প্ৰভাৱ বিস্তাৰ কৰিলে তাৰ তুলনা নাই। অন্ন-যোনীৰ বিচাৰ নকৰা তান্ত্ৰিক আৰু সহজীয়া বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱত ধ্বংস হব খোজা অসমীয়া সমাজখনক উদ্ধাৰ কৰাত শঙ্কৰদেৱে যি ত্যাগ স্বীকাৰ কৰিলে তাৰ বাবেইহে অসমীয়া সমাজত ধৰ্মীয় চিন্তা আৰু সাংস্কৃতিক চৰ্চ্চাৰ সুন্দৰ পৰিবেশ এটি গঢ়ি উঠিল। নৱ-বৈষ্ণৱ ধৰ্ম্মৰ আন্দোলনে সাংস্কৃতিক সমন্বয় স্থাপন কৰাতেই ক্ষান্ত নাথাকিল; সকলো জাতি-উপজাতিৰ মাজত ভক্তিধৰ্ম বিলাই— মৰম স্নেহ কৰুণাৰে সিক্ত এখন সুস্থ অসমীয়া সমাজ স্থাপনতো সফলতা অৰ্জ্জন কৰিলে। আমাৰ সত্ৰ সমূহে মধ্যযুগত ধৰ্ম আৰু কলা সংস্কৃতিত যি এক প্ৰভাৱ পেলালে তাৰেই ফলত কলীয়াবৰৰ সত্ৰ, নামঘৰ সমূহ ক্ষীণ হলেও আজি বৰ্ত্তি আছে।

কলীয়াবৰত' 'ছৰ্জঁৰা এখন' প্ৰধান সত্ৰ থাকিলেও তাৰ সংখ্যা বৰ্ত্তমান ততোধিক। এই সত্ৰ সমূহ হ'ল—ভলাগুৰি, আমগুৰি কৰতিপাৰ পুৰণি সত্ৰ, কৰতিপাৰ নসত্ৰ, বগাজন, আঁহতগুৰি, কাথপাৰ, গজলা, পুৰণি গড় ( পুৰণি ঘৰ ), মাধৱ আতা বা মাধতাৰি, ৰূপনাৰায়ণ পোৰাভেঁটি, বৰভকতি, গোনামৰা, ৰূপনাৰায়ণ খামুচীয়া, খুন্দামৰা বা • চেলেং, বালিসত্ৰ, লেটুগ্ৰাম, বালিভূঁই, নিকামূল, মাউৰা গোবিন্দ বা গোবিন্দ এলেঙি, শ্যামকানু, চিপহা, বিহিমপুৰ, বাকৰিয়াল, দিচিয়াল, চামগুৰি, বাঘৰগঞা বা কহুৰাতলী, শ্ৰৱণী গোবিন্দ মিশ্ৰ বা হোবোসা, মুৰাৰি আৰু জখলাবন্ধা। ইয়াৰ ভিতৰত

প্ৰথম সাতখন সত্ৰ কাল সংহতিৰ, দ্বিতীয় উনৈশখন পুৰুষ সংহতিৰ আৰু তৃতীয় চাৰিখন ব্ৰহ্মসংহতিৰ। ইয়াৰ বাহিৰে থকা দেৱৰ সত্ৰ বা দক্ষিণপাট সত্ৰ যদিও নামত সত্ৰ তাত এতিয়া সত্ৰীয়া ঐতিহ্য নাই। ইয়াক বৰ্ত্তমান নৃসিংহ স্থান ৰূপেহে গণ্য কৰা হয়। যি কি নহওক সত্ৰ সমূহৰ সংহতি বেলেগ হলেও মূল মহাপুৰুষীয়া আদৰ্শ সকলোৱে মানি চলে আৰু মহাপুৰুষৰ কলাসংস্কৃতি আৰু ধৰ্মৰ ঐতিহ্য ৰক্ষা কৰাত চেষ্টা কৰি আহিছে।

কলীয়াবৰৰ সত্ৰ সমূহৰ ভিতৰত কাল সংহতিৰ সত্ৰ সমূহ যেনে ভলাগুৰি, আমগুৰি কৰতিপাৰ পুৰণিসত্ৰ, ন-সত্ৰ, আঁহতগুৰি আৰু বগাজন শ্ৰীৰাম আতাৰ পুত্ৰৰ পৰা, কাথপাৰ প্ৰেমভূষণ দেৱৰ পৰা আৰু গজলা সৰু যদুমণিৰ পৰা বঢ়া। পুৰুষ সংহতিৰ সত্ৰৰ ভিতৰত পুৰণি গড়, মাধৱ আতা, ৰূপনাৰায়ণ পোৰাভেঁটি, গোনামৰা, ৰূপনাৰায়ণ খামুচীয়া, চেলেং বা খুন্দামৰা আৰু বৰ ভকতি সতানন্দ বৰ ভকতৰ ডাঙৰ পুত্ৰ জয়কৃষ্ণৰ পৰা, শ্যামকানু সতানন্দৰ দ্বিতীয় পুত্ৰ মহাকৃষ্ণ আৰু বালি সত্ৰ, লেটুগ্ৰাম, বালিভূঁই, নিকামূল, সতানন্দৰ সৰু পুত্ৰ শ্ৰীকৃষ্ণ বা বাপুকৃষ্ণৰ পৰা আৰু গোবিন্দ এলেঙি তৃতীয় পুত্ৰ ত্ৰাহিকৃষ্ণৰ পৰা বঢ়া। ইয়াৰ বাহিৰে চিপহা কৃষ্ণচৰণৰ পৰা, বিহিমপুৰ শঙ্কৰৰ নাতি চতুৰ্ভূজ ঠাকুৰৰ আজ্ঞাপৰ, বাকৰিয়াল বাসুদেৱ মিশ্ৰৰ পৰা, দিচিয়াল গোপালৰ পৰা আৰু চামগুৰি পুৰুষোত্তম ঠাকুৰৰ নাতি চক্ৰপাণিৰ পৰা বঢ়া। ব্ৰহ্ম সংহতিৰ হোৰোসা গৌৰাঙ্গ মিশ্ৰৰ পৰা, শ্ৰৱণী শ্ৰীকৃষ্ণচৰণৰ পৰা, মুৰাৰি বংশীগোপালৰ আজ্ঞাপৰ মুৰাৰিৰ পৰা আৰু জখলাবন্ধা দামোদৰদেৱৰ পৰা বঢ়া। বাঘৰ গঞা বা কঁছৰাতলী প্ৰথমতে চৈতন্য পন্থী আছিল পাচত মহাপুৰুষীয়া ধৰ্ম গ্ৰহণ কৰি সত্ৰ পাতে। ওপৰোক্ত সত্ৰ সমূহৰ ভিতৰত দিচিয়াল আৰু গজলাৰ মাত্ৰ নামটোহে আছে সত্ৰ সভা নাই। এনেকৈয়ে নাই অন্য দুখন সত্ৰৰ— বৰসত্ৰ আৰু এসময়ত বৰভগীয়াত স্থাপিত হোৱা কলাকটা আৰু নবোৱা সত্ৰৰ। কলীয়াবৰত প্ৰাচীন সত্ৰৰ বিচাৰ কৰিলে সতানন্দী শ্যামকানুহে পৰে।

কাৰণ শ্যামকানু সত্ৰ চিলাবন্ধা বিলৰ পাৰত পাতি দিয়াত প্ৰথম বৰবকৰা মোমাই তামুলীয়েই সহায় কৰি দিয়ে। অনুমান পুৰণি গড় সত্ৰও পুৰণি হব লাগিব কাৰণ ডফলাৰ অত্যাচাৰতে সন্তানন্দৰ চাৰিপুত্ৰ দক্ষিণ পাৰহৈ কলীয়াবৰলৈ আহে। এই ডফলা আক্ৰমণ হয় ১৬৪৬ চনত জয়ধ্বজ সিংহই ৰাজপাটত উঠাৰ আগতেই। গতিকে তেওঁলোকে জয়ধ্বজ সিংহৰ আগতেই সত্ৰ স্থাপনৰ চিন্তা কৰিব লাগিব। এই সত্ৰ সমূহৰ পাচতে অৰ্থাৎ জয়ধ্বজ সিংহৰ দিনতে আমগুৰি কৰতিপাৰ পুৰণি সত্ৰ স্থাপন হৈছে। স্থাপনৰ কাল ১৬৫০ চনত। প্ৰায় তিনিশ বছৰবো অধিক কাল কলীয়াবৰৰ সত্ৰ সমূহে এক মহান ঐতিহ্য বহন কৰি আহিছে।

সত্ৰ সমুহৰ লগতে নামঘৰ সমূহেও একেদৰে ঐতিহ্য ৰক্ষা কৰি আহিছে। ইয়াৰ ভৰালী নামঘৰৰ ডাঙৰ ধৰ্মীয় ঐতিহ্য আছে।

মহাপুৰুষৰ নৱ-বৈষ্ণৱ ধৰ্মৰ আন্দোলনৰ আগতে অসমত শৈৱ আৰু শাক্ত ধৰ্মৰ প্ৰভাৱ সুস্পষ্ট। এই কথা আঠখন শিৱস্থানে আৰু দুখন শাক্তপীঠে প্ৰমাণ কৰে। অৱশ্যে তাৰ লগতে বাসুদেৱ, মাধৱ, নৃসিংহৰো পূজা সেৱা চলিছিল। অলপতে শিলঘাটত পোৱা মনসা মূৰ্ত্তিয়ে ( অনুমান দশম শতিকাৰ ) সেই ঠাইত মনসা পূজাৰো প্ৰমাণ কৰিলে। কামাখ্যাৰ দক্ষিণে থকা শুকানেখাতী নিশ্চয় শুকান দ্ৰব্য উচৰ্গা কৰা দেৱীকেই বুজাব পাৰে। সি যি কি নহওক মহাপুৰুষৰ নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ ফলত শৈৱ-শাক্ত বা মূৰ্ত্তি পূজাৰ প্ৰাধান্য কমি গ'ল।

কামৰূপত শাক্তধৰ্মৰ প্ৰচাৰৰ আগতেই শৈৱধৰ্ম আছিল। বৰ্মন, শালস্তম্ভ আৰু ব্ৰহ্মপাল বংশৰ ৰজা সকল শিৱৰ একান্ত ভক্ত আছিল। আনকি মহাপুৰুষৰ আবিৰ্ভাৱৰ সময়তো শৈৱ ধৰ্মৰ প্ৰভাৱ মন কৰিব লগীয়া। বড়ো-কছাৰী সকলো শিৱৰ একান্ত ভক্ত। আহোম যুগত বিশেষকৈ প্ৰতাপসিংহ, গদাধৰ সিংহ, শিৱসিংহ, প্ৰমত্তসিংহ, ৰাজেশ্বৰ সিংহই শিৱৰ প্ৰতি শ্ৰদ্ধা জনাইছিল। প্ৰমত্তসিংহই দুখন শাক্ত পীঠ নিৰ্মাণ কৰোৱাই শাক্তধৰ্মৰ প্ৰতি শ্ৰদ্ধা জনায়।

মধ্যযুগত মুছলমান আক্ৰমণ আৰু সৌ সিদিনা খ্ৰীষ্টান মিছনেৰী

সকলৰ ধৰ্ম প্ৰচাৰৰ ঐতিহ্য মচজিদ আৰু গীৰ্জাই ৰক্ষা কৰিছে। কুঁৱৰীটোলৰ মচজিদ আৰু হাতীগাওঁ চাহবাগিছাৰ গীৰ্জাই পুৰণি।

চুহুংমুঙ আৰু প্ৰতাপ সিংহৰ দিনত মুছলমানৰ যি আক্ৰমণ হৈছিল সেই সময়তে গড়, কোঠ নিৰ্মাণ হোৱাৰ কথা উল্লেখ কৰি অহা হৈছে। অকল সেয়ে নহয় কলীয়াবৰৰ বিভিন্ন আলি, পুখুৰী, বাৰী, বাহুৰ মৈদামে সেই যুগৰ গৌৰৱ ঘোষণা কৰি আহিছে। সেই যুগৰ শ্যামলাগড়ৰ কোঠৰ নিৰ্মাণ কৌশল দেখি মুছলমান ঐতিহাসিক মুগ্ধ হৈছিল। ইয়াৰ বৰ্ণনাই বুৰঞ্জীৰ পাত শুৱনি কৰি আছে। মিছা কোঠৰ নিৰ্মাণ কৌশল বাস্তৱিকে অদ্ভুত। ম'হবৰা আৰু (কমলেশ্বৰ সিংহৰ দিনত নিৰ্মাণ হোৱা) চটাই আলি কলীয়াবৰৰ যাতায়ত আৰু সামৰিক আৰু সাংস্কৃতিক দিশত বিখ্যাত।

ভৰালী বৰুৱা, বৰবৰুৱা, বৰফুকন আৰু সলাল গোঁহাইৰ স্মৃতি ইয়াৰ মাটিত জিলিকি আছে। প্ৰত্যেক গাঁৱৰ পুৰণি বাৰীঘৰ পুখুৰী সমূহে মধ্যযুগৰ বহু ইতিহাস কয়। একোখন বাৰীয়ে, একোটা পুখুৰীয়ে বিষয়া, ডা-ডাঙৰীয়া, ফুকন, গোঁহাই সকলৰ স্মৃতি জীয়াই ৰাখিছে বা কোনোবা খনে হয়তো একোটা পৰিয়ালৰ চৰিত্ৰ ডাঙি ধৰিছে। বাৰী বিলাকৰ নামৰ মাজত বহুযেন ৰহস্য লুকাই আছে। পুখুৰীৰ ভিতৰত ভৰালী বৰুৱাৰ পুখুৰীয়েহে উল্লেখযোগ্য স্থান অধিকাৰ কৰি আছে। সৰু সৰু গড়, পুখুৰী, বৃহৎ বৃহৎ আমকঠালে এই বাৰীবোৰৰ প্ৰায়খিনিয়েই সেই ঐতিহ্য ক্ষীণ ভাবে হ'লেও বহন কৰি আহিছে।

খাটৰ কথা আহিলেই আমগুৰি কৰতি পাৰ পুৰণি সত্ৰ আৰু বালিসত্ৰলৈ মনত পৰে আৰু মনত পৰে চিত্ৰশঙ্কৰ, দেৱৰ সত্ৰ আদি সত্ৰলৈ। জয়ধ্বজসিংহই পুৰণি সত্ৰত ডুশপুৰাৰ এখন খাট দিছিল। ভলাগুৰিৰো খাট আছিল। ৰজা বাহৰৰ খাটো এইজনা ৰজাৰে হ'ব পাৰে। গদাপাণিয়েও তেনেকৈ বালিসত্ৰত এঢোল মাটি দিছিল কিন্তু সত্ৰৰ গোঁসায়ে অলপহে ৰাখিলে বুলি শুনা যায়। জখলাবন্ধাৰ খাগুও চুকৰ ওচৰত যিখন খাট আছে সেইখন বৰবৰুৱা খাট বুলি জনাজাত

হৈ আছে। তাৰ বাহিৰেও বামুণী আৰু মথৌখাট চিত্ৰশৰ্কৰ হব পাৰে। সলাল গোঁছাইৰ অধীনত ২৫ খন খাট থকাৰ কথা শুনা যায়। ইয়াতো আক্ৰোহী খাটো বিখ্যাত।

কলীয়াবৰ ৰণথলী বুলি ৰজাঘৰে প্ৰজাঘৰে জনাজাত। বহু ফুকন গোঁহায়ে ইয়াতে ৰাজ্য ৰক্ষাৰ বাবে প্ৰাণ আহুতি দিছিল। তাৰে প্ৰমাণ দি আছিছে ৰূপসন্দিকৈৰ মৈদামে। শিলঘাটৰ মাউত্তগাৱঁতো বৰবৰুৱাৰ মৈদাম বুলি এটি মৈদাম থকা বুলি জনা হৈছে। গাঁৰিকুৰি গাঁৱত মূলা গাভৰুৰ একুৰি মুণ্ডহীন ৰণুৱা তিৰোতাৰে মৈদাম দিয়া কথা শুনা যায়।

কলীয়াবৰৰ লগত উত্তৰকূলৰ নিবিড় সম্বন্ধ। উভয় ঠাইতেই প্ৰতিৰক্ষাৰ যথোচিত বিধান কৰা হৈছিল। দক্ষিণ পাৰে যিটো নামৰ গড় আছে তেনে নামৰ গড় উত্তৰ পাৰতো আছে। মাত্ৰ অন্তৰ ব্ৰহ্মপুত্ৰ খন। এই অন্তৰ আঁতৰাবলৈ কলীয়া ভোমোৰা বৰফুকনৰ বাহিৰে কোনেও চিন্তা কৰা নাছিল। যোগাযোগৰ সু-ব্যৱস্থা থকা-হেঁতেন কোনে জানে যে কলীয়াবৰতে মীৰজুমলাৰ পৰাক্ৰম খৰ্ব কৰা নহলহেঁতেন। ইতিহাসৰ এই সত্য ঘটনা অনুধাৱন কৰিয়েই বোধকৰোঁ প্ৰতাপী বৰফুকন কলীয়া ভোমোৰাই শিলঘাটত দুয়োকূল সংযোগ কৰি সেতু দিবলৈ আঁচনি প্ৰস্তুত কৰিছিল।

ইতিহাসে গৰকা কলীয়াবৰৰ প্ৰতি চমকা মাটিতেই ইতিহাসৰ সোণ চেকুৰা লাগি আছে। প্ৰাকৃতিক আৰু ভৌগোলিক বৈশিষ্ট্যয়ো নানা ঠাইৰ নাম সৃষ্টি কৰিছে। পৰ্ব্বত-পাহাৰ, নৈ, জান, জুৰি, হাবি-বননি, জীৱ-জন্তু, চৰাই-চিৰিকতি মাছ পুঠি আদিয়েও বহু ঠাইৰ ওপৰত প্ৰভাৱ পেলাইছে। ডঃ বৰুৱাদেৱে "অসমীয়া ভাষা আৰু সংস্কৃতি" নামৰ গ্ৰন্থত ঠাইৰ নামৰ বৈশিষ্ট্যত লিখিছে— "কোনো ভাষাৰ জন্মৰ ঐতিহাসিক আলোচনা কৰিবলৈ হলে সেই ভাষাৰ ব্যক্তি আৰু স্থানবাচক নামৰ বিচাৰ বিশ্লেষণ অপৰিহাৰ্য্য। প্ৰত্যেক দেশৰ ঠাইৰ নামত বহু কৌতুহল সংযোজিত হৈ থাকে। ভাষা, নৃতত্ত্ব, সাংস্কৃতিক, ভৌগোলিক, বুৰঞ্জীমূলক

অনেক তথ্যেৰে প্ৰতিটি নাম জড়িত। প্ৰাচীন সাহিত্য, ঐতিহ্য, কিম্বদন্তী, কাহিনী উপকথাই ঠাইৰ নামৰ মাজেদি চিৰস্মৰণীয়" ।

নানা সত্ৰ, দেৱালয়, নামঘৰ আদিৰে কলীয়াবৰ অসমীয়া সংস্কৃতিৰ ৰৰঘৰ বুলি কলে অত্যুক্তি কৰা নহব। প্ৰাচীন যুগৰে পৰা নানা পূজা নানা উৎসৱ অনুষ্ঠান হৈ আহিছে। আহোম যুগত বিশেষকৈ শ্ৰীকৃষ্ণৰ জন্মাষ্টমী আৰু দৌল উৎসৱে বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। ইয়াৰ দৌল উৎসৱক কেন্দ্ৰ কৰিয়েই হেজেকৰা ভাওনাৰ সৃষ্টি হৈছে বুলি ক'ব পাৰি। এই দৌল উৎসৱ সলাল গোহাঁইৰ অধীনত বিশেষ ভাৱে পতা হৈছিল বুলি অনুমান হয়। ছখন হেজাৰে আমাৰ হেজাৰৰ ঐতিহ্য ৰক্ষা কৰিছে।

ভাওনাৰ ঠাই কলীয়াবৰ। এই ভাওনাৰ ঐতিহ্য তিনিশ বছৰৰ অধিক কালৰ বুলি ভাবিবৰ থল আছে। এই ভাওনাই শ শ কলীয়াবৰীয়াৰ প্ৰাণত শ শ বছৰ ধৰি অনুপ্ৰেৰণা যোগাই আহিছে। এই ঠাইৰ শ শ শঙ্কৰী কলা-কৃষ্টি সেৱীব্যক্তিয়ে সেই ঐতিহ্য কঢ়িয়াই লৈ আহিছে। এই ভাওনাই অসমীয়া কলা-সংস্কৃতিত যে এখন স্বকীয়া আসন লাভ কৰি থাকিব তাত সন্দেহ নাই।

ভাওনাৰ বাহিৰে বিহু, ওজাপালি, মেলা, বাঘ ভেটাই জন-মানসত আনন্দৰ খোৰাক দি আহিছে। বিহুৰ ঐতিহ্য এতিয়া কিমান ৰক্ষা হৈছে কব নোৱাৰোঁ কিন্তু এসময়ত এই বিহুৱে প্ৰতি মানুহৰ ভাৱধাৰা বহু বেলেগ আছিল। কলীয়াবৰ আছিল বিহু উৰোৱা ঠাই। ওজাপালি আৰু মেলাৰ ঐতিহ্য হেৰাই যোৱা নাই। গড়ৰ সদাশিৱস্থানৰ মেলা আৰু শিলঘাটৰ অশোকাষ্টমী মেলা এতিয়াও হৈ আছে। ওজাপালি অৱশ্যে ক্ষীণ ৰূপত আছে। বাঘভেটাৰ পয়োভৰলৈ চাই কলীয়াবৰ যে এসময়ত বাঘৰ ঠাই সেই কথা সহজে অনুমেয়। ৰুদ্ৰসিংহ মিছা বাহৰত থাকোঁতে দলগাবঁৰ মানুহে বাঘ পোৱালি ধৰি নি দিয়াৰ কথা শুনা যায়। বাঘভেটাত চিলাবন্ধীয়া মানুহ আগৰণুৱা। চিলাবন্ধীয়াৰ বাঘভেটা ঐতিহ্য পুৰণি।

সংস্কৃতিক কেতিয়াবা তুৰুছিয়ে আবৰি ধৰে; ঐতিহ্য তেতিয়া হেৰাই যাব খোজে। সেই তেনে এক মুহূৰ্ত্ততে কলীয়াবৰত সত্ৰসংঘ, শঙ্কৰ সংঘ আৰু ব্ৰহ্মসমাজ আদি সমাজৰ সৃষ্টি হৈছে। স্মৰণীয় যে অসমত এই সংঘ আৰু সমাজ কলীয়াবৰৰ পিঠতহে জন্ম হৈছে।

পঞ্চদশ ষোড়শ শতিকাত অসমীয়া অঙ্কীয়া ভাওনাৰ যি গৌৰৱপূৰ্ণ স্থান আছিল অষ্টাদশ শতিকাৰ শেষৰ ফালে ম্লান পৰিবলৈ ধৰিলে। ইংৰাজে আমাৰ দেশ অধিকাৰ কৰি লোৱাৰ পাচত আমাৰ সংস্কৃতিয়ে পশ্চিমীয়া সাজ ললে। কলিকতাৰ যাত্ৰাৰ অনুকৰণও আমাৰ মাটিত মঞ্চাভিনয়ৰ প্ৰচলন হ'ল। তাৰেই ঐতিহ্য বিভিন্ন নাট্য সমাজে ৰক্ষা কৰি আহিছে। তাৰোপৰি অসমীয়া সাহিত্যৰ সেৱা কৰিবলৈ সৃষ্টি হৈছে সাহিত্য সভাৰ দৰে অনুষ্ঠান।

আমাৰ সত্ৰবিলাক সাহিত্য, সঙ্গীত, কলা চৰ্চ্চাৰ প্ৰধান থলী। সত্ৰাধিকাৰ সকলে এই চৰ্চ্চাত প্ৰশংসনীয় বৰঙণি আগবঢ়াই গৈছে। বিবিধ নাট, ভাওনা, সিংহাসন, খুটা, মাৰলী, চাল, কৰা-কামি, ভাওনাৰ মুখা, সাজ-পোচাক, ৰং ৰবণ, লিখন প্ৰণালী আদিয়ে কলীয়াবৰীয়াৰ সুকুমাৰ কলা চৰ্চ্চাৰ স্পষ্ট চিত্ৰ ডাঙি ধৰে। ভাওনাৰ ভাৱৰীয়া, কালীয়া, খনিকৰ, বহুৱা, বায়ন, গায়ন, সূত্ৰধাৰ— এই সকলোৱে আমাৰ গৌৰৱ পূৰ্ণ ঐতিহ্যক সোৱঁৰাই দি আহিছে। সাহিত্যিক সকলে অসমীয়া সাহিত্যলৈ যথেষ্ট বৰঙণি যোগাই আহিছে। ইয়াৰে আত্মাৰাম শৰ্মাই পোন প্ৰথমে বাইবেলখন অসমীয়ালৈ অনুবাদ কৰাটো কম গৌৰৱপূৰ্ণ কথা নহয়। কাঠত নানা কলা-ভাস্কৰ্য্য খটুৱাৰ গৌৰৱ বহন কৰি আহিছে চামগুৰি সত্ৰখনে আৰু লগতে চেলেং সত্ৰই। নানা খাৰঘৰৰ বাৰী, লো শালৰ বাৰী, খাৰণী ডোবা, হোলা আদিয়ে সেই শিল্পৰ ঐতিহ্য কঢ়িয়াই আনিছে।

কলীয়াবৰৰ জ্ঞান চৰ্চ্চাৰ ঐতিহ্য দুইমুনি কমুদ আৰু কৌস্তুভৰ আশ্ৰমে বহন কৰি আহিছে। একালত শিলঘাটৰ পৰা বিশ্বনাথ পৰ্য্যন্ত জ্ঞান চৰ্চ্চাৰ এক ডাঙৰ কেন্দ্ৰ আছিল বুলি ইতিহাস ৰত্ন শৰ্মাদেৱে ভেখেতৰ

'কুলচন্দন' প্ৰভৃত ইঙ্গিত দিছে। শিলঘাটৰ ওচৰৰ ছাত্ৰ পুখুৰীয়ে ('ছাত্ৰ পুখুৰী) তাত এখন ছাত্ৰশালা থকাৰ কথা কিছু আভাস দি যায়। মধ্যযুগত চুহুংমুঙ ৰজাৰ দিনত দয়াশীল পণ্ডিতক কলীয়াবৰত মাটি বৃত্তি দি সংস্কৃত, জ্যোতিষ, নাগৰী শিকাবলৈ টোল পাতি দিয়াৰ কথা সদৰামিনৰ আত্মজীৱনীৰ পাতনিত কুমুদ চন্দ্ৰ বৰদলৈয়ে উল্লেখ কৰিছে। সেই টোলত দয়াশীলৰ মৃত্যুৰ পাচত পুতেক সূৰ্য্যবৰে অধ্যাপনা কৰিছিল। এই সূৰ্য্যবৰকে ৰজা চুখামফাই তেওঁৰ ভৱিষ্যত সম্বন্ধে কোৱাত সন্তুষ্ট হৈ শিঙৰী ঘৰত উঠি "সূৰ্য্যবৰৰ মুখ সোণৰ মুখ" বুলি গামখাৰু, পঢ়ি দোলা, সোণৰ জগুণ, সোণৰ মুখা সহিতে অনেক মাটি, গোলামবান্দী দি মৰ্য্যাদা কৰিলে। এই দয়াশীল আৰু সূৰ্য্যবৰ টোল ক'ত আছিল তাৰ চিন-চাব নাই। এই টোল নহলেও সত্ৰ সমূহে বিশেষকৈ নসত্ৰ আৰু ভ্ৰখলা-বন্ধাই সেই ঐতিহ্য ৰক্ষা কৰি টোল পাতি সংস্কৃত জ্যোতিষ, ধৰ্মশাস্ত্ৰ, মহাকাব্যৰ শিক্ষা দিয়াইছিল। সেই সত্ৰ দুখনত এই বিষয়ে ইঙ্গিত দিয়া হৈছে। সেইদিন ধৰি আজিলৈকে নানা শিক্ষানুষ্ঠান স্থাপন কৰি শিক্ষা লাভৰ পৰম্পৰা ৰক্ষা কৰা হৈছে। পুথিভৰালা সমূহেও গাৱঁলীয়া ৰাইজক শিক্ষাদানত বিশেষ ভৰিহণা যোগোৱাটো স্মৰণীয় কথা। টোলৰ কথা এতিয়া মানুহে পাহৰিয়েই গৈছে আৰু তাৰ ফলত সত্ৰৰ গোঁসাই সকলে আগতে যিটো শিক্ষা লাভ কৰি ৰাইজকো বিলাইছিল সেই ঐতিহ্য আজি নাই। এইটো বৰ দুখৰ কথা।

ইয়াণ্ডাবু সন্ধিৰ পাচত অসমৰ শাসন ভাৰ ইষ্ট-ইণ্ডিয়া কোম্পানীৰ হাতলৈ গ'ল। তেওঁলোকৰ শাসনত প্ৰজাসাধাৰণে ভাল নোপোৱা হ'ল। এই শাসনৰ অৱসান ঘটাবলৈ অসমীয়া প্ৰজাই তলে তলে চিন্তা কৰিবলৈ ধৰিলে। এই সুযোগ আপোনা আপুনি সৃষ্টি হৈছিল। উত্তৰ পাৰত ভুটীয়া বিলাকে আক্ৰমণ সূচক ভাৱ প্ৰদৰ্শন কৰিলে। টিৰৎচিঙৰ তলত খাছীয়াইঁতে ইংৰাজক খেদাৰ চেষ্টা কৰিছিল। ইফালে পূব সীমান্তত জনজাতীয় লোক সকলে ইংৰাজক খেদাৰ মন কৰিলে। গোমধৰে "কৰ নিদিবা" অভিযানেৰে বিদ্ৰোহৰ পাতনি মেলিলে। কিন্তু গোমধৰৰ

কাঁচী হ'ল আৰু হ'ল বদনৰ পুত্ৰ পিয়লি আৰু জীউৰামৰ।

১৮৩৩ চনৰ ২৪ এপ্ৰিলত পুৰন্দৰ সিংহক উজনি অসমৰ শাসনকৰ্ত্তা হিচাবে স্থাপন কৰিলে। চন্দ্ৰকান্ত সিংহই ইষ্ট-ইণ্ডিয়া কোম্পানীৰ কাৰ্য্যত প্ৰতিবাদ কৰি সিংহাসনৰ দাবী কৰিলে। তেওঁক মাহে পাচশ টকা দি মুখ মাৰি ৰাখিলে।

সিফালে ১৮৪৩ চনত দাস প্ৰথাৰ উচ্ছেদ ঘটোৱাত বিষয়া, বৰুৱা, ফুকন, গোঁহাই সকল সাধাৰণ প্ৰজাৰ শাৰীলৈ নামি গ'ল। তেওঁলোকে পুৰণি শাসনতন্ত্ৰ পুনৰ প্ৰতিষ্ঠা কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হল। তেওঁলোকে মণিৰামক নেতা হিচাবে পালে।

অসমীয়া ৰাইজক আভুৱা ভাবিবলৈ পুৰন্দৰসিংহক নামত ৰজা পাতি শিৱসাগৰত দেশীয় শাসনৰ তলত ৰাখিলে। পুৰন্দৰক ৰজা পাতোঁতে এটা চৰ্ত্ত আছিল যে ৰজাক ভাঙিব লগীয়া হ'লে হয় ইংৰাজে খাচ দখল লব, নহয় স্বৰ্গদেউৰ বংশৰে এজন উপযুক্ত লোকক ৰাজ্যভাৰ দিব। কিন্তু ১৮৩৯ চনত ইংৰাজে প্ৰতিশ্ৰুতি ভঙ্গ কৰিলে;— দেশত সৃষ্টি কৰিলে অৰাজকতাৰ, ববিহ কানীৰ প্ৰচলন কৰি অসমীয়া জাতিক দুৰ্ব্বল কৰিবলৈ চিন্তা কৰিলে। এই কাৰণে মণিৰামে পুৰন্দৰ সিংহৰ সলনি যুৱৰাজ ঘনকান্তসিংহক ৰজা পাতিবলৈ প্ৰস্তাৱ দিলে। মণিৰামৰ অন্যান্য কথাৰ লগতে কুৰি বছৰৰ ভিতৰত কানীবৰবিহ গুচোৱাৰ প্ৰস্তাৱো আছিল। পৰ্ব্বতীয়া জাতিবিলাকৰ মাজত কন্দল লগোৱা নিয়ম উঠোৱা, দেশত শিল্পবিদ্যা, বেহাবেপাৰ, বাটে, খনিকৰী বিদ্যাৰ প্ৰসাৰৰ ওপৰত উৎসাহ যোগাবলৈকো কোম্পানীৰ ওচৰত প্ৰস্তাৱ দিলে। মণিৰামে লগতে এই কথাও কৈ থলে যে যদি প্ৰজাক ন্যায় ধৰ্মমতে পালন কৰা নহয় "এসময়ত নহয় এসময়ত ইয়াৰ পোটক তোলা হব।"

মণিৰামৰ এনে দেশ উদ্ধাৰৰ চিন্তাৰ সময়তে চিপাহী বিদ্ৰোহৰ জুই সমগ্ৰ ভাৰত জুৰি বিয়পি পৰিল। তেওঁ সেই সময়তে ইংৰাজক খেদাৰ সুবৰ্ণ সুযোগ বুলি ভাবিলে কিন্তু মিছা হ'ল। মণিৰামে ফাঁচীৰ কাঠ শুৱনি কৰিলে। দুতিৰাম চিৰস্তাদাৰ বৰুৱা, মধুমল্লিক, বাহাদুৰ গাওঁবুঢ়া,

ফৰ্ম্মুদ আলি আদি ভালে কেইজনক যাবজ্জীৱন দ্বীপান্তৰ কৰিলে। অসম নেতাশূন্য কৰিলে হয় কিন্তু নেতাৰ অন্ত নহল।

চিপাহী বিদ্ৰোহৰ পাচত ভাৰতবৰ্ষত জাতীয়তাবাদৰ সৃষ্টি হ'ল। ইংৰাজ শাসনৰ প্ৰতি কাৰো শ্ৰদ্ধা নাথাকিল। আৰ্য্যসমাজৰ প্ৰতিষ্ঠাতা স্বামী দয়ানন্দৰ "ভাৰত, ভাৰতবাসীৰ" ধ্বনিয়ে ভাৰতবাসীৰ অন্তৰত দেশ প্ৰেমৰ বীজ সুমুৱাই দিলে। লোকমান্য তিলকৰ "স্বৰাজ মোৰ জন্মস্বত্ব, ইয়াক মই পাবই লাগিব" ধ্বনিয়ে বাস্তৱিকতে আমাৰ স্বাধীনতা সংগ্ৰামৰ শুভ উদ্বোধন কৰিছিল বুলিয়েই ক'ব লাগিব। ৰাউলাট আইন আৰু জালিয়ানাৱালাবাগৰ হত্যাকাণ্ডই ভাৰতবাসীক অসহযোগ আন্দোলনত জপিয়াই পৰিবলৈ বাধ্য কৰিলে। এই আন্দোলনে কংগ্ৰেছক এটা বৈপ্লৱিক অনুষ্ঠানত পৰিণত কৰিলে। মাহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবাসী স্বৰাজ লাভৰ বাবে আৰু বেচি প্ৰতিজ্ঞাবদ্ধ হ'ল। স্বাধীনতা লাভৰ বাবে সজাগ আৰু সক্ষম কৰি ৰাখোঁতা সকলক স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীত স্থান নিদিলে বুৰঞ্জী সম্পূৰ্ণ হ'ব নোৱাৰে। কলীয়াবৰৰ বুৰঞ্জীও সম্পূৰ্ণ নহব। ১৯২১ চনৰ পৰা ভাৰতবাসীৰ লগতে কলীয়াবৰৰ সন্তানে ভাৰতমাতাৰ শৃঙ্খল মোচনৰ বাবে যি ত্যাগ স্বীকাৰ কৰিলে সেয়া নিশ্চয় ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা থাকিব। অসহযোগ আন্দোলন আৰু বিশেষকৈ বিয়াল্লিচৰ গণবিপ্লৱত কলীয়াবৰীয়াৰ বৰঙণি স্মৰণীয় হৈ থাকিব। এই স্বাধীনতা সংগ্ৰামত কলীয়াবৰীয়াই অংশ গ্ৰহণ কৰি দেশৰ মান মৰ্য্যদা ৰক্ষাৰ মহান ঐতিহ্যকে পুনৰ প্ৰতিষ্ঠা কৰিলে।

* * *

আমাৰ জনজাতীয় বড়ো-কছাৰী আৰু কাৰ্বি সকলে অৰণ্যৰ মাজে মাজে থাকি ঐতিহ্য ৰক্ষা কৰি আছে। তেওঁলোকৰ ধৰ্মীয় ব্যৱস্থা, সমাজ ব্যৱস্থা, কলাকৃষ্টি মোলান পৰি যাবলৈ দিয়া নাই। যেনেকৈ উৎসৱৰ চিফুঙৰ মাত আগৰ দৰেই বাজি আছে, বাথৌ বা শিৱপূজা আগৰদৰে আজিও কৰে, বিয়া-বাৰু, খোৱা-লোৱা, সাজ-পোছাক সকলো

আগৰ ধৰণেৰেই আছে। আমাৰ বিহু তেওঁলোকে শ্ৰদ্ধাৰে পালন কৰি আহিছে। গাঁৱত নামঘৰ পাতি শঙ্কৰদেৱৰ আদৰ্শ ৰক্ষা কৰিছে। কলীয়াবৰৰ কেইবাখনো ঠাই বড়ো ভাষাৰ পৰাই উদ্ভৱ। স্বাধীনতা সংগ্ৰামত তুৰাই কছাৰীৰ দান অতুলনীয়।

বড়োসকলৰ বাহিৰেও কাৰ্বিসকলেও নিজৰ সভ্যতা-সংস্কৃতিৰ মোহনীয় ৰূপ ৰক্ষা কৰি আহিছে। তেওঁলোকৰ দহাৰ ঐতিহ্য এতিয়াও ধ্বংস হবলৈ দিয়া নাই।

মুঠতে কলীয়াবৰৰ এক মহান ঐতিহ্য আছে আৰু এই ঐতিহ্য বিপন্ন হলে আমাৰ জাতিৰ বাবেই যে এক ডাঙৰ বিপৰ্য্যয় হব সেই বিষয়ে সন্দেহ নাই। পৃথিবীৰ যি জাতিয়ে নিজৰ ঐতিহ্য ৰক্ষা কৰাত সততে তৎপৰ সেই জাতিয়েই পৃথিবীৰ জীয়া-জাতি। নিজৰ ঐতিহ্য পাহৰি গলে নিজৰ অস্তিত্বও হেৰাই যাব। গতিকে কলীয়াবৰীয়াই নিজৰ ঐতিহ্যখিনি নজহা নপমাকৈ ৰাখিলেহে এক মহান ঐতিহ্যৰ গৰাকী হোৱাৰ সাৰ্থকতা হ'ব।

অসম সাহিত্য সভাৰ ২২শ অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণত শ্ৰীবেণুধৰ শৰ্মাদেৱে কৈছিল— "ঐতিহ্য আৰু আদৰ্শ বিহীন ৰাষ্ট্ৰ গুৰিয়াল নোহোৱা হোলোং নাৱৰ নিচিনা—চাবটোৱে প্ৰতি টলং ভটং।"*

* এই অধ্যায়ত উল্লিখিত গ্ৰন্থ, আলোচনী আৰু অভিভাষণৰ বাহিৰেও তলত উল্লেখ কৰা গ্ৰন্থসমূহৰ সহায় লোৱা হৈছে—

১। পবিত্ৰ অসম (২য় সংস্কৰণ) ডঃ মহেশ্বৰ নেওগ সম্পাদিত।
২। মীৰজুমলাৰ অসম আক্ৰমণ— ডঃ সূৰ্য্য কুমাৰ ভূঞা।
৩। মণিৰাম দেৱান— বেণুধৰ শৰ্ম্মা।
৪। আসাম বুৰঞ্জী— গুণাভিৰাম বৰুৱা।
৫। বুৰঞ্জীৰ বাণী— ডঃ সূৰ্য্যকুমাৰ ভূঞা।
৬। আহোম জাতি আৰু অসমীয়া সংস্কৃতি— লীলা গগৈ।
৭। অসমৰ বুৰঞ্জী— পদ্মনাথ গোহাঞি বৰুৱা।
৮। Aton Buragohain and his times.— Dr. S. K. Bhuyan,

# দ্বিতীয় অধ্যায়

[ মঠ-মন্দিৰ, দ'ল-দেৱালয়, সত্ৰ, থান, নামঘৰ, মচজিদ, দৰগাহ আৰু গীৰ্জ্জা ]

## দুইমুনি শিল :

মহাক্ষেত্ৰ কণ্বাশ্ৰমৰ কাষতে মহামুনি চ্যবনৰ মানস পুত্ৰ কমুদ আৰু কৌস্তুভৰ আশ্ৰম আছিল। এওঁলোকে বহু শিষ্যৰে আশ্ৰম পাতিছিল। যেতিয়া শোণিতপুৰৰ বাণে সদাশিৱৰ ইচ্ছামতে পুৱত এককোটি শিৱলিঙ্গৰে কাশীধাম নিৰ্ম্মাণ কৰিবলৈ আৰম্ভ কৰিলে তেতিয়া গণেশে তাৰে এটা লিঙ্গ লুকুৱাই থলে। বাণে যেতিয়া এটা লিঙ্গ কম দেখিলে তেতিয়া তেওঁ শিৱক সুধিলে। শিৱই দুই মুনি কমুদ আৰু কৌস্তুভক সুধিবলৈ ক'লে। বাণে সোধাত মুনি দুজনে দ্বিতীয় কাশীৰ কথা কব নোৱাৰি পশ্চিমমত বিচাৰিবলৈ কলে। সদাশিৱই বাণক মিছা কৈছে বুলি জুইত জাপ দিবলৈ যোৱাত শিৱই দেখা দি বাণে তেনে কৰাৰ কাৰণ সুধিলে। বাণে তেতিয়া মুনি দুজনাৰ কথা কলে। তেতিয়া শিৱই এই কথা শুনি কলে যে মুনি দুজন সংযত ব্ৰাহ্মণ নহয়— শিলহে। তেতিয়াৰ পৰা কমুদ আৰু কৌস্তুভ শিল হৈ ৰ'ল। প্ৰবাদ আছে কলিৰ শেষত সাত ম্লেছৰ যুদ্ধত তেজৰ ধাৰ আহি যেতিয়া দুই মুনি শিলাৰ ওপৰত পৰিব তেতিয়াহে শিলাৰূপী মুনি দুজন শিষ্য যথাৰিতে মুক্তি লাভ কৰিব আৰু তেতিয়াই দক্ষিণপৰীয়া দুই মুনি শিল উত্তৰপাৰ হ'ব অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ গতি সলনি হৈ দুই মুনি শিলাৰ পুবে বব। শিলঘাটৰ পশ্চিমফালে ব্ৰহ্মপুত্ৰৰ বালিৰ মাজৰ শিল কেইটাই তাৰেই সংকেত দি আছে।

## শিৱদেৱালয় সমূহ ঃ

### ৰাণেশ্বৰ ঃ—

কামৰূপৰ তীৰ্থ বিৱৰণত আগৰৱালাদেৱে লিখিছে— "মদনাচলৰ ঈশান কোণত তিনি ইয়ুক্ষেপ অন্তৰত সপ্তপাতাল ভেদী সুবিখ্যাত ৰাণেশ্বৰ লিঙ্গ প্ৰতিষ্ঠিত আছে।" এই লিঙ্গকেই গণেশে দ্বিতীয় কাশী বিশ্বনাথৰ পৰা আনি লুকুৱাই থৈছিল। ৰবখোপ পাহাৰৰ উত্তৰ কাষত এই দেৱালয় অৱস্থিত। এই শিৱস্থানে যাত্ৰীক আজিও আকৰ্ষণ কৰি আছে।

### নন্দিকেশ্বৰ দেৱালয় ঃ—

তন্ত্ৰচুড়ামণিত আছে— "হাৰপাতো নন্দীপুৰে
ভৈৰৱঃ নন্দিকেশ্বৰঃ।
নন্দিনী সা মহাদেৱী
ভৈৰৱঃ নন্দিকেশ্বৰঃ॥

এই ভৈৰৱ নন্দিকেশ্বৰ শিৱ দেৱালয়খন ম'হৰৰা আলিৰ কাষত অৱস্থিত। দেৱালয়ৰ কাষতে দেউৰী চিলাবন্ধা গাওঁ।

দেৱালয়ৰ প্ৰতিষ্ঠাতাৰ নাম নাজানিলেও এইটো স্বীকাৰ্য্য যে দেৱালয়খন স্বৰ্গদেউ শিৱসিংহৰ কীৰ্ত্তি। মন্দিৰটিৰ বৈশিষ্ট্য এইয়ে যে ইয়াক শিল আৰু ইটাৰে তৈয়াৰ কৰা হৈছিল।

দেৱালয়ৰ প্ৰধান উৎসৱ শিৱৰাত্ৰি, জন্মাষ্টমী আৰু দৌলযাত্ৰা। বাঘভেটাত আগৰণুৱা চিলাবন্ধা গাৱৰ বাইজে বাঘভেটিবলৈ যোৱাৰ আগতে এই শিৱস্থানত প্ৰাৰ্থনা জনাই যোৱাটো এটা বিশেষ কথা।

ৰজাই নন্দিকেশ্বৰত পূজাৰী-আৰু-দেউৰী নিয়োগ কৰিছিল। এই দেউৰীৰ পৰা দেউৰী চিলাবন্ধা হৈছে। প্ৰবাদ আছে যে বিদিপদীয়া (ৰুদ্ৰপদ) ত শিৱলিঙ্গ পাই ৰজাই তাকে চিলাবন্ধাত স্থাপন কৰি দৰঙৰ নন্দিকেশ্বৰ দেৱালয়ৰ পৰা এঘৰ কেশৰী ব্ৰাহ্মণ, এঘৰ ঋষি, আৰু এঘৰ ঠাকুৰ নিয়োগ কৰিছিল। বিদিপদীয়াৰ শিৱলিঙ্গ আনি স্থাপন কৰিবলৈ ৰজা শিৱসিংহক বোলে সপোন কৰাইছিল। কলীয়াবৰৰ

নন্দিকেশ্বৰ দৰঙৰ নন্দিকেশ্বৰৰ শাখা বুলি কব পাৰি। দেৱালয়খনৰ সম্পূৰ্ণ বুৰঞ্জী জনা যোৱা নাই। সেয়ে ইয়াৰ বুৰঞ্জী যদি কিবা আছিল লুকাই থাকিল।*

**অম্বিকানাথ দেৱালয় :—**

অম্বিকানাথ দেৱালয়ক বুঢ়াগোঁসাই থান বুলিও কয়। কুঁৱৰীটোলৰ পৰা কিছু দক্ষিণত থকা হাতীগাঁৱত ৩৭ নং ৰাষ্ট্ৰীয় পথৰ কাষতে দেৱালয় খন অৱস্থিত। এইখন শিৱসিংহৰ দ্বাৰাই স্থাপিত। উল্লেখযোগ্য যে এই শিৱালয়ত বিষ্ণুকে প্ৰতিষ্ঠা কৰা হৈছে।

শিৱৰ মহাভক্ত স্বৰ্গদেউ শিৱসিংহই অসমত শাক্ত ধৰ্মৰ প্ৰতিষ্ঠাৰ বাবে অসমৰ বাহিৰৰ পৰা অৰ্থাৎ কনৌজ আৰু মিথিলাৰ পৰা কেইবাজনো শাক্ত পণ্ডিত নিজ দেশলৈ আনিছিল। এই সকলৰ ভিতৰত মিথিলাৰ জনাৰ্দ্দন ঠাকুৰো একজন। তেথেতক ৰজাই মাতি আনি বৰঠাকুৰ উপাধি দিয়ে আৰু শাক্তপীঠ স্থাপন কৰিবলৈ আদেশ কৰিলে। যেতিয়া জনাৰ্দ্দন ঠাকুৰ নাৱেৰে ভটিয়াই কলং নৈয়েদি আহি কুঁৱৰীটোলত ৰয়হি তেতিয়া ৰাতি ঠাকুৰক স্বপ্ন কৰালে যে সেই ঠাই শিৱমন্দিৰ স্থাপন কৰাৰ বাবে উপযুক্ত ঠাই। এই স্বপ্নমতে বৰঠাকুৰে নিৰ্মাণ কৰালে শ্ৰীশ্ৰী অম্বিকা নাথ দেৱালয় বা বুঢ়াগোঁসাই স্থান।

দেৱালয়ৰ খাট তেতিয়া পুৰণিগুদামলৈকে আছিল। কিন্তু ইংৰাজ সকল আহি এই মাটি তিনি খণ্ড কৰিলে। প্ৰথমতে দেৱালয়ৰ চল্লিছগোট পাইক আছিল কিন্তু ইংৰাজ আমোলত দহগোট পাইকহে ৰাখিলে। উক্ত দেৱালয়ৰ খাট হাতীগাঁও ( কলীয়াবৰ ), ভেৰভেৰী আৰু চুতীয়া পাৰ্ব্বত ( পুৰণিগুদাম ) পাতিলে।

দেৱালয়ত যি তামৰ ফলি আছিল সেইখিনি মানৰ আক্ৰমণত ধ্বংস পালে।

জিলা গেজেটিয়াৰত দেৱালয়খন স্থাপনৰ কাল প্ৰায় ১৭০৫ চন

---

*৺ছন্দিধৰ শৰ্ম্মাৰ সহায়ত

আৰু নিস্পিখেৰাজ মাটি আছিল ৪৮৫ বিঘা।

প্ৰতিষ্ঠাতা বৰঠাকুৰ সংস্কৃতত বিদগ্ধ পণ্ডিত আছিল আৰু সেয়ে দেৱালয়ত সংস্কৃতৰ চৰ্চ্চা বহুকাল ধৰি চলি আছিল।

দেৱালৰ প্ৰধান উৎসৱ ভীম একাদশী আৰু শিৱৰাত্ৰি। শিৱৰাত্ৰিত এই অঞ্চলৰ লোকে উলহ মালহৰে ভাওনা সবাহ পাতে। *

## চিত্ৰশঙ্কৰ দেৱালয়ঃ

দেৱালয়খন বামুণীৰ চটাই আলিৰ কাষত অৱস্থিত। পুব অঞ্চলৰ ধুনীয়া পৰ্ব্বতমালা, পশ্চিমৰ কলঙৰ সৌন্দৰ্য্য, উত্তৰাঞ্চলৰ অৰণ্যভূমিৰ মাজত শিৱসিংহই চিত্ৰশঙ্কৰ দেৱালয় প্ৰতিষ্ঠা কৰিলে।

দেৱালয়ৰ পূজা সেৱা পৰিচালনা কৰা হৰমোহনৰ আৰ্য্যপুৰুষ শিৱৰ মহাভক্ত আছিল। এওঁ হৰক মোহিছিল কাৰণে ৰজাই নাম দিছিল হৰমোহন। হৰমোহনৰ পূজাৰীক ৰজাই সোণৰ লগুণ, শিৱলিঙ্গাকৃতিৰ সোণৰ খাৰু আৰু তামৰ ফলি প্ৰদান কৰে। দেৱালয়ৰ খাট হৈছে বামুণীখাট আৰু মথৌখাট।

দেৱালয়ৰ উত্তৰ আৰু পশ্চিমৰ অৰণ্যভূমি অঞ্চলত বাস কৰা বৰালী গাওঁ আৰু দলগাঁৱৰ ৰাইজে শিৱালয়ৰ পৰিচৰ্য্যা বহু কালৰ পৰা কৰি থকা দেখা গৈছে। এই দুই গাঁৱৰ ৰাইজে আজিও সেই পৰম্পৰা বাদ দিয়া নাই। উল্লেখযোগ্য যে এসময়ত দলগাঁৱৰ মাছ নোখোৱাৰ ঘৰৰ আৰ্য্যপুৰুষক সদাশিৱৰ পূজাৰী পদ অৰ্পণ কৰে।

চিত্ৰশঙ্কৰ দেৱালয় অঞ্চলৰ ঘোৰ অৰণ্যত বাঘ, ভালুক, হাতী আদি হিংস্ৰ জন্তুৰে পৰিপূৰ্ণ আছিল। মানৰ আক্ৰমণত চিত্ৰশঙ্কৰ দেৱালয়ৰ তামৰ ফলি হৰণ হয় আৰু এই বংশৰ লোকো স্থানান্তৰিত হয়। বৰ্ত্তমান দৰং জিলাৰ অন্তৰ্গত চতিয়াত হৰমোহনৰ বংশৰ লোক বাসিন্দা হৈ আছে।

দেৱালয়ৰ স্থাপনৰ দিন ধৰি আজি পৰ্য্যন্ত পুৰুষানুক্ৰমে যাৱতীয়

---

* পুৰণিগুদামৰ দেউৰীগাঁৱৰ শ্ৰীপদ্মকান্ত বৰঠাকুৰৰ সহায়ত।

সেৱাকাৰ্য্য চলাই থকা হৈছে। শিৱৰাত্ৰিত ৰাইজে ভাওনা নাম কীৰ্ত্তন পতাটো এটা ঐতিহ্য।

আজি প্ৰায় চল্লিছবছৰৰ আগতে বতাহ ধুমুহাত মন্দিৰৰ কাষৰ প্ৰকাণ্ড বৰগছজোপা ভাগি মন্দিৰ আৰু নামঘৰৰ ধ্বংস সাধন কৰে। এতিয়া স্থানীয় ৰাইজ আৰু ওচৰৰ চাহ বাগিছাৰ কৰ্ম্মীসকলে কলিয়াবৰ উন্নয়ন খণ্ডৰ সাহায্যত দেৱালয়ৰ পুনৰ নিৰ্ম্মাণৰ কাম হাতত লৈছে।

শুনা যায় যে এসময়ত এই দেৱালয়খন পূৱথৰীয়া মৌজাৰ বৰ্ত্তমানৰ ভলাগুৰি সমবায় বেষ্কৰ স্থানত প্ৰতিষ্ঠা কৰা হৈছিল। সম্ভৱ বাঘ, ভালুক আৰু বন্য হাতীৰ উপদ্ৰৱত পূজা সেৱাৰ অসুবিধাৰ কাৰণে স্থাপন কৰি লৈছিল কিন্তু মহাদেৱে তাৰ পৰা নিবলৈ সপোন কৰালে। শিৱালয়খন আনি স্থাপন কৰাত বহুত মানুহ মৰি উপান্ত হ'ল। সেয়ে শেষত বামুণীলৈকে লৈ যোৱা হ'ল। এই শিৱলিঙ্গ বৰালীগাওঁ আৰু দলগাঁৱৰ ৰাইজে ম'হৰ গাড়ীত তুলি নিছিল বুলি শুনা যায়। শিৱলিঙ্গ নিওঁতে বাটত চিত্ৰ বিচিত্ৰ ৰূপ দেখুৱাই মহাদেৱে বোলে ভক্তসকলক মোহিত কৰিছিল।

শিৱৰাত্ৰিত চিত্ৰশঙ্কৰত বহুলোকৰ সমাগম হয়। সাধাৰণতে মাঘমাহৰ পৰা বহাগ মাহলৈকে যাত্ৰীৰ ভিৰ দেখা যায়। ঠাইখণ্ডৰ সৌন্দৰ্য্য এতিয়াও ম্লান পৰা নাই। নিৰিবিলি ঠাইখণ্ডই যাত্ৰীক সহজে আকৃষ্ট কৰে। *

**ৰুদ্ৰপদ :**

এই সম্বন্ধে অৱশ্যে প্ৰথম অধ্যায়ত কৈ অহা হৈছে। এই ৰুদ্ৰপদ (বিদিপদীয়া) জয়সাগৰৰ উত্তৰ পশ্চিম কোণত। এই ঠাইত বহু ভগা ইটাৰ টুকুৰা সিচৰিত হৈ থকা দেখা যায়। ইয়াৰ কাষতে এটা পুখুৰী আছে নাম পত্নম পুখুৰী।

---

* শ্ৰীপত্নম শৰ্ম্মা আৰু শ্ৰীলোকেশ্বৰ শৰ্ম্মাৰ সহায়ত।

**গড়ৰ শিৱস্থান :**

চামধৰা গড়ৰ ওপৰতে অৱস্থিত কাৰণে এই নাম হৈছে। এটা কথা লক্ষ্য কৰা যায় যে চামধৰা গড়টো সংলগ্ন হোৱা পাহাৰটোৰ নাম সদাশিৱ পাহাৰ। কাৰণ এই ঠাইতো শিৱস্থান আছে।

**ত্ৰিশূলধাৰী :**

কামাখ্যা মন্দিৰৰ কিছু পূৱতে পাহাৰৰ কাষত বৃহৎ শিলত শিৱহস্ত, অস্ত্ৰ আৰু ত্ৰিশূল খোদিত আছে। ব্ৰহ্মপুত্ৰৰ কাষৰ মনোৰম দৃশ্যই ভক্তসকলক হাত বাউলি মাতে।

**কামাখ্যা দেৱালয় :**

যোগিনীতন্ত্ৰৰ উত্তৰ খণ্ডৰ প্ৰথম পটলত শ্ৰীভগৱানে দেৱীক কৈছে— "উড্ডীয়ানস্থদেৱেশি প্ৰাদুৰ্ভাবঃ কৃতে যুগে। পূৰ্ণ শৈলস্থ সংভূতিস্ত্ৰেতা যুগ মুখেঽভৱৎ ॥" সত্যযুগত উড্ডীয়ানত কামাখ্যাৰ আবিৰ্ভাৱ হৈছিল। কালিকা পুৰাণত দেৱীৰ উৰুযুগল এই উড্ডীয়ান গিৰিতে পৰিছিল। "উড্ডীয়ানেচ উৰুযুগ্মং হিতায় জগতাং ততঃ।" উল্লেখযোগ্য যে গুৱাহাটীৰ কামগিৰি বা নীলাচলত সতীৰ নাভিমণ্ডল পৰিছিল। কামাখ্যাত এই দেৱী কামৰূপিনী আৰু উড্ডীয়ানত কাত্যায়নী। এই পুৰাণ প্ৰসিদ্ধ উড্ডীয়ানত শালস্তম্ভ ৰজা সকলে "কামেশ্বৰ মহাগৌৰীৰ" মন্দিৰ শিলেৰে নিৰ্মাণ কৰিছিল। প্ৰমত্ত সিংহই এই শিলৰ মন্দিৰ ভাঙি চিঙি তাৰ ঠাইতে কামাখ্যা মন্দিৰ নিৰ্মাণ কৰিলে। মন্দিৰটি ত্ৰিৰথৰূপৰ।

কনকলাল বৰুৱাদেৱে পূৰ্ব্বৰ মন্দিৰৰ বিষয়ে উল্লেখ কৰিছে আৰু তেখেতে কৈছে যে কামাখ্যা পাহাৰত শিৱ আৰু মহাগৌৰীৰ পূজা সেৱাৰ বাবে মন্দিৰ নিৰ্মাণ হৈছিল। বৰুৱাদেৱৰ অনুমান অসত্য নহয়। কাৰণ কাষত পৰিথকা অসংখ্য শিলাখণ্ডই এটা পুৰণি মন্দিৰৰ অৱস্থিতিৰ ধাৰণা সহজে আনি দিয়ে; মন্দিৰৰ বাহিৰত পৰি থকা ভূমি আমলকৰ অঙ্গ, অলশিখৰ আৰু কিম্বপত্ৰই এই কথা স্পষ্টভাৱে ভাঙি থবে। এই সমূহেই

সেই যুগৰ কীৰ্ত্তি বখানি আছে। প্ৰমত্ত সিংহই মন্দিৰ নিৰ্মাণ কৰি এই কলিমবাই— ॥ শ্ৰীৰাম

"৺৭স্বস্তি কৰকলিত কঠোৰ কোদণ্ডক্ষি প্ৰকাণ্ড বিদিয় বিপক্ষ পক্ষ বক্ষঃ প্ৰকটপাত প্ৰোদ্‌গতৰুধিৰ ধাৰাদিগ্ধ ভূভাগ ভৰ্গ ভদ্ৰ কালীচৰণ সমৰ্চ্চনৈ ধিত তেজঃ পুণ্যকীৰ্ত্তি নীতি বিদগ্ধ ধৈৰ্য্যা সাৰসাৰ মনোৰম মূৰ্ত্তি নিখিলক্ষাপাল কিৰীট কোটিজুষ্ঠ পাদপীঠ বিবিধ বিত্ত বিপ্ৰাণ নতুলিত দেৱক্ৰম শ্ৰীশ্ৰীমৎ স্বৰ্গদেৱ প্ৰমত্ত সিংহ সৌমাৰ পীঠ পুৰন্দৰা নামা দেশত স্বচ্চৰণ সেবাৰুচিৰুচিৰ তুৰবাণ শ্ৰীশ্ৰীকামাখ্যা মহাদেৱ্যাঃ পাষাণাদিম যমঠেয়িৰয় কমলতৰণি তৰুণ শ্ৰীযুত গদাধৰ বৃহৎ ফুকুনেনি ৰাসায়ি ঋষিৰস তৰ্ক সুধাংশু শাকে ১৬৬৭।"

"হাতত লৈ থকা কঠোৰ ধনুৰ পৰা মাৰি দিয়া শৰৰ দ্বাৰা বিদীৰ্ণ হোৱা বিপক্ষ সৈন্যৰ বক্ষৰ পৰা মুক্ত তুৰাৰে ওলোৱাৰ দৰে তেজৰ ধাৰাৰে যি জনে ধৰাতল তেজেৰে ৰঞ্জিত কৰিছে, যি জন ভদ্ৰকালীৰ চৰণ সেৱা পৰায়ণত তেজী, যি পুণ্যকীৰ্ত্তি বিশাৰদ বিদগ্ধতা আৰু ধৈৰ্য্যৰ সাৰ স্বৰূপ, যি জন দেখাত কামদেৱৰ নিচিনা মনোৰম, যাৰ পাদপীঠ কোটি সংখ্যক কিৰিটিয়ে স্পৰ্শ কৰে, যি জনে বিবিধ ধন বিলাই দিয়াত কল্পতৰুৰ নিচিনা, সেই শ্ৰীশ্ৰীমৎ স্বৰ্গদেৱ সৌমাৰ পীঠৰ ইন্দ্ৰস্বৰূপ প্ৰমত্তসিংহৰ আদেশত তেওঁৰ চৰণ স্বৰূপ নলিনীৰ ৰেণুত অনুৰক্ত, স্বৰ্গৰ পৰা অৱতৰণ কৰা দিন ধৰি এই স্বৰ্গদেৱৰ সেৱাৰ ব্ৰতী সুন্দৰ প্ৰাচীন তুৰবা বংশৰূপ যি পদুমফুল তাৰ প্ৰতি সূৰ্য্য স্বৰূপ ডেকা শ্ৰীযুত গদাধৰ বৰফুকনৰ দ্বাৰা কামাখ্যাৰ মহাদেৱীৰ এই মন্দিৰ শিল আদিৰে নিৰ্মাণ, ঋষি- ৰস- তৰ্ক- চন্দ্ৰ [ ঋষি- ৭, ৰস- ৬, তৰ্ক- ৬, সুধাংশু- ১ ] অৰ্থাৎ ১৬৬৭ শক। *

গুৱাহাটীৰ কামাখ্যা ৰাজধানীৰ পৰা বহুদূৰ কাৰণে বা সঘনে শত্ৰুৰ আক্ৰমণ হোৱাৰ কাৰণে প্ৰমত্তসিংহই কলীয়াবৰত দ্বিতীয় কামাখ্যা মন্দিৰ নিৰ্মাণ কৰাব পাৰে বা আগৰ কামাখ্যা মন্দিৰ ভাগি

* ডঃ মুকুন্দমাধৱ শৰ্মাৰ অনুবাদ।

হোৱাৰ কাৰণে শিল আৰু ইটাৰে সুদৃঢ় ভাৱে এই মন্দিৰৰ ঐতিহ্য ৰক্ষা কৰিবলৈ চেষ্টা কৰিব পাৰে বা হয়তো আহোমৰ গৌৰৱ বৰ্দ্ধন কৰিবৰ কাৰণে শালস্তম্ভ ৰজা সকলৰ কীৰ্ত্তিচিন ধ্বংশ কৰি সেই উপাদানেৰেই মন্দিৰ গঢ়িব পাৰে যিটো চেষ্টা আমি মোগল সকলৰ ক্ষেত্ৰত দেখিবলৈ পাইছোঁ। মোগল বিলাকে ৰাজপুত জাতিৰ ( হিন্দু জাতিৰ ) কীৰ্ত্তিচিন ধ্বংশ কৰি তাৰ ঠাইতে সেই উপাদানেৰেই নিজ শৈলীৰে বহু বস্তু নিৰ্মাণ কৰিছিল। বিজয়ী জাতিৰ এইটো দস্তুৰেই।

যি কি নহওঁক এই দেৱালয়ৰ মাটিকালি চৌধ বিঘা আঢ়ৈ কঠা। ইয়াৰ পৰিচালনাৰ ভাৰ ঠাকুৰ আৰু পূজাৰীৰ। এই দেৱালয়ত বিশেষকৈ অশোকাষ্টমী মেলাত ভাল সমাগম হয়। দেৱালয়ৰ প্ৰধান উৎসব কিন্তু দুৰ্গা আৰু কালীপূজা। ইয়াৰোপৰি নাম কীৰ্ত্তন চলে। বহুতে আজি কালি ইয়াতে বিবাহ সম্পাদন কৰিবলৈ লৈছে।

জিলা গেজেটিয়াৰত আছে— "১৭৪৬ খৃষ্টাব্দৰ পৰা দুৰ্গাকালীৰ পাষাণ মূৰ্ত্তিয়ে দৈনন্দিন পূজা পাই আহিছে। পূৰৱথৰীয়া মৌজাৰ শিলঘাটৰ কামাখ্যা দেৱালয় কেন্দুকলাই বৰঠাকুৰে ১৭৪৫ চনত স্থাপন কৰিছিল। নিষ্পিখেৰাজ ৬৩১ বিঘা।"

দেৱালয়ৰ পূজা সেৱা পদ্ধতিৰ বৈশিষ্ট্য আছে। মন্দিৰৰ পূজাৰী কেন্দুকলাইৰ বংশৰ। আদি পূজাৰীৰ নাম ধৰাধৰ।

জনশ্ৰুতিয়ে কয় যে প্ৰমত্ত সিংহৰ বোলে বহুতদিন সতি সন্তান হোৱা নাছিল। তেতিয়া ৰজাক দেৱীয়ে এই বুলি সপোন কৰালে যে যদি তেওঁ অন্য এখন কামাখ্যা নিৰ্মাণ কৰে তেন্তে তেওঁৰ সন্তান হব। ইয়াৰ ফলতে দ্বিতীয় কামাখ্যা।

"হাতীমুৰাৰ দুৰ্গা মন্দিৰ":

কামাখ্যা মন্দিৰ স্থাপনৰ বছৰতেই প্ৰমত্ত সিংহই হাতীমুৰা পাহাৰৰ ঠিয় মূৰটিত দশভূজা দুৰ্গাৰ মন্দিৰ নিৰ্মাণ কৰি শাক্ত ধৰ্ম্ম প্ৰচাৰত সহায় কৰিছিল। সম্ভৱ এই মন্দিৰৰ স্থানতো শালস্তম্ভ ৰজা সকলৰ মন্দিৰ

আছিল আৰু সেই মন্দিৰ প্ৰাকৃতিক দুৰ্যোগত বা অন্য কিবা কাৰণে অগ্নি যোৰোক্ত আহোম শৈলীৰে মন্দিৰটি নিৰ্মাণ কৰাইছিল। কনকলাল বৰুৱাদেৱে অৱশ্যে এই কথা অনুমান কৰিছে যে যিহেতু সেই মন্দিৰৰ দীঘল দা পোৱা হৈছে সেই কালৰ পৰা মন্দিৰত এসময়ত নৰবলি পৰ্য্যন্ত দিয়া হৈছিল। সেই নৰবলি সংযুক্ত তান্ত্রিক পূজা সেৱা নৱম দশম শতিকাৰ কামৰূপৰ ৰজাসকলে পৃষ্ঠপোষকতা কৰিছিল। এইয়া যেন মিশ্ৰ বৌদ্ধ, শৈৱ আৰু শাক্ত মিশ্ৰধৰ্মৰ আচাৰ।

আগৰৱালাৰ মতে হাতীমূৰাৰ দুৰ্গা মূৰ্ত্তিৰ নাম কোট্টৰী আৰু সেই পৰ্ব্বতৰ নাম বোধহয়বো হেমুলা আছিল। সেই কোট্টৰীৰ পৰাই অঞ্চলটিৰ নাম কুঠৰী হৈছে বুলি অনুমান।

শুনা যায় প্ৰমত্ত সিংহৰ দিনত বৃন্দাবনৰ পৰা এজন সন্যাসী তীৰ্থ কৰিবলৈ আহোঁতে গড়গাঁৱত বৰফুকন তৰুণ দুৱৰাই লগ পায় আৰু তেওঁৰ তান্ত্রিক শক্তিত মুগ্ধ হৈ কলীয়াবৰলৈ লৈ আহিল। তেওঁক আনি হাতীমূৰা মন্দিৰৰ পূজাৰী পাতিলে। এওঁৰ গোত্ৰ গৰ্গ। এওঁ সদায় দশমীত তৰুণ দুৱৰা ফুকনক গোসানীৰ আগত তেওঁৰ সাতজনী ঘৈণীয়েকৰ সৈতে প্ৰদক্ষিণ কৰায়। কিন্তু এবাৰ এনে ঘটিল যে প্ৰদক্ষিণ কৰা অৱস্থাত তেওঁৰ সকলজনী ঘৈণীয়েক অদৃশ্য হ'ল। দেৱীৰ মুখত বোলে মাত্ৰ ৰিহাৰ আচলটিহে দেখা পোৱা গৈছিল।

মান আক্ৰমণত মন্দিৰত দুজন পূজাৰী আছিল। সিহঁতক বোলে এবেলা এটা আৰু সিবেলা এটাকৈ কাটি বধ কৰিছিল। মন্দিৰৰ সোণৰ কলচী সিহঁতে তেতিয়াই লৈ গৈছিল। সিহঁতে আকৌ সোণৰ দুৰ্গাদেৱীৰ মূৰ্ত্তি লৈ নাৱত যাব ধৰোতেই নাও ডুবি মূৰ্ত্তি পৰি গ'ল। তেনে সময়তে বহুত মানো নাশ পালে।

এই মন্দিৰত নিস্পিষেৰাজ মাটি দেওচুৰ, কুঠৰী আৰু চিকনিলৈকে ব্যাপী আছিল। এতিয়াও সেই অঞ্চলৰ জনজাতীয় লোক সকলে পূজা পাতল দি থাকে।

এই মন্দিৰৰ আৰু এটি বৈশিষ্ট্যপূৰ্ণ বস্তু হ'ল গণেশৰ মূৰ্ত্তি।

এনেকুৱা গণেশৰ মূৰ্ত্তি বোলে অন্য ঠাইত নাই। মূৰ্ত্তিটি আহোম যুগৰ। গোঁসানী কুঢ়ৰ লগতে গণেশ পুখুৰীৰ অৱস্থিতিয়ে গণেশৰ মহিমা প্ৰকাশ কৰিছে।

উপৰোক্ত তৰুণ দুৱৰা বৰফুকন তৰুণ দুৱৰাৰ ঘৰৰ আৰু বিজয় দুৱৰা বৰফুকনৰ পুতেক আছিল। এই বিজয় দুৱৰা বৰফুকনেই কলীয়াবৰত শ্ৰীশ্ৰী বাসুদেৱৰ প্ৰতিমা স্থাপন কৰিছিল শিৱসিংহৰ আজ্ঞাত।

উল্লেখযোগ্য যে এই দুৰ্গামূৰ্ত্তি প্ৰাক আহোম যুগৰ নহয় — আহোম যুগৰহে কিন্তু তাতে শিৱলিঙ্গ ৰখা শিলটো আহোম যুগৰ আগৰ। কথা হ'ল কামাখ্যাৰ দৰে ইয়াত পুৰণি ভগা শিলাখণ্ড নাই। আছে যদিও কম। মন্দিৰটি সপ্তৰথ ৰূপৰ।

## সৌভাগ্য মাধৱ দেৱালয়ঃ—

লাংকুৰি বা বুঢ়াগোঁসাই শিৱৰ মহাভক্ত শিৱসিংহ আৰু কামাখ্যা মহাগৌৰীৰ পৰম ভক্ত প্ৰমত্তসিংহই কলীয়াবৰৰ সভ্যতা-সংস্কৃতিত এক নতুন পদক্ষেপ পেলাই গৈছে। শিৱসিংহৰ দ্বাৰা যি কেইখন দেৱালয় স্থাপন হৈছিল তাৰ ভিতৰত কুঁৱৰীটোলত অৱস্থিত শ্ৰীশ্ৰীসৌভাগ্য মাধৱ দেৱালয়ে এক বিশিষ্ট স্থান অধিকাৰ কৰিছে। তামৰ ফলিত আৰু সাঁচিপাতত সেই গৌৰৱপূৰ্ণ ইতিহাস উজ্জ্বল হৈ আছে।

সৌভাগ্য মাধৱ দেৱালয় শ্ৰীমাধৱৰে উপাসনাৰ স্থান। শিৱসিংহই শিৱৰে সৈতে অভিন্ন বিষ্ণুকো ভক্তিৰ আসনত বহুৱাই উদাৰ ভাৱৰ চিনাকি দিছে। প্ৰবাদ, কিম্বদন্তী, সাঁচিপতীয়া পুথি আৰু তাম্ৰ ফলিত দেৱালয় খনৰ সুন্দৰ চিত্ৰ এটি ফুটি ওলাইছে যিখিনি হয়তো অন্য দেৱালয়ৰ ক্ষেত্ৰত পাবলৈ নাই। ইয়াৰ বাহিৰেও ভুংখুঙীয়া বুৰঞ্জীতো দেৱালয়খনৰ বৈশিষ্ট্য প্ৰমাণিত হৈছে।

তাম্ৰফলিৰ পৰা জনা হৈছে "১৬৪৬ শকৰ আষাঢ় মাহত শ্ৰী শ্ৰীশিৱসিংহ মহাৰাজৰ আজ্ঞাতে গণক ভণ্ডাৰি বৰুৱাএ, গুৱাল বৰুৱাএ সৌভাগ্য মাধৱৰ পুৰণি পদ বস্ত্ৰ ভাঙি নতুন গঢ়াই দিয়ে কৰ্দ্দম ঠাকুৰৰ হাতত।"

তামৰ ফলিত বিগ্ৰহৰ অলঙ্কাৰ, পূজাবিধি আৰু বাব-প্ৰদীপ সম্পৰ্কত বিস্তৃত বিবৰণ দিয়া আছে।

দেৱালয়খনক সৌভাগ্য মাধৱ কিয় কোৱা হয় সেই বিষয়ে কেইবাটাও যুক্তি থাকিলেও এটা কথা ঠিক যে সৌভাগ্য কন্দলি নামৰ এজন ব্ৰাহ্মণৰ পৰাই দেৱালয়ৰ নাম সৌভাগ্য মাধৱ হোৱাটো বেচি যুক্তিপূৰ্ণ। অৱশ্যে এটি বিশ্বাস যে এই দেৱালয়ত মাধৱক পূজা সেৱা কৰিলে সৌভাগ্য মিলে। দেৱালয়ৰ বাব-প্ৰদীপ সম্পৰ্কীয় এখনি পুথিত এনেদৰে লিখা আছে— "শ্ৰীশ্ৰীসৌভাগ্য মাধৱ পূৰ্ব্বকালে শ্ৰীশ্ৰীজগন্নাথৰ সহকাৰেছিল। তাঁহাতে অসম দেশৰ কন্দলি নামে ব্ৰাহ্মণ যোৱাতে স্বপ্ন কৰাই আসাম দেশে আহি দিকৰাইৰ মুখত ৰওঁতে সৌভাগ্য কন্দলিয়ে আগবঢ়াই নি মূঢ়াদ'লতে সংস্থাপন কৰি সেৱা পূজা কৰি থকাতে শ্ৰীশ্ৰীশিৱসিংহ স্বৰ্গদেৱৰ আজ্ঞায়ে শ্ৰীযুত গদাধৰ বৃহৎফুকনে কলিয়াবৰত দেৱালয় পাতি মাটি পাইক দি সেৱা পূজা লগাই গৈছে।" এই সৌভাগ্য কন্দলি ব্ৰাহ্মণৰ নামানুসৰিয়েই দেৱালযখনক সৌভাগ্য মাধৱ বোলা হৈছে।

তামৰ ফলি আৰু সাঁচিপতীয়া 'বাব' সম্পৰ্কীয় পুথিত শিৱসিংহ প্ৰদত্ত বিভিন্ন সম্পত্তিৰ আভাষ পোৱা হৈছে আৰু সেই সমূহ সম্পত্তিয়ে ৰজা শিৱসিংহৰ পৰম তৎপৰতাৰ কথা প্ৰকাশ কৰিছে।

তামৰ ফলিত সম্পত্তি সমূহ এনেদৰে দিয়া আছে যেনে— সোণৰ খুৰি এটা ( জোখত ৪৸৶০ অনা ), ৰূপৰ ঝৰা এটা ( জোখত ৬৷৵০ অনা ) তাম্ৰি ৰূপ এটা ( জোখত ১০৸০ অনা ) ৰূপৰ কোষা এটা ( জোখত ৩৮৷৷০ অনা ) তামৰ থাল এখন ( জোখত ৩ সেৰ ) তামৰ কোষা এটা ( জোখত এসেৰ ) পিতলৰ শৰাই এখন, কাঁহৰ খুটিতাল ৮ জোৰ।

মহাপ্ৰভুৰ আভৰণৰ ভিতৰত সোণৰ অৰ্ঘা এপাত ( ৩৷৶০ অনা জোখত ), কিৰিটি এটা সোণৰ ( জোখত ১৵০ অনা ), ফুল দুপাহ ( জোখত ৷০ অনা ) সোণৰ মণি ১৬টা। ৰূপৰ আভৰণৰ ভিতৰত টৈমা এটা ( ৬৷৶০ অনা জোখত ), ৰূপৰ অৰ্ঘা এপাট, কঙ্কালি এপাট ( ২৷৷০ অনা জোখত ), গলপতা এপাট ( ৷৶০ অনা জোখত ),

তাল দুপাট (২ টকা জোখৰ) কৰ্ণফুল ২টি (২ টকাৰ জোখৰ), মণি ১০ টি (৩ টকা জোখৰ)।

তামৰ সম্পত্তিৰ ভিতৰত তামি ২টা, অৰ্ঘা ২টা, খড়ম ২জোৰ আৰু কলহ ২টা। অন্য সম্পত্তি হৈছে—ত্ৰিপদী ১টা, দমদম ৰূপৰ কলচি ৪টা, ৰূপৰ কলহ ১টা আৰু কাহৰ বাতি ৩টা।

ইয়াৰ উপৰিও ৰূপৰ ফুল ১৪ পাহ, পিতলৰ ডবা এটা (৬০ সেৰ ওজনৰ), মণি /১০ সেৰ, চৰণ ঢকাকল্প ২পাত, নেপুৰ ২পাত, মেৰ ১টা (১/ অনা জোখৰ), পিতলৰ থাল ১খন, পিতলৰ কলহ ২টা, তামৰ তামি ২টা, তামৰ অৰ্ঘা ১পাত।

উপৰোক্ত মহাপ্ৰভুৰ আভৰণাদি আৰু লাগতিয়াল সা-সম্পত্তিৰে স্বৰ্গদেউ শিৱসিংহই এই দেৱালয় স্থাপন কৰি যায়। স্বৰ্গদেৱে দেৱালয়ৰ পূজা পাতলৰ বিষয়ে তত্ত্বাৱধান লোৱাৰ প্ৰমাণ পোৱা যায়। ইয়াৰ কাৰণে কিছুমান ব্ৰাহ্মণক সুকীয়া সুকীয়া বাব দি যায়। এই বাব মতেই দেৱালয় পৰিচালনা কৰিবলৈ কৰ্দ্দম ঠাকুৰক পুত্ৰ পৌত্ৰাদিক্ৰমে নিৰ্দ্দেশ কৰে। সাঁচিপতীয়া পুথিত এনেদৰে লিখা আছে যেনে—"কৰ্দ্দম ঠাকুৰৰ পুত্ৰ ৰামদেউ ঠাকুৰ; ৰামদেউ ঠাকুৰৰ পুত্ৰ জয়ৰাম ঠাকুৰ; জয়ৰাম ঠাকুৰৰ পুত্ৰ কৃষ্ণদামোদৰ; কৃষ্ণদামোদৰৰ পুত্ৰ মনহৰি; মনহৰি ঠাকুৰৰ পুত্ৰ বল্লভে ঠাকুৰ; বল্লভ ঠাকুৰৰ পুত্ৰ দিগম্বৰ; দিগম্বৰৰ পুত্ৰ দুৰ্গাধৰ; দুৰ্গাধৰৰ পুত্ৰ পুণ্যধৰ; পুণ্যধৰৰ পুত্ৰ ভোলানাথ ঠাকুৰ।" কৰ্দ্দম ঠাকুৰৰ পুত্ৰ ৰামদেউক মাতখন দেৱালয়ৰ ওপৰত ঠাকুৰ আৰু হাজৰিকা পাতিছিল বুলি শুনা যায়।

মানৰ আক্ৰমণ অসমীয়া সংস্কৃতিৰ বাবে কম দুৰ্য্যোগৰ সময় নাছিল। আমাৰ কিমান সাংস্কৃতিক সম্পদ যে নৈ, নলা, পুখুৰী আৰু হাবিৰ মাজত জাহ গ'ল তাৰ হিচাব নাই।

শিৱসিংহই ৰাম আৰু কৃষ্ণ নামে দুজন ব্ৰাহ্মণক দেৱালয় পৰিচৰ্য্যা কৰিবৰ কাৰণে দায়িত্ব দিছিল। মান অহাৰ সময়ত এইলোকে দেৱালয় পৰিচৰ্য্যা কৰি আছিল। মান সেনা যেতিয়া আহি দেৱালয় পালেহি তেতিয়া সিহঁতে একো অপকাৰ নকৰি গুচি যায়। মানসেনা গুচি

যোৱাৰ পাচত ৰাতি মাধৱে এই ব্ৰাহ্মণ দুজনক স্বপ্ন কৰালে এই বুলি—"মানসেনা পুনৰ্বাৰ মোৰ লুটিবলৈ আহিব সিহঁতৰ অত্যাচাৰত থাকিব নোৱাৰি মই আঁতৰি যাম। তহঁতে মোৰ মূৰ্ত্তিখনত পানী নাঢালিবি, পিঠা আৰু তেল ঢালিবি।"

স্বপ্নৰ কথামতে দ্বিতীয় বাৰ মানসেনা দেৱালয় লুটিবলৈ আহিল। তেওঁলোকে ভাবিলে যে ক্ষুদ্ৰ শৌচ কৰি চটিয়াই দিলে অসমৰ দেও পলাব। এইদৰে ভাবি চিন্তি তেওঁলোকে মূৰ্ত্তিৰ গাৰ মূল্যবান সোণ-ৰূপৰ অলঙ্কাৰ লুটি লৈ দেৱালয়ত জুই লগাই দিলে। গাৱঁৰ মানুহে জুই নুমাবলৈ আতুৰত পানী ঢালি দিলে আৰু লগে লগে মহাপ্ৰভুৰ মূৰ্ত্তি ফাটি বিচ্ছিন্ন হৈ গ'ল। এই অত্যাচাৰ কৰি মানসেনা গুচি গ'ল। প্ৰবাদ আছে দেৱালয়ৰ সন্মুখত থকা খাজুৰি গছ এজোপাৰ তলত আঠটামান মাম তেজ বটিয়াই মৰিল।

মানসেনা যোৱাৰ পাচত গাঁৱৰ মানুহে কন্দাকটা কৰিবলৈ ধৰিলে। ৰাতি মাধৱে পূজাৰীহঁতক এই বুলি স্বপ্ন কৰালে— "তহঁতে দুখ নকৰিবি। মই তহঁতক আগেয়ে কৈছিলোঁ। ৰাক যি হব লগা আছিল হৈ গ'ল। মোৰ ভাই দধি মাধৱ জগন্নাথ ক্ষেত্ৰত আছে। মই তেওঁক ইয়ালৈ আনি দিম আৰু তহঁতে তেওঁক পূজা পাতল দি থাকিবি। মই গৈ ব্ৰহ্মপুত্ৰৰ মাজৰ ডুইমুনি শিলৰ গুচৰতে ভাইৰ সৈতে একেলগে থাকিম। বাইজে হৰিধ্বনি কৰাৰ লগে লগে পাৰলৈ চাপি আহিম। বাইজে তেওঁক (দধি মাধৱক) আনি দেৱালয়ত স্থাপন কৰি পূজা দি থাকিব।"

স্বপ্নৰ কথামতে গাঁৱৰ সকলো বাইজে ঠাকুৰ পূজাৰী আদিৰ সৈতে গৈ দধি মাধৱক আনি দেৱালয়ত মহা পয়োভৰেৰে স্থাপন কৰে। তেতিয়াৰ পৰা ভগ্ন মূৰ্ত্তি আৰু দধিমাধৱ দুয়োজনাকে পূজা কৰা হৈছে। এই দুজনাই দেৱালয়ৰ উপাস্য বিষ্ণুমূৰ্ত্তি। এইদৰে কিছুদিন দেৱালয়ত থকাৰ পাচত জামুগুৰি অঞ্চলৰ মানুহ আহি ভগ্নমূৰ্ত্তিৰ চৰণ দুখানি নি জামুগুৰিত স্থাপন কৰে। এই চৰণ দুখনিৰ লগতে তেওঁলোকে দেৱালয়ৰ "কয়চলা"খন লৈ যায়। এতিয়া দেৱালয়ত মান আক্ৰমণৰ স্মাৰক বহন

কৰি আছে এখন ডেৰহাত দীঘল দাই।

স্বৰ্গদেউ শিৱসিংহই দেৱালয়ৰ পূজা-পাতল পৰিপাতিকৈ চলাবৰ কাৰণে ৫৩১ বিঘা ( জিলা গেজেটিয়াৰ ) নিষ্পিখেৰাজ মাটি দি থৈছে। এই মাটিৰ ৰাজহৰ সম্পূৰ্ণ দায়িত্ব ঠাকুৰৰ। এই ৰাজহৰ আধা চৰকাৰক দিব লাগে আৰু বাকী অংশৰে দেৱালয়ৰ কামত নিয়োজিত কৰা হয়। ৰজাদিনীয়া ৮০ ঘৰ পাইকক এই মাটি ভগাই দিয়া হৈছিল।

শিৱসিংহই দেৱালয়ৰ উন্নতি আৰু সু-পৰিচালনাৰ বাবে কেইবোৰ বাব সৃষ্টি কৰি থৈ গৈছে। এই বাববোৰ আছিল এনেধৰণৰ— যেনে :— নিত্য পূজাত পূজাৰি এজন, পৰিচেৰেক এজন, এজন বায়ন, চাৰিজন গায়ন, এজন ওজা, চাৰিজন পালি, দুজন ঢুলীয়া, এজন কালীয়া, এজন চৰাচোৱা, এজন বাৰীচোৱা, এজন ভণ্ডাৰি, বৰফুকনৰ লিকচৌ দুজন, দুজন হাজৰিকা, টেকেলা, গীতা পাঠক এজন, সহস্ৰ নাম পাঠক এজন, শিৰ্ব্বাচন পাঠ কৰা দুজন, ক্ষুদ্ৰ পাইক চৌৱাল্লিছ গোট। ইয়াৰ ভিতৰত গায়ন, বায়ন, পৰিচেৰেক, বাৰীচোৱা আৰু পূজাৰী— এই কেইজনে দেৱালয়ত খটাৰ কাৰণে বিনা ৰাজহে একোটা খাট খাবলৈ পাইছিল।

দেৱালয়ৰ মূল উৎসৱ দুটা ফাকুৱা আৰু শ্ৰীকৃষ্ণৰ জন্মাষ্টমী। প্ৰতি বছৰে এই দুভাগ উৎসৱ মহাপয়োভৰেৰে পালন কৰা হয়। শিৱসিংহই নিয়োগ কৰা ৰামকৃষ্ণ ব্ৰাহ্মণে জন্মাষ্টমী পূজা ভালদৰে পৰিচালনাৰ প্ৰমাণ পোৱা যায়। ফাকুৱা দেৱালয়ৰ অন্যতম আকৰ্ষণীয় উৎসৱ। এই দুটা উৎসৱৰ আগদিনা ঠাকুৰ, পূজাৰী, পৰিচেৰেক, বাৰীচোৱা, ভণ্ডাৰি আদি সকলোৰেই মাটিৰ মলাচকত হবিসান্ন খাই পিচদিনা পূজাৰ কাম চলায়। ফাকুৱাৰ দিনা ভাওনা সবাহ শেষ কৰি পাচদিনা মহাপ্ৰভুক লৈ ফুৰোৱা হয়।

দেৱালয়ৰ এটা প্ৰধান বৈশিষ্ট্য হল এয়ে যে ইয়াত অসমীয়া ভাওনা সঘনে হয়। বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰৰ প্ৰধান বাহন ভাওনা দেৱালয়ত এনেদৰে হোৱাটো মন কৰিবলগীয়া কথা। ইয়াৰ মাজত সহনশীলতাৰ বীজেই

লুকাই আছে। এই অঞ্চলৰ শ্ৰীমিনাৰাম বায়ন এজন সৰ্ব্বগুণী লোক। এখেতৰ বাহিৰেও বগীৰাম বায়ন আৰু ৺ক্ষিতি গায়ন শঙ্কৰী কলাকৃষ্টিত যেচ ৰাপ থকা লোক। এই দেৱালয়ত নিকুম্ভাসুৰ বধ, তাড়ক বধ, সীতা হৰণ, বীৰ বীৰেন্দ্ৰ কেশৰী, দ্ৰৌপদীৰ স্বয়ম্বৰ, বালীবধ, প্ৰবীৰ পতন, অশ্বকৰ্ণ জজ্ঘাসুৰ বধ, ভক্ত কুৱলাশ্ব আদি নাটৰ ভাওনা হৈছে। ওপৰোক্ত নাট সমূহৰ ভিতৰত বীৰ বীৰেন্দ্ৰ কেশৰী, ভক্ত কুৱলাশ্ব আৰু প্ৰবীৰ পতন নাটকৰ ৰচক ৺দিবাকৰ দেউ। ৺দিবাকৰ দেউ এজন ভাল সাহিত্যিক আছিল। এখেতে এই তিনিখন নাটৰ উপৰিও ৰাধাৰ কলঙ্ক ভঞ্জন, শাম্ববধ, অনন্ত মহিমা, বৃত্ৰাসুৰ বধ বা নিৰ্ম্মলা সুন্দৰী আৰু কল্কিৰ দিগ্বিজয় নামে নাট লিখে। এই নাট সমূহে কলীয়াবৰৰ ভাওনা শিল্পত কম অৰিহণা যোগোৱা নাই। এই নাট সমূহৰ পদ পয়াৰ, গীত, বচন-কথা অতি শুৱলা আৰু সুশ্ৰাব্য। কোনো স্কুলীয়া শিক্ষা নোপোৱাকৈ মানুহ যে নাট্যকাৰ হব পাৰে তাৰে জ্বলন্ত প্ৰমাণ এই দিবাকৰ দেউ। তেখেতে মাত্ৰ সংস্কৃত টোলত কিছু অধ্যয়ন কৰিবলৈ সুবিধা পাইছিল। সি যি কি নহওঁক এই দেৱালয়ৰ কেইগৰাকীমান শিল্পীৰ বিষয়ে দুআষাৰ নিলিখিলে আলোচনা অসম্পূৰ্ণ হৈ ৰব। এই দেৱালয়ৰ ভাওনা বুলিলেই চাৰিজন মানুহৰ নাম মনলৈ আহে। এই চাৰিজন হল ৺তুলসী দেউ, ৺দিবাকৰ দেউ, ৺সোণাৰাম বৰদলৈ আৰু ৺কালীৰাম বৰদলৈ। ৺তুলসী দেউৰ জৰাসন্ধ, ৺দিবাকৰ দেউৰ ইন্দ্ৰ আৰু ৺সোমনাথ বৰদলৈৰ ৰাৱণ আৰু নিকুম্ভাসুৰৰ ভাও স্মৰণীয়। এই ভাওনা সমূহত ৺জগন্নাথ আৰু বাপাই গোঁসায়ে ধুনীয়া ধুনীয়া মুখা তৈয়াৰ কৰি ভাওনাৰ গাম্ভীৰ্য্যতা বঢ়াইছিল। তাৰোপৰি এই দেৱালয়ত পতা কুৰুক্ষেত্ৰ আৰু প্ৰবীৰ পতন ভাওঁনাত হাতীচোঙৰ শ্ৰীবীৰেণ মহন্তই সুনাম আৰ্জি গৈছে।

## পুৰণি পুথি-পাঁজি আৰু ৰজাদিনীয়া সম্পদ :—

শিবসিংহই দেৱালয়ৰ কাৰণে দিয়া লাগতিয়াল অলঙ্কাৰ আৰু অন্য সম্পত্তি মানৰ আক্ৰমণৰ পাচতো বহুবাৰ চুৰি হোৱাৰ কাৰণে সম্পদ সমূহ

প্ৰায় লোপ পাই আহিছে। এতিয়া মাত্ৰ ৰূপৰ কলহ এটা, তামৰ কলহ এটা, ৰূপৰ অৰ্ঘা এপাত, পিতলৰ শৰাই এখন, তামৰ এসেৰ ওজনৰ থাল এখন, পিতলৰ ত্ৰিপদী, তামৰ অৰ্ঘা আৰু দন্দৰ ৰূপৰ কলসী চাৰিটা পোৱা হৈছে। সাঁচিপতীয়া পুথিৰ ভিতৰত পোৱা হৈছে এখন গীতা, এখন ভাগৱত, এখন কীৰ্ত্তন আৰু এখন মহাভাৰত।

দেৱালয়খনৰ উন্নতিকল্পে কলীয়াবৰৰ বিশিষ্ট মাৰোৱাৰী ব্যৱসায়ী শ্ৰীলাডুৰাম ৰাঠীৰ ত্যাগ স্বীকাৰ মন কৰিব লগীয়া। লাডুৰামৰ পিতৃ ৺বেগৰাজ ৰাঠীয়েও দেৱালয়ৰ কাৰণে বহু ত্যাগ স্বীকাৰ কৰি গৈছে। লোকে কয় যে ৺বেগৰাজ ৰাঠীৰ বহুত দিন পুত্ৰ সন্তান হোৱা নাছিল। তেওঁ দেৱালয়ত সুৰথ উদ্ধাৰ ভাওনা কৰোৱাৰ ফলতহে লাডুৰামৰ জন্ম হৈছে। আকৌ শুনা যায় এবাৰ ৺বেগৰাজ ৰাঠীৰ বহুমোন সৰিয়হৰ এখন নাওঁ ব্ৰহ্মপুত্ৰত ডুবি গ'ল। পিচত মাধৱে সপোন কৰালে যে মাধৱত পূজা দিলে নাওঁ উদ্ধাৰ হব। তেনেমতেই কৰাত নাওঁ পালে। দেৱালয়ত এতিয়া এজন পূজাৰি, দুজন দেউৰী, এজন চকীদাৰ আৰু এজন পৰিচালক আছে।

**বৰ্ত্তমানৰ অৱস্থা:—**

দেৱালয়ৰ অৱস্থা এতিয়া শোচনীয় বুলিয়েই কব লাগিব। ১৯৭০ চনত দেৱালয়ৰ মাটি চৰকাৰী হৈ যায়। দেৱালয়ৰ নামত মাত্ৰ তেত্ৰিশ বিঘা মাটি আছে। অন্যহাতে ৰজাদিনীয়া বাব অনুসৰি বৰ্ত্তমান দেৱালয়ৰ কাম কাজ চলোৱা হোৱা নাই। প্ৰত্যেকেই নিজ নিজ বাব এৰি দিছে। *

**শ্ৰীশ্ৰীবাসুদেৱ দেৱালয়:—**

স্বৰ্গদেউ শিৱংসিংহই শ্ৰীবিজয় ফুকন বৰফুকনৰ দ্বাৰাই কলীয়াবৰত শ্ৰীশ্ৰীবাসুদেৱ বিগ্ৰহ প্ৰতিষ্ঠা কৰাইছিল। তামৰ ফলিত এনেদৰে বৰ্ণিত

* শ্ৰীমান পুষ্প বৰঠাকুৰৰ সহায়ত।

হৈছে :- "৺শ্ৰীবাসুদেৱায়" ওঁ স্বস্তি শ্ৰীসকল-কল্যাণ-কলা-পাঙ্কিত :- কলেৱড় হৰগৌৰী পদাব্দ্‌বজ-সৰসেবিত মধু বটান-ৰৰত বিবিধ বিওৰিটবল দ্বিজবড়-দিন-জনগণ মন-পুৰল সুন্দৰ গুণ প্ৰধান প্ৰমোদ-বিনোদ বিবৰ্দ্ধন বিস্ফুৰ্জিতত্ত্বল ফুলেশ্বৰি প্ৰাণেশ্বৰড় নীৰ ধীনি গম্ভীৰ ধীৰ সুৰ-সৰ্ব্ব গুণাৰ্ণ্ব স্বৰ্গনাৰায়ণ-দেৱ সৌমাৰেশ্বৰ শ্ৰীশ্ৰীসিংৱসিংহ মহি মহেন্দ্ৰস্তচৰণ চত্ৰ ছায়ানুসৰ বড়ৰ ৰৰাম্বয়া সম্ভৱ বিৰ ধুৰন্ধৰ চম্বৰ প্ৰৱৰ: শ্ৰীবিজয়সেন বৃহৎফুকনেন নীল বটা-ক্ষালম্মীতং গ্ৰামান্তৰ প্ৰসাদাৎ। পীৰ্ম্মাপ্যাদৈৱ দেৱাতিদেৱঃ শ্ৰীশ্ৰী৺বাসু-দেৱস্য প্ৰতিমাং সংস্থাপ্য ॥ তদৰ্চ্ছনা বিধৌ। স্বপুত্ৰ পৌত্ৰ পৰম্পৰাচাৰ্য্য শ্ৰীশ্ৰীপঞ্চাননং বিপ্ৰবড়ং প্ৰস্থাপিতঃ সম্প্ৰদামীদং ॥ ইতি ॥ সক ১৬৭৭ ॥ শ্ৰাৱণ মাহ ২ ॥ তাৰিখ ॥" অৰ্থাৎ "শ্ৰীবাসুদেৱক নমস্কাৰ। সকলো কল্যাণ সমূহ (কলাপ)ৰ দ্বাৰা অঙ্কিত (অলঙ্কৃত) হৈছে কলেৱৰ যাৰ তেনে হৰ-গৌৰীৰ চৰণ কমলৰ মধু পাত্ৰত নিৰত মধুকৰ, যি গৰাকীয়ে বিবিধ বিত্ত বিতৰণ কৰি দ্বিজশ্ৰেষ্ঠ আৰু দুখীয়া সকলৰ মনৰ (কামনা) পূৰণ কৰিছে, যি গৰাকী তৰুণীয়ে সুন্দৰ গুণ, প্ৰমোদ, বিনোদ আদিৰ মাজেদি বৃদ্ধি কৰিছে সেই ফুলেশ্বৰীৰ প্ৰাণেশ্বৰ শ্ৰেষ্ঠ সমুদ্ৰৰ দৰে গভীৰ অ'ক ধীৰ সকলো গুণৰ সমুদ্ৰ স্বৰূপ সৌমাৰেশ্বৰ স্বৰ্গদেৱ শ্ৰীশ্ৰীশিৱসিংহ মহাৰাজ (মহীমহেন্দ্ৰ) তেওঁৰেই চৰণ ৰূপ ছত্ৰৰ ছাঁয়াত বিচৰণ কৰি ফুৰা শ্ৰীবিজয় সেন বৰফুকনৰ দ্বাৰা নীলবট এই নাম (আখ্যা)ৰ দ্বাৰা চিহ্নিত গাঁৱত (কলীয়াবৰ) এটি মন্দিৰ নিৰ্ম্মাণ কৰি তাত শ্ৰীবাসুদেৱৰ প্ৰতিমা স্থাপন কৰি তাৰে পূজা সেৱাৰ কাৰণে পুত্ৰ পৌত্ৰাদি ক্ৰমে শ্ৰীপঞ্চানন ব্ৰাহ্মণক বাবদি এই শাসন প্ৰদান কৰিছে। শক ১৬৪৭ ॥ শাওন মাহৰ ২ তাৰিখ। *

ইয়াৰ বাহিৰেও আকৌ ফলিখনত এনেদৰে বিধান কৰিছে— "অস্য-নমস্যা পড়ীপালনেয়া স্বাৰানৈয়ে সেব্যাৰতৈ ভৱন্তি ইয়ং সমৰ্ম্মে পৰিৰক্ষ নীয়াটা বিনূটপ ধৰ্মৰটে ভৱন্তিঃ ব্ৰাহ্মণ সংক্ষা ॥ সুলক্ষণ ॥ ভাং অভিনাথ ॥ ভাংজহু ॥ ভাং নৰোত্তম ॥ কলিটা সংক্ষা ॥ ৰামধন ॥ নিতাই ॥

* ডঃ মুকুন্দ মাধৱ শৰ্ম্মাৰ অনুবাদ।

ভাং শ্ৰীৰাম ॥ পুংকলা ॥ হৰিগোবিন্দ ॥ সুভাই ॥ ভাং নিৰ্মল ॥ মোহন ॥ কোচ স ঙ্কা ॥ কৃষ্ণচৰণ ॥ হৰিদাস ॥ পুংকিনাই ॥ ভাং জগন্নাথ গগৈ ॥ ভাং মোলাই ॥ কেওত ॥ গড় ॥ পুং জয় হৰি ॥ ধোবা ॥ নকুল ॥ শ্ৰীশ্ৰীবাসুদেৱৰ নিজা চাবেক পাইকৰ চমুয়া ॥ শ্ৰীশ্ৰীপঞ্চানন বাগিসাচাৰ্য্য ভূমি সংখ্যা ॥ জয়সাগৰৰ গড়মূৰত এসপুৰা ॥ নন্দিকেশ্বৰ দেৱালয় আগৎ এসপুৰা ॥ নিজ চাবেকৎ এসপুৰা ॥ উত্তৰ পাৰৰ সৌভাগ্যমাধৱৰ সিমাৎ এসপুৰা ॥ মোট চাৰিস পুৰা ভূমি শিবসিংহ ৰজাৰ আদেশত শ্ৰীশ্ৰীবাসুদেৱলৈ উস্বৰ্গা ॥ মোট ৪০০ পুৰা সংক্কা ॥ ইতি ॥" শ্ৰীশ্ৰীবাসুদেৱলৈ উচৰ্গা কৰা মাটি বৃটিছৰ আমোলত পট্টা হৈ যায়। দেৱালয় থকা খিনিও পট্টাৰ ভিতৰত।

উল্লেখযোগ্য যে কলীয়াবৰৰ বাসুদেৱ দেৱালয়ৰ মূৰ্ত্তিখনি সমপাদ স্থানক ত্ৰিবিক্ৰম বিষ্ণুৰ। ই প্ৰাক আহোম নহয়— অনুমান পোব্ধৰ-ষোল্ল শতিকাৰ। কিৰীটি কুণ্ডল, বলয় কংকণ, হাৰ, উপবীত, বনমালা আৰু তিনিথন বস্ত্ৰেৰে মূৰ্ত্তিটি সুশোভিত; শৰীৰ গোটা পূৰ্ণ ভাস্কৰ্য্যৰ। বাওঁফালৰ-ওপৰৰ হাতত গদা, তলৰ খনত বিকশিত পদ্ম। সোঁফালে ওপৰ খনত উগ্ৰচক্ৰ আৰু তলৰ খনত শঙ্খ ধাৰণ কৰা পৰিলক্ষিত হয়। বাসুদেৱৰ সোঁফালে পদ্মপীঠৰ ওপৰত ত্ৰিভংগ ভংগীৰ কিৰীটি কুণ্ডল হাৰ শোভিতা পদ্ম হস্তা শ্ৰী আৰু বাওঁহাতে পদ্মপীঠস্থ স্থানক ভংগীৰ বীণা ধাৰিনী সৰস্বতী।

লক্ষ্মীৰ সোঁফালে চতুৰ্ভূজ চতুৰানন। তাৰ ওপৰত শিলাপট্টৰ কাষে কাষে কীৰ্ত্তি মুখলৈকে যি পাঁচোটা মূৰ্ত্তি খোদিত হৈছে সেয়া হ'ল যথাক্ৰমে উৰন্ত চতুৰ্ভূজ মূৰ্ত্তি দুটি, উৰন্ত ঘোঁৰা, উৰন্ত দ্বিভুজ মূৰ্ত্তি আৰু কীৰ্ত্তি মুখৰ কাষত উৰন্ত বিদ্যাধৰ একেদৰে সৰস্বতীৰ বাওঁফালেও চতুৰ্ভূজ মূৰ্ত্তি, বৰাহ, মকৰ, উৰন্ত দ্বিভুজ মূৰ্ত্তি আৰু বংশীবাদক বিদ্যাধৰৰ ধুনীয়া মূৰ্ত্তি। অধিস্থানত ফণামেলা সৰ্প, শুৰতোলা হাতী, সন্মুখলৈ চাই থকা পশুপতি, অঞ্জলী মুদ্ৰাৰ গৰুড়, ঘোঁৰা। বাসুদেৱৰ ওচৰতে চতুৰ্ভূজ গণেশ। এই মূৰ্ত্তিত সেন্দুৰ আৰু কল এন্দুৰৰ উপদ্ৰৱৰ পৰা

হাত সাৰিশলৈ অৰ্পণ কৰা হয়। গৰু হেৰালেও তেলবন্তি আগ কৰিলে পায় বুলি বিশ্বাস।

শ্ৰীবাসুদেৱৰ মাহাত্ম্য অদ্ভুত। এবাৰ এই মূৰ্ত্তিখন উত্তৰ পাৰলৈ চুৰ কৰি লৈ গৈছিল। কিন্তু পুনৰ ইয়াত থবলৈ বাধ্য কৰিলে। এতিয়া চৰকাৰী সাহাযাত এটি ঘৰ নিৰ্মাণৰ ব্যৱস্থা কৰা হৈছে। *

## দুলাল মাধৱ দেৱালয়ঃ—

এই দেৱালয়ৰ মূৰ্ত্তি এয়োদশ-চতুৰ্দশ শতিকাৰ বুলি অনুমান। মূৰ্ত্তিটো ত্ৰি বিক্ৰম বিষ্ণুৰ। তলত অঞ্জলী মুদ্ৰাৰে গৰুড়।

নগাওঁ জিলা গেজেটিয়াৰৰ মতে পুৰথৰীয়া মৌজাৰ মাধৱ মন্দিৰৰ প্ৰতিষ্ঠাতা কলীয়াঠাকুৰ। স্থাপনৰ সময় ১৭৩০ চন। নিস্পিখেৰাজ মাটি ৩৩৪ বিঘা।

প্ৰাচীন ভূঞা বুৰঞ্জী খনে কয় যে মাধৱ দেৱালয়ৰ মাধৱ দুলাল কছাৰীৰ উপাস্য দেৱতা আছিল। আগৰৱাল্লা দেৱে কামৰূপৰ তীৰ্থ বিবৰণত এই মাধৱক মহাদেৱ বুলি কৈছে। এটা কথা ঠিক যে কছাৰী সকল শিৱৰ হে উপাসক। এনে ক্ষেত্ৰত মাধৱক পূজা কৰাটো ৰহস্য পূৰ্ণ কথা। সি যি কি নহওক এই দুলাল মাধৱতে স্বৰ্গদেউ শিৱসিংহই কলীয়া ঠাকুৰক নিয়োগ কৰি নিষ্পখেৰাজ মাটিৰে পূজা-সেৱা চলোৱাৰ ব্যৱস্থা কৰি দিছিল।

দুলাল মাধৱত ধাইকৈ সঘনে ভাওনা উৎসৱ পাতে। কলীয়াবৰৰ ব্ৰাহ্মণ সমাজে ( ব্ৰহ্মসমাজ ) ইয়াত প্ৰায়ে ব্ৰহ্মযজ্ঞ পাতে। দেৱালয়ৰ প্ৰধান উৎসৱ জন্মাষ্টমী আৰু দৌল উৎসৱ।

## গোপাল মাধৱ দেৱালয়ঃ—

এই গোপাল মাধৱ দেৱালয় লেটুগ্ৰাম সত্ৰৰ কিছু ওচৰতে অৱস্থিত।

* নাগশঙ্কৰৰ শ্ৰীললিত পঞ্চানন আৰু অসম প্ৰত্নতত্ত্ব আৰু সংগ্ৰহালয় বিভাগৰ সঞ্চালক শ্ৰীগুণীন্দ্ৰ নাথ ভূঞাৰ সহায়ত।

শুনা যায় যে এই মূৰ্ত্তিখনি পূৰ্ব্বতে কুঠৰীৰ অন্তৰ্গত ৰৰঘোপ বিলত পোৱা হৈছিল। এই মূৰ্ত্তিখনি ৰৰঘোপত চাৰিওফালে চৌৰা গছৰ জোঙ পুতি বেৰি থোৱা হৈছিল। তাত বোলে বনৰীয়া হাতীয়েও সেৱা কৰি যায়। এবাৰ জাল মাৰোঁতে সেই মূৰ্ত্তিৰ সন্ধান ৰাইজে পালে। পাচে সপোন কৰালে নিজ চিলাবন্ধাৰ ৰাইজকহে। সপোনৰ মতে গাৱঁৰ ৰাইজে গায়ন বায়নৰ জোৰাবে গৈ শৰাই সঁফুৰা আগ কৰি মূৰ্ত্তি আনি গাৱত স্থাপন কৰিলেহি। মূৰ্ত্তিখনি আনিবলৈ যাওঁতে চিলা নামৰ এজন লোকক পানীৰ তলতে ৰাখিলে, ওলাব নোৱাৰা হ'ল। চিলাক পানীৰ তলতে বান্ধি ৰাখিলে কাৰণে ঠাইখণ্ডৰ নাম চিলাবন্ধা হ'ল বুলি শুনা যায়।

মূৰ্ত্তিখনি সম্ভৱ মানৰ আক্ৰমণত ৰৰঘোপত পেলাই দি মানুহ পলাই গৈছিল। এটা কথা সত্য যে এসময়ত চিৰ্কানি, সলাল, আমগুৰি, ঘোঁৰাকাটি আৰু কুঠৰী, বাগৰি, কাজিৰঙ্গাত মানুহৰ বসতি আছিল আৰু তাত মাধৱৰ পূজা সেৱা চলিছিল। *

## সত্ৰ

### ॥ শ্ৰীৰাম আতাৰ পৰা বঢ়া ॥

ভলাগুৰি সত্ৰঃ— এই সত্ৰৰ পূৰণি নাম ভেদেলি ভঁৰাল। ৰাম গোপালৰ সেৱক জয়নাৰায়ণ কৃত ৰামগোপালৰ চৰিতত লাচিত বৰফুকনে খাককডুবিৰ পৰা ৰামানন্দক আনি ৰজাৰ ভঁৰালী ভেদেলিক আতঁৰাই তাতে সত্ৰ পাতি দিয়ে। ভেদেলিৰ ভঁৰালৰ নামৰ পৰাই ভেদেলি ভঁৰাল সত্ৰ নামাকৰণ হৈছে। পাচত ভলাগছৰ কাষত সত্ৰ পতা বাবে ভলাগুৰি নাম সৃষ্টি হ'ব পাৰে। যেতিয়া কমতাপতি দুৰ্ল্লভ নাৰায়ণে অসমত ভাল ব্ৰাহ্মণ নথকাত গৌড়েশ্বৰক খুজি সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ

* ৺ উপেন্দ্ৰনাথ শৰ্ম্মা দেৱৰ সহায়ত।

কায়স্থ আনিছিল সেই সময়ত কৌনজৰ পৰা পীতাম্বৰ চক্ৰবৰ্ত্তী নামে এজন ব্ৰাহ্মণো আছে। এই পীতাম্বৰ চক্ৰবৰ্ত্তীয়েই ভলাগুৰি সত্ৰ প্ৰতিষ্ঠাতা ৰামানন্দ দেৱৰ উপৰি পুৰুষ ৰাম গোপাল ভণিত ভৱানীপুৰীয়া গোপাল আতাৰ পুথিত তেওঁৰ বংশৰ পৰিচয় এনেদৰে দিছে—

পীতাম্বৰ চক্ৰবৰ্ত্তী
↓
উপাধ্যায় ভট্ট
↓
ভট্ট নাৰায়ণ
↓
কলাপ কেশৰী
↓
কলাপ চন্দ্ৰ
↓
তাৰা পতি
↓
ৰামমিশ্ৰ
↓
গোবিন্দ মিশ্ৰ
↓
শ্ৰীৰাম
↓
{ ১ পৰমানন্দ
{ ২ ৰামানন্দ

ৰামানন্দৰ উপৰিপুৰুষ ভট্টনাৰায়ণ মহাপুৰুষ শঙ্কৰদেৱৰ উপৰিপুৰুষ চণ্ডিবৰৰ লগতে আহি বৰদোৱাত বসতি কৰেহি। ৰাম গোপালৰ চৰিত পুথিৰ পৰা জানিব পৰা হৈছে যে শ্ৰীৰামে দ্বাদশ বছৰ বয়সলৈকে গুৰুগৃহত শাস্ত্ৰ অধ্যয়ন কৰি ভক্তি ধৰ্ম্ম গ্ৰহণ কৰিবলৈ ইচ্ছা হোৱাত ডেবেৰাপাৰাৰ বংশী গোপালৰ ওচৰলৈ যায়। বংশী গোপালৰ ওচৰত থাকোঁতেই বৰ আতা যদুমণিৰ লগত শ্ৰীৰামৰ মিলন ঘটে। ডেবেৰা পাৰাত শ্ৰীৰাম প্ৰায় ছবছৰ কাল আছিল আৰু তাৰ পৰা যদুমণি আতাৰ সৈতে লগহৈ নামনি অসমলৈ আহে। ইয়াতে নাৰায়ণ ঠাকুৰৰ লগত

পৰিচয় হোৱাত কাক গুৰু মানি শৰণ লব সেই প্ৰশ্ন তোলে। তেতিয়া ভৱানী পুৰীয়া গোপাল আতাৰ ওচৰত শৰণ লবলৈ কলে। তেওঁ আকৌ কলে যে গোপালদেৱৰ চৰিত্ৰ সুস্বাদু সুগন্ধি আমৰ দৰে। শ্ৰীৰামে গোপাল আতাৰ পৰা ভক্তিধৰ্ম গ্ৰহণ কৰিলে আৰু গোপাল আতাৰ পিচত কালজাৰ সত্ৰত ধৰ্মাচাৰ্য্য হয়। শ্ৰীৰাম আতাৰ গুণত আকৃষ্ট হৈ উজনি নামনি অসমৰ প্ৰায়বোৰ লোকেই তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিবলৈ কালজাৰ সত্ৰত উপস্থিত হৈছিল।

শ্ৰীৰাম আতাৰ পুত্ৰ দুজন পৰমানন্দ আৰু ৰামানন্দ। শ্ৰীৰামৰ বৈকুণ্ঠ প্ৰয়াণৰ পিচত ৰামানন্দ কালজাৰ সত্ৰৰ অধিকাৰ হ'ল।

ৰামানন্দৰ পুত্ৰ তিনিজন — ৰাম গোপাল, ৰাম-গোবিন্দ আৰু হৰি গোবিন্দ। ৰামানন্দদেৱে কনিষ্ঠ হৰি গোবিন্দক নামনি অসম অৰ্থাৎ কালজাৰত, মধ্যম পুত্ৰ ৰাম গোবিন্দক মধ্য অসম অৰ্থাৎ কলীয়াবৰত আৰু জ্যেষ্ঠ পুত্ৰ ৰামগোপাল দেৱক উজনী অসম অৰ্থাৎ মাজুলীত স্থাপন কৰিবৰ উদ্দেশ্যে নাৱেৰে উজাই আহি কলীয়াবৰত কিছুদিন জগন্নাথ শইকীয়াৰ আশ্ৰমত থ'কি ফাকু যাত্ৰা আদি উৎসৱ পালন কৰে।

ভলাগুৰি সত্ৰ স্থাপনত ভূঞা বুৰঞ্জীখনে কিছু তথ্য আগবঢ়াইছে। জয়ধ্বজ সিংহৰ দিনত তেওঁৰ বৰফুকনে ভঁৰালী বৰুৱাৰ কথামতে ভলাগুৰি সত্ৰ স্থাপন কৰি দিয়ায়। এই সম্বন্ধে পিচত আলোচনা কৰা হ'ব।

ভেদেলি ভঁৰাল সত্ৰত কিছুদিন থকাৰ পিচত ৰামানন্দদেৱে ওচৰৰ লোকসকলে অহৰ্নিশে হাই-কাজিয়া কৰি থকাত অসুবিধা পাই তাত এবছৰ থাকি বাংশজেঙনী সত্ৰলৈ যায়। তাৰ পৰা অশ্বত্থগুৰি বা আইতগুৰিলৈ যায়। আইঁতগুৰি সত্ৰ স্থাপনত আতন বুঢ়াগোহাঁয়ে ভালেখিনি সহায় কৰিছিল। এই সত্ৰত ৰামানন্দই জ্যেষ্ঠ পুত্ৰ ৰাম-গোপালক স্থাপন কৰিলে।

ৰাম গোবিন্দ দেৱ ১৬৭৬ শকৰ আহিন মাহৰ ২ তাৰিখে প্ৰয়াণ কৰে তেওঁ হৰি মন্দিৰৰ উত্তৰে সত্ৰৰ মাটিখণ্ড জীৱন কালতে তিনিভাগ কৰি তিনিজন পুতেকৰ মাজত ভগাই দিছিল। একমাত্ৰ জোৱালীজনীক

কামাখ্যা গাওঁৰ এজন পণ্ডিত লোকলৈ বিয়া দি মন্দিৰৰ পূৰত তেখেতকো স্থাপন কৰি মহাপ্ৰভুৰ পৰিচৰ্য্যাৰ ভাৰ দিয়ে। জীবিতাৱস্থাত তৃতীয়পুত্ৰ জগমোহন দেৱৰ প্ৰয়াণ হয় যদিও তেখেতে ভৱিষ্যৎ সত্ৰ সম্বন্ধে নিয়ম-নিবন্ধ কৰি যায়। এই নীতি অনুসৰি তেখেতৰ পাচত ক্ৰমান্বয়ে তেখেতৰ জ্যেষ্ঠ, মধ্যম আৰু কনিষ্ঠ পুত্ৰ বা তেওঁলোকৰ ওৱাৰিচ বৰ্গৰ জ্যেষ্ঠজনে একাদিক্ৰমে সত্ৰৰ দায়িত্ব পাব। এই তিনিজনে তিনিটা ভাগৰ নাম পাব আৰু সৰু ভাগৰ পাচত পুনৰ বৰভাগলৈ সেই পদ আহিব। স্বাভাৱিকতে এভাগত সত্ৰাধিকাৰ আৰু অন্যদুভাগত জ্যেষ্ঠ আৰু কনিষ্ঠ স্বৰূপে দুজনা ডেকা অধিকাৰ থাকিব। সত্ৰ কেতিয়াও বিভক্ত হ'ব নোৱাৰিব। শিষ্য ভকোৱা কাম নিজে নিজে ব্যৱস্থা কৰিব। শিষ্য-ভকতৰ ওপৰত কোনো কৰ নলগাব। কৰ ভিন্ন অন্য সকলো ধৰণৰ গুৰুসেৱা আৰু উৎসৱত সত্ৰাধিকাৰে শিষ্য-ভকতৰ সহায় পাব। ৰাম গোবিন্দদেৱৰ বাৰ্ষিক তিথিত সত্ৰাধিকাৰে সত্ৰৰ বৰাৰ দ্বাৰাই আগদিনাই সকলো গোঁসাইকে নিমন্ত্ৰণ দিয়া ৰীতি আজিও চলি আছে।

ৰাম গোবিন্দদেৱৰ মৃত্যুৰ পাচত ব্ৰজভূষণদেৱ অধিকাৰ হয়। তেখেতৰ প্ৰয়াণৰ সময়ত ১৬৯১ শকত ৰাজ্যত মোৱামৰীয়াৰ হে শাসন প্ৰৱৰ্ত্তিছিল। মায়ামৰা গোঁসায়ে এই ৰাজক্ষমতাৰ সুযোগ লৈ পূৰ্বে ৰাজেশ্বৰ সিংহৰ ৰাজসভাত তেখেতক অন্যান্য গোঁসাই সকলে শৰীৰ মূৰত বহুৱা অপমানৰ হোৰ তুলি ঠায়ে ঠায়ে ৰাজ আজ্ঞাৰে সত্ৰাধিকাৰ সকলক ধৰাই নি লাঞ্ছনা দিয়াইছিল। কলীয়াবৰত হাতবৰীয়া চকীলৈ সত্ৰীয়া অধিকাৰসকলক ধৰাই নিয়া হৈছিল বুলি সত্ৰৰ বুৰঞ্জীৰ পৰা প্ৰমাণ পোৱা যায়।

ব্ৰজভূষণ দেৱৰ মৃত্যুৰ দুমাহৰ ভিতৰতে অধিকাৰৰ পুতেক অধিকাৰ বুলি গণ্য কৰি তেখেতৰ জ্যেষ্ঠ পুত্ৰ পদ্মনাথ দেৱক ৰাজদূতে লৈ যায়হি। অৱশেষে ক্ৰিয়াধৰীয়া লোক বুলি ৰাজবিষয়াই মুক্তি দি পঠাই দিলে। এই সুবিধা গ্ৰহণ কৰি পদ্মনাথদেৱে বলেৰে সত্ৰাধিকাৰ পদলৈ তৃতীয়জনা অধিকাৰ হ'ল।

ৰাম গোবিন্দদেৱৰ নিৰন্ধন মতে তেঁৱাৰ দ্বিতীয় পুত্ৰ কণ্ঠ ভূষণ দেৱ সত্ৰাধিকাৰ হ'ব লাগিছিল। পাচে জ্যেষ্ঠ ভাতৃ ব্ৰজভূষণদেৱৰ দিনতে তেখেতৰ মৃত্যু হোৱাত তেওঁৰ পুত্ৰ জ্যেষ্ঠ কামদেৱহে অধিকাৰ হ'ব লাগিছিল উত্তৰাধিকাৰ সূত্ৰে। তেখেত কিন্তু সফল নহ'ল। তাৰ ফলত মাজু ভাগৰ গুৰু শিষ্য সকল অপমানিত হৈ তেখেতক দিচৈ কোঠত সন্ধিকৈৰ চ'ৰাত গোচৰ কৰিবলৈ দাবী জনালে। তাৰ্পৈ তেতিয়া অহাই যোৱাই এমাহ লাগে। কিন্তু বিশেষ কাৰণ বশতঃ সি হৈ নুঠিল; মাজুভাগ ম্ৰিয়মান হ'ল। পদ্ম আতা সত্ৰাধিকাৰ হোৱা এবছৰ চাৰিমাহ হওঁতেই মৃত্যু মুখত পৰে। এতিয়া স্বাভাৱিকতে অধিকাৰ পদ সৰু ভাগৰ বুলি দাবী উঠিল আৰু কনিষ্ঠ পুত্ৰ জগমোহন দেৱৰো পিতৃ ৰামগোবিন্দ দেৱৰ দিনতে মৃত্যু হোৱাত তেওঁৰ পুত্ৰ ভৱদেৱ আতা চতুৰ্থজন সত্ৰাধিকাৰ হয়। মাজুভাগ এইবাৰো বঞ্চিত হৈ হতাশ হ'ল।

ভৱদেৱ আতাৰ মৃত্যু হোৱাৰ পাচত বৰভাগে দাবী তুলিলে যে মাজুভাগে যথা সময়ত সত্ৰাধিকাৰ পদ ৰাখিব নোৱাৰিলে যেতিয়া সত্ৰত আৰু দাবী নাথাকিব।

মাজুভাগত সত্ৰাধিকাৰৰ যোগ্য লোক আছিল কামদেৱৰ পুত্ৰ জয়দেৱ। কিন্তু কামদেৱে ইতিপূৰ্বে সেইপদ ৰক্ষা কৰিব নোৱাৰাত সেই দাবী নৰজিল। কণ্ঠ ভূষণদেৱৰ কনিষ্ঠ পুত্ৰ বাসুদেৱৰ পুত্ৰ তিনিজন— হৰিদেৱ, মহেশ্বৰ আৰু হলিকান্ত। ইহঁতৰো জ্যেষ্ঠ হৰিদেৱ কলহ-কন্দলৰ ভয়ত আগ নবঢ়া হ'ল। ইয়াতে মধ্যম পুত্ৰ মহেশ্বৰ আতা ক্ষোভিত হৈ ভাগৰ শিষ্য সকলৰ সহযোগত পঞ্চমজন অধিকাৰ হ'ল। বৰভাগে দাবী এৰি দিলে। কিন্তু জ্যেষ্ঠ ভাতৃ (হৰিদেৱ) থকাত তেওঁৰ কনিষ্ঠ ভাতৃয়ে অধিকাৰ পদ পাব নোৱাৰা দাবী উঠিল। হৰিদেৱ আতাই দিচৈ কোঠত গোচৰ দিলেগৈ। ৰাজ বিষয়া আহি মহেশ্বৰ আতাৰ স্বীকাৰোক্তি সহ জ্যেষ্ঠ হৰিদেৱ আতাক সত্ৰাধিকাৰ পদ দি যায়। গতিকে তেখেতহে সত্ৰৰ পঞ্চমজন সত্ৰাধিকাৰ বুলি গণ্য হয়।

হৰিদেৱ আতাৰ মৃত্যুৰ পাচত পদ লৈ বৰভাগ আৰু সৰুভাগৰ

মাজুত পুনৰ বিবাদ হয় যদিও পূৰ্ব্বে বৰ ভাগৰ একাদিক্ৰমে ব্ৰজভূষণ আৰু পদ্মনাথ দুজনকৈ অধিকাৰ হৈ যোৱা বাবে অন্য দুভাগতো দুজনকৈ হবৰ স্বত্ব সাব্যস্ত কৰি সৰু ভাগৰ মধুদিশ আতা ষষ্ঠজন অধিকাৰ হয়। তেখেতৰ মৃত্যুৰ পাচত সেই অাহিতে মাজু ভাগৰ মহেশ্বৰ আতাই দ্বিতীয় বাৰ অধিকাৰ পদ পায়। এখেতৰ পাচত অষ্টম জনা অধিকাৰ হয় বৰ ভাগৰ কৃষ্ণনাথ। তেখেতৰ মৃত্যুৰ পাচত প্ৰচলিত নীতি মতে সৰু ভাগৰ জগন্নাথ আতাই পদ পোৱাটো স্বীকাৰ্য্য বিষয় আছিল আৰু সেই কৃষ্ণনাথ আতাৰ পাঁচজন পুত্ৰৰ চাৰিজনে তাত সম্মতি দিছিল যদিও মধ্যম পুত্ৰ ধৰ্মেশ্বৰ আতাই তাৰ বিৰোধিতা কৰি জগন্নাথ আতাৰ লগত প্ৰায় ৩০ বছৰ জুৰি অধিকাৰ পদৰ বাবে গোচৰ কৰি বিফল হয়। জগন্নাথ আতা নৱমজন অধিকাৰ হ'ল। এখেতৰ পাচত মাজু-ভাগৰ থিবেশ্বৰ আতা দশমজন অধিকাৰ হবৰ সময়তো ধৰ্মেশ্বৰ আতাই পুনৰ অধিকাৰ পদৰ বাবে গোচৰ কৰে। এই সময়লৈকে সত্ৰৰ নামঘৰ পূৰণি আহিৰে আছিল নামঘৰৰ অৱস্থাও জৰাজীৰ্ণ হৈছিল। থিবেশ্বৰ আতাই নানা বাধাৰ মাজতো সত্ৰৰ নখোটালীয়া প্ৰকাণ্ড নামঘৰ সজায়। এই নামঘৰটিৰ নিৰ্মাণ কৌশল বৰ চমৎকাৰ আছিল। গা ঘৰ আৰু টুপৰ তিনিখন চাল সিংলি পাৰি ঘন ঘন সৰাহ বান্ধি ওপৰতে একো একো খলপা নিৰ্মাণ কৰি দিছিল চতি, দমৰাকে আৰম্ভ কৰি সকলোতে বাহিৰে ভিতৰে সৰু ডাঙৰ হবেক ৰকমৰ মূৰ্ত্তি আৰু ছো-মুখাই কৃষ্ণলীলা প্ৰকাশ কৰিছিল ধৰ্মেশ্বৰ আতা বাকসিদ্ধ পুৰুষ আছিল আৰু তেখেতৰ হাতত অষ্টদল পদ্মৰ চিন আছিল। সকাম আদিতহে নালাগে সাধাৰণ অৱস্থাতো যি কোনো দ্ৰব্য হবিত অৰ্পণা কৰিহে প্ৰসাদগুণে নিজে ভুঞ্জা নীতিৰ কথা আজিও মানুহৰ মুখে মুখে। সকাম আদিত প্ৰসাদ থকা পাত্ৰৰ ওপৰ ভাগ সদায় গামোচা কিম্বা কলপাতেৰে আবৃত থাকে। তাৰ ভিতৰেদি হাত সুমুৱাই আনিহে সমাজত দিয়ে। আচৰিত কথা সেই প্ৰসাদ অন্ত নহৈছিল। তেখেতে গৃহস্থী কৰা নাছিল। থিবেশ্বৰ আতাৰ মৃত্যুৰ পাচত বৰভাগৰ নৰনাথ আতা

একাদশজন অধিকাৰ হয়। এখেতৰ পাচত ক্ৰমে তীখৰ চন্দ্ৰ দেৱ, যোগেশ্বৰ দেৱ আৰু জয়ানন্দ দেৱ, দ্বাদশ, এয়োদশ আৰু চতুৰ্দ্দশজন সত্ৰাধিকাৰ হয়।

নামঘৰ মণিকূট :—

পূৰ্বে থিৰেশ্বৰ আতাৰ দিনত নিৰ্মিত সেই প্ৰকাণ্ড আৰু বিতোপন নামঘৰ আৰু মণিকূট তেইশটা মানুহৰ ঘৰৰ সৈতে অগ্নিত দাহ হয়। এই অগ্নিকাণ্ডত সত্ৰৰ ভাগৱত চৰিত পুথি আদি অনেক অমূল্য সম্পদ ধ্বংস পালে। নখলপীয়া সিংহাসন, ডেৰকুৰি খলপীয়া কাঠৰ প্ৰকাণ্ড গছা আৰু ছো-মুখাবোৰ ভস্মীভূত হ'ল। বৰ্ত্তমানৰ ডেকা অধিকাৰ শঙ্কৰী কলাকৃষ্টি প্ৰ্যাণ শ্ৰীজীবেশ্বৰ গোস্বামীৰ ঐকান্তিক চেষ্টাৰ ফলত এতিয়া আধুনিক আৰ্হিৰে নামঘৰ আৰু মণিকূট নিৰ্মাণ হৈছে।

উৎসৱ :—

সত্ৰ স্থাপক ৰামগোবিন্দদেৱৰ আহিনৰ কৃষ্ণা চতুৰ্দ্দশী তিথিত হোৱা দুই তিনিদিনীয়া (এতিয়া দুদিনীয়া) তিথি মহোৎসৱ উলহ-মালহৰে পালন কৰাটো সত্ৰৰ এটি ডাঙৰ ঐতিহ্য। এসময়ত এই আহিনৰ তিথিত ভাওনা উৎসৱ চাবলৈ কলীয়াবৰৰ কলাপ্ৰেমী লোক ভাগি আহিছিল। কিন্তু এতিয়া সেই গৌৰৱ ম্লান পৰিলেও সত্ৰীয়া ঐতিহ্য ৰক্ষা কৰাত সত্ৰৰ লোকসকল বেচ তৎপৰ।

সাহিত্য চৰ্চ্চা :—

সত্ৰখনে ভাওনা শিল্পত এটি বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। এই ভাওনাৰ প্ৰয়োজনে নাট ৰচনাত ভালেখিনি অৰিহণা যোগাইছে। ভালে কেইজন সত্ৰাধিকাৰে গুৰুজনাৰ আদৰ্শত নাট ৰচনা কৰি শঙ্কৰী কলা কৃষ্টি বিকাশত বৰঙনি যোগাই আমাৰ শ্ৰদ্ধাৰ পাত্ৰ হৈছে। ৰামানন্দদেৱৰ ৰাস আৰু ব্ৰজমোহন; ৰামগোবিন্দদেৱৰ কালযৱন বধ;

ৰামগোপাল দেৱৰ পাণ্ডৱৰ ৰাজসূয় ; কণ্ঠভূষণ দেৱৰ খটাসুৰ বধ ; বাসুদেৱৰ খাণ্ডৱদহন ; জগন্নাথ দেৱৰ বকাসুৰ বধ ; কৃষ্ণনাথ দেৱৰ দন্তাসুৰ বধ আৰু বলীচলন ; নৰনাথ দেৱৰ ভীষ্মনির্য্যান ; থিৰেশ্বৰ দেৱৰ ধ্ৰুৱ চৰিত্ৰ ; তীৰ্থৰ চন্দ্ৰ দেৱৰ ৰামৰ বনবাস, বালি বধ, আৰু ৰাৱণ বধ ; মোহন চন্দ্ৰ দেৱৰ ৰাধা হৰণ, কুলাচল বধ, মহীৰাৱণ বধ, অজামিল উপাখ্যান ; দামোদৰ চন্দ্ৰ দেৱৰ দ্ৰোণ পৰ্ব্ব, কৰ্ণপৰ্ব্ব, বিৰাট পৰ্ব্ব, অমৃত মথন, ৰামৰ স্বৰ্গাৰোহন, ৰামৰ অশ্বমেধ, দাতাকৰ্ণ, কূৰ্মবলী বধ, কংস বধ, নলদময়ন্তী, কীচক বধ, কুলাচল বধ, আৰু পাণ্ডৱৰ অশ্বমেধ ; ঈশচন্দ্ৰ দেৱৰ দাতাকৰ্ণ, পাতালী কাণ্ড ৰামায়ণ আৰু কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন বধ, জয়ানন্দ দেৱৰ অশ্বকৰ্ণ জলাসুৰ বধ ; হৰিচন্দ্ৰ উপাখ্যান, নৃসিংহ যাত্ৰা আৰু নহুষৰ ৰাজ্য লাভ ; মদন চন্দ্ৰ দেৱৰ সিন্ধুৰা বধ, জটাসুৰ বধ, ভীষ্মৰ দিগ্‌বিজয়, দ্ৰোপদীৰ সয়ম্বৰ ; পদ্মকান্ত দেৱৰ বাম পৰাজয়, অভিমন্যু বধ, সীতাহৰণ, হিড়িম্বাসুৰ বধ আৰু বকাসুৰ বধ, লক্ষীনাথ গোস্বামীৰ কুৰুক্ষেত্ৰ আৰু বজ্ৰেশ্বৰ গোস্বামীৰ পাণ্ডৱৰ স্বৰ্গাৰোহণ আদি নাট সমূহ নাট্যকলা চৰ্চ্চাৰ এটি সুন্দৰ নিদৰ্শন। এই নাটৰ লগতে সত্ৰৰ অন্য পুথি-পাঁজিয়েও সত্ৰৰ সম্পদ বৃদ্ধি কৰিছে। পদ্মকান্ত গোস্বামী, দন্দি খাটনিয়াৰ, জীৱেশ্বৰ গোস্বামী, হৰেণ শৰ্মা আৰু দালিৰাম বৰা সত্ৰৰ ডাঙৰ সম্পদ বুলি ক'ব পাৰি। প্ৰকাণ্ড ডবা-কাঁহ, ছখলপীয়া সিংহাসন আৰু মূৰ্ত্তি ভাগৱতে সত্ৰৰ নামঘৰৰ গাম্ভীৰ্য্য বঢ়াইছে। সত্ৰৰ অন্যটি সম্পদ হ'ল শ্ৰীৰাম আতাৰ হস্তাক্ষৰত কীৰ্ত্তন পুথিখনি। সত্ৰৰ উপাস্য মূৰ্ত্তি কলীয়া গোঁসাই।

এই সত্ৰখনৰ বিশেষকৈ শ্ৰীজীৱেশ্বৰ গোস্বামীদেৱে অসমৰ বাহিৰত সত্ৰীয়া কলা-কৃষ্টি প্ৰদৰ্শন কৰি খ্যাতি আৰ্জিছে। *

## আহঁতগুৰি সত্ৰ :—

শ্ৰীৰাম আতাৰ পুত্ৰ ৰামানন্দ দেৱৰ জ্যেষ্ঠ পুত্ৰ ৰামগোপাল দেউ আহঁতগুৰি সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ। এখেতৰ ভাৰ্য্যা তুগৰাকী। বৰগৰাকীৰ

---

* শ্ৰীখগেশ্বৰ গোস্বামীদেৱৰ সহায়ত।

পুত্ৰ হ'ল্ৰনা শুভঙ্কৰ আৰু চাৰু চন্দ্ৰ। শুভঙ্কৰ দেৱৰ পুত্ৰ চন্দ্ৰহাস, চন্দ্ৰহাসৰ পুত্ৰ কৃশচন্দ্ৰ, কৃশচন্দ্ৰৰ পুত্ৰ পূৰ্ণকাম, পূৰ্ণকামৰ পুত্ৰ পুৰুষোত্তম আৰু পুৰুষোত্তমৰ পুত্ৰ জগমোহন। জগমোহনৰ ভাৰ্য্যা দুগৰাকী। বৰগৰাকীৰ পুত্ৰ পূৰ্ণ আৰু বিষ্ণুকান্ত আৰু সৰু গৰাকীৰ পুত্ৰ চন্দ্ৰ, শোভন আৰু ইন্দ্ৰনাথ। এই সকল মাজুলীৰ পৰা আহি গেলাবিলৰ পাৰত দক্ষিণ পৰীয়া হৈ ভকত গাঁৱত পুৰণি মাটি সত্ৰ পাতেহি।

চাৰু চন্দ্ৰ দেৱক দৰঙৰ মঙ্গলদৈৰ অঞ্চলৰ ভকত সকলে আনি বগাকুৰা নামে এটা ঠাইৰ পাৰত বৰ্ত্তমান মঙ্গলদৈ'লৰ ওচৰত সত্ৰ পাতিছিল। চাৰুচন্দ্ৰৰ পুত্ৰ তিনিজন — দেৱবৰ, কুসুম্বৰ বা বৰাগী আতা আৰু কেশৱ। ইয়াৰ ভিতৰত বৰাগী আতা আৰু কেশৱে বিবাহ নকৰালে। দেৱবৰৰ পুত্ৰ হল সুৰুলীদেউ, উগ্ৰদেউ আৰু ৰামদেউ। সুৰুলীদেউৰ ভাৰ্য্যা সুভদ্ৰা। এওঁলোকৰ পুত্ৰ হ'ল জয়দেউ আৰু ৰামদেউ জয়দেউ আৰু ৰামদেউৰ মৃত্যু হোৱাত সুভদ্ৰা দেৱীয়ে গুণহাঁসক পোষ্যপুত্ৰ ললে হয় কিন্তু তেওঁৰো মৃত্যু হ'ল। উগ্ৰ আৰু কান্তিদেউৰ সতি সন্তান নোহোৱাত দুয়োৰে ভাৰ্য্যাই কৃষ্ণপদক পোষ্য পুত্ৰ লয়। এই কৃষ্ণপদৰ পুত্ৰ ভুবন; কিন্তু এওঁৰো মৃত্যু হ'ল। তেতিয়া ১৮০৫ শকৰ বহাগ মাহত হাতীচোঙৰ পৰা আহঁতগুৰিৰ সুমলীয়া পদ্মেশ্বৰ আতাক সুভদ্ৰা দেৱীয়ে পোষ্যপুত্ৰ কৰি আনে। এই পদ্মেশ্বৰ আতাই পণ্ডিত তুলা মোহন চন্দ্ৰ প্ৰভুৰ পিতৃ।

আমি এতিয়া আকৌ ৰামগোপাল দেৱৰ অন্যজন পুত্ৰ চাৰুচন্দ্ৰৰ কথালৈ আহোঁ। চাৰুচন্দ্ৰৰ পুত্ৰেক ৰামচন্দ্ৰৰ সৰু গৰাকী ভাৰ্য্যাৰ পুত্ৰ হ'ল কমল নয়ন (ন মাটি আহঁতগুৰি); ৰাম নাৰায়ণ (পহু মৰা) আৰু জগৎপতি (কাকডোঙা)।

জগৎপতি দেউক পেট মোচা কাৰণে সুমলীয়া আতা বোলে। এখেত বৰ ৰূপৱন্ত পুৰুষ আছিল। এদিন কাকডোঙাৰ পাৰত শেজ গাৱঁৰ নাহৰণীৰ সকলো শিষ্য থকাত ৰাম নাৰায়ণ দেউক এই কথা ক'লেহি — "অমৰ সত্ৰৰ বাপসকল চৌধজন। এজন বাপ আমাক দিলে ন-পুৰণি একথাতে আউসী আৰু সংক্ৰান্তিত সেৱা জনাবলৈ পাম"

এই প্ৰাৰ্থনা কৰাত আয়ে সক পুত্ৰ জগৎপতিদেউক পঠালে আৰু আয়ে লগতে গ'ল। ভকত সকলে তেতিয়া কাকডোঙাৰ পাৰত চুঙীঘাটত সত্ৰ স্থাপন কৰিলে। তেখেতৰ তাতে বিবাহ হ'ল। কমল নয়ন দেৱে তাতে গৈ লগুৱা দি অধিকাৰ নিৰ্মালী দি সত্ৰ স্থাপন কৰিলে যদিও সত্ৰ সম্পৰ্কীয় শিষ্য ভকত সকলক বা অন্য সম্পত্তি ভাগ কৰা নাছিল। আহোম ৰজাই দিয়া তিনিপোৱা সোণৰ মূৰ্ত্তি লগত লৈ গৈ তাতে স্থাপিত কৰি অধিকাৰ হোৱা সভাৰ থাপনাত ৰাখি পাচদিনা মূৰ্ত্তি আদি লৈ আহিবলৈ উদ্যম কৰোতেই দুৰ্ভাগ্যক্ৰমে দফলাৰ উপদ্ৰপ আৰম্ভ হোৱাত মূৰ্ত্তিখনি এটা পানী খোৱা নাদত পেলাই দিলে। পিচে দফলাৰ আক্ৰমণৰ পাচত তুলিবলৈ চেষ্টা কৰি বিফল হ'ল।

জগৎপতি দেউৰ দিনতে ল'ৰাৰজাৰ অত্যাচাৰত গদাপাণি পলাই আহি সাতজন মানুহ লগত লৈ মধ্যনিশা কাকডোঙা পাই জগৎপতি দেউক কলে - "গোঁসাই মোক আপুনি নাও মানুহ দি গুৱাহাটীত থোৱাক। যদি মই পুনৰ ৰাজ্য পাওঁ তেন্তে ইয়াৰ উপকাৰ সাধিম।" এই বুলি কোৱাত মুমলীয়া আতাই সাতজন ভকত, এখন নাও তাত খেৰৰে চৈ খুৱাই মাছমৰীয়াই শামুক তোলা আহিৰে ভগা জকাইৰে দিনত শামুক তুলি নিশা নাও বাই বাই কোনোমতে গুৱাহাটী ৰাজ নগৰত থলেগৈ। যেতিয়া ল'ৰা ৰজাক মাৰি গদাপাণিযে সিংহাসন লাভ কৰিলে তেতিয়া মুমলীয়া আতাক মতাই কলে — "আপুনি মোৰ প্ৰাণ ৰক্ষা কৰিলে" এই বুলি কিছু ধন-সোণ দি আকৌ ক'লে—— আপুনি কোন জেগাত ভাল মাটি পাই চাওক। মই এটা ঢোলৰ মাটি শিল পুতি ফলি মাৰি দিম।" এই কথা শুনি গোঁসায়ে ক'লে - "মহাৰাজ, মই গোঁসাই মানুহ। শিষ্যৰ কৰ দণ্ডয়েই মোক আঁতে। আৰু মোৰ মাটিৰ দৰকাৰ নাই। বৰং মই খেতি নকৰাওঁ।" এই বুলি কোৱাত ৰজাই তেওঁৰ নিজৰ বুৰঞ্জী কাগজত লিখাই থ'লে-- "যেতিয়াই তেতিয়াই মোৰ পৌত্ৰাদিক্ৰমে আঁহত গুৰি সত্ৰৰ গোঁসাই সকলক যি পাৰে সেৱা শুশ্ৰূষা কৰিব। ইয়াৰ যেন অন্যথা নকৰিব।" এই বুলি লিখা

বুৰঞ্জী গুৱাহাটীৰ ৰাজ নগৰত অদ্যাপিও আছে বুলি শুনা যায়।

**সত্ৰীয়া সম্পদঃ—**

সত্ৰৰ অধিকাৰ মোহন চন্দ্ৰ দেৱ সত্ৰৰে এক ডাঙৰ সম্পদ। তেখেতৰ সাহায্যত ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই "শ্ৰীৰাম আতা আৰু শ্ৰীৰামানন্দ দেৱৰ গীত" বোলা গ্ৰন্থখন ৰচনা কৰিছিল। এইজনা গোঁসায়ে সংগ্ৰহ কৰা ঘোষা পটল এখন অমূল্য সম্পদৰ বস্তু আছিল। এইখন ডঃ বৰুৱাদেৱে প্ৰকাশ কৰিবলৈ নি কি কৰিলে জনা নগ'ল। এখেতে অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগক একুৰি আঠখন বহুমূলীয়া সাঁচিপতীয়া পুথি দান দিছে। ইয়াৰোপৰি এই সত্ৰত প্ৰায় দুকুৰিখন মান বহুমূলীয়া সাঁচিপতীয়া পুথি আছে। ডঃ সূৰ্য্যকুমাৰ ভূঞা, ডঃ পদ্মেশ্বৰ গগৈ, দণ্ডি কলিতা আদি পণ্ডিত সকলে গোস্বামীদেৱৰ পাণ্ডিত্যৰ শলাগ লৈছে। উল্লেখযোগ্য যে সত্ৰত নাট্য ৰচনাৰ সংখ্যা কম যদিও হীন নহয়। এই সত্ৰই সুভদ্ৰা হৰণ, দ্ৰোপদীৰ সয়ম্বৰ, কাৰ্ত্তবীৰ্জাৰ্জ্জুন বধ আৰু স্যমন্তমোচন নাট ৰচনা কৰি শঙ্কৰী কলা-কৃষ্টিলৈ অৱদান দিছে।

সত্ৰৰ উপাস্য মূৰ্ত্তি কলীয়া গোঁসাই। সেইটৰ বুৰঞ্জীৰ পৰা জনা যায় যে ৰজা উদয়াদিত্য সিংহই আহতগুৰিৰ মহন্ত এজনৰ শৰণ লৈছিল। *

**ভূঞা বুৰঞ্জীত ভলাগুৰি ( ভেদেলি ভঁৰাল ) সত্ৰ ঃ—**

অতি আনন্দৰ কথা যে কলীয়াবৰৰ প্ৰাচীন ভূঞা বুৰঞ্জীখনে বিশেষকৈ ভলাগুৰি সত্ৰৰ বিষয়ে এটি সুন্দৰ আভাষ দাঙি ধৰিছে। এই বুৰঞ্জী খনৰ মতে কলীয়াবৰৰ সনাতন ভূঞাই দৰঙৰ নতুবাৰত গাওঁ পতাৰ সময়তে ৰামানন্দদেউ কলীয়াবৰলৈ আহি সত্ৰ স্থাপন কৰিবলৈ সনাতন ভূঞাকে প্ৰথমে মাটিৰ কথা সুধিছিল। ভূঞাই তেতিয়াই জগন্নাথ শইকীয়াৰে সৈতে আলোচনা কৰি নিজৰ অংশৰ মাটিৰ পশ্চিমফালৰ সীমাৰ এক খণ্ড এৰি দি সত্ৰ পাতিবলৈ দিলে। কিন্তু মাটি কম দেখি ভিঞাৰি কৈদৰ অংশৰো পূৱসীমাৰ পৰা একখণ্ড লৈ প্ৰথমে লোৱা খণ্ডত

* শ্ৰীহেমচন্দ্ৰ গোস্বামীৰ সাহায্যত।

নামঘৰৰ ভেটিৰ স্থান স্থিৰ কৰি খুটা এটা পুতিলে। তাৰ পাচত সনাতন ভুঞাক কলে যে ৰামগোপালক মাজুলীত, ৰামগোবিন্দক কলীয়াবৰত আৰু কালজাৰত হৰিগোবিন্দ দেৱক সত্ৰসভাদি ৰাখিব। তেখেতে ইয়াকো কৈছিল যে যদি তেওঁৰ এই আশা পূৰণৰ পূৰ্ব্বে মৃত্যু হয় তেন্তে কলীয়াবৰৰ সত্ৰখনিৰ ভাৰ থাকিব ভুঞাৰ ওপৰত। ভুঞাই কথাখিনি শিষ্যসকলক শুনাই যাবলৈ কৈছিল। সেযে ৰামানন্দ দেৱেও সকলো শিষ্যকে মাতি আনি সমস্ত কথা শুনাই সত্ৰ পতাই গৰাকী ভুঞাক দি পুনৰ মাজুলীৰ আইঁতগুৰিলৈ যাত্ৰা কৰিছিল। কিন্তু যাওঁতে বাটতে গ্ৰহণীয়ে পালে আৰু সত্ৰ পাই কিছুদিন থাকি মৃত্যু অৱশ্যম্ভাবী বুলি জানি সকলো ভকতক শুনাই ৰামগোপালৰ ভায়েক ৰামগোবিন্দক মূৰ্ত্তি ভাগৱতৰ অংশ দি কলীয়াবৰত সত্ৰ পাতি থবলৈ ক'লে। আকৌ হৰিগোবিন্দক ডাঙৰ হলে কালজাৰত সত্ৰসভা আৰু শিষ্যসকল দি অধিকাৰ কৰিবলৈ কলে। ইয়াৰ পাচত তেখেতৰ মৃত্যু হ'ল। এই সময়ত ৰামগোবিন্দদেৱৰ ৭ বছৰ আৰু হৰিগোবিন্দদেৱৰ ৫ বছৰ। চতুৰ্থালৈ আৰু কাজলৈ কলীয়াবৰৰ পৰা প্ৰধান শিষ্যসকল গৈছিল। কাজৰ শেষত লেলা বৰাক কেইদিনমান তাতে ৰাখি কলীয়াবৰৰ শিষ্য আৰু ঠাই কেনে ইত্যাদি সকলো কথাৰ সম্ভেদ ললে আৰু সত্ৰ স্থাপনত তেওঁক কিছু সহায় কৰিবলৈ কৈ কিছু টকা পইচা দি কলীয়াবৰলৈ পঠাই দিছিল। কিছুদিনৰ পিচত ৰামগোপালদেৱে নিজে ফুৰোগৈ বুলি ঘৰত মাহীয়েকক কৈ নাৱেৰে সৈতে কলীবৰলৈ আহিল। কলীয়াবৰ পাই আতাৰক থকা গোসাই ঘৰলৈ নাহি কলঙৰ পাৰতে বাহৰ কৰি থাকিল। কিন্তু সেই সময়ত সনাতন ভুঞাই দেশপতা মানুহ লৈ নতুবাৰলৈ গৈ বাৰুৱতী অৰ্থাৎ সেনাবৰাক নাৱেৰে কলীয়াবৰলৈ পঠাই দিছিল। ৰামগোপালদেৱে সেনাবৰাৰ লগত আলোচনা কাৰ শৰণ কৰাব লগা ল'ৰা বিলাকক শৰণ কৰাবলৈ লাগিল। তেতিয়া জগন্নাথ বৰ শইকীয়াই ভায়েকক সনাতনক আনিবৰ বাবে নাওদি মানুহ পঠালে আৰু সবিশেষ খবৰ দিলে। ভুঞা অহা খবৰ পাই ৰাতিয়েই ৰামগোপালদেই উজাই গুছি গ'ল। পাচদিনা পুৱা ভুঞা বাহৰলৈ গৈ দেখে যে গোঁসাই নাই বাহৰহে আছে।

শিষ্যৰ পৰা জানিব পাৰিলে যে ৰামগোবিন্দদেৱৰ বিপক্ষতাৰ ৰামগোপালে লৈছে। অন্য হাতেদি সত্ৰ পতাবো মন নাই। এনে বিলাক বিপৰীত কথা জানি ভূঞাই জগন্নাথ শইকীয়াৰে সৈতে আলোচনা কৰি আইঁতগুৰি সত্ৰ পালেগৈ; কিন্তু ৰামগোপালদেৱ তাতো নাই। তেখেতে কলীয়াবৰৰ পৰা বাহিৰে বাহিৰে শিৱসাগৰৰ ফালে গ'ল। ভূঞাই আইৰ আগত সকলো বিৱৰি কৈ ক'লে যে যদি সত্ৰ পাতিব লাগে ৰামগোবিন্দদেৱক লৈ গৈ তেওঁ সত্ৰ পাতিবহি। আয়ে সম্মতি জনাই ভূঞাৰ লগতে ৰামগোবিন্দক পঠাই দিলে। ৰামগোবিন্দক আনি ৰামানন্দৰ থাপনা থকা ঠাইতে ৰাখি সকলো স্থিৰ কৰিলে। কিন্তু সেনা বৰা সম্মত নোহোৱাত ভবালী বৰুৱাৰ আগত সবিশেষ কোৱাত ভবালী বৰুৱাই বৰফুকনৰ ওচৰলৈ ৰামগোবিন্দক নি সকলো কথা ভাঙি পাতি ক'লে। তেতিয়া বৰফুকনে নিজে আহি এতিয়াৰ পুৱে বাটচ'ৰাৰ আলি; পশ্চিমে গৰুবাট; উত্তৰে নবাৰী; দক্ষিণে কেছুতলী। এই সীমাৰ মাজৰ মাটি লৈ সেনাবৰাৰ নামৰ পৰা কৰ্ত্তন কৰি তাতে নামঘৰৰ ভেটি চোঙোৱাই গোঁসাই থকা ঘৰৰ ভেটিৰে সৈতে থিক কৰাই দি সোনকালে নামঘৰ আৰু গোঁসাই ঘৰ সাজিবলৈ পৰামৰ্শ দিলে। কিছু মাটি আৰু অন্যান্য সাহায্য দিম বুলি বৰফুকনে কৈ ভবালী বৰুৱাকো এই ক্ষেত্ৰত সহায় কৰিবলৈ কৈ গ'ল। মাটি ভেটিৰ জা-যোগাৰ কৰি থাকোঁতেই আইয়ে ৰামগোবিন্দক নিবৰ কাৰণে নাও পঠাই দিলে। সেই নাওত ৰামগোবিন্দক পঠাই দিলে।

ইয়াৰ পাচত সনাতন ভূঞা আইঁতগুৰিলৈ গৈ ৰামগোবিন্দদেৱে পাব লগা অংশেৰে আইক ৰামগোবিন্দ আৰু হৰিগোবিন্দ দেৱৰে সৈতে লৈ কলীয়াবৰ পালেহি। এওঁলোকক ৰাতি জগন্নাথ শইকীয়াৰে সৈতে পাল পাতি ৰখা হৈছিল। ইফালে নামঘৰ আৰু থকা ঘৰো যোগাৰ কৰি ৰাখিছিল। এনেতে ভূঞা পোৱালি উত্তৰ পাৰলৈ যাব লগা হ'ল। সনাতন ভূঞাৰ প্ৰথম পুত্ৰ আছিল আমোল, দ্বিতীয় পুত্ৰ কোঙা, তৃতীয় পুত্ৰ সভানন্দ আৰু চতুৰ্থ পুত্ৰ নিত্যানন্দ। আমোল, কোঙা, উত্তৰ পাৰে আৰু সভানন্দ, নিত্যানন্দ দক্ষিণ পাৰে থাকিল।

বৰফুকনৰ পুতেকক আনি ফুকন পাতি ম'হমৰা ( গোনামৰা ) গাঁৱৰ সিপাৰে বহুৱালে। তেতিয়াৰে পৰা ফুকনৰ সভাত সদায় বৰভূঞা পোৱালি থাকিব লগা হোৱাত তেখেতৰ বৰপুত্ৰ আমোলক বৰভূঞা পোৱালি পাতি ল'লে আৰু সনাতন ভূঞাই কিছুমান কছাৰী লালুং আৰু বৰাহীক নি দফলাৰ সীমাই বহুৱাই দি দফলাৰ বহুতীয়া কৰি দিয়াত দফলাই অন্যকুলীন মানুহক উপদ্ৰপ নকৰা হ'ল। এই বহুতীয়া গাওঁ বিলাকত তিনিজন কৰি আহোমৰ বণুৱা সেনা থাকিবলৈ বৰফুকনে হুকুম দিলে আৰু সেনাবৰাৰ বৰপুত্ৰক টেকেলা পাতিলে। প্ৰধান লোকসকলৰ গাওঁ বিলাকৰ নামে যি গাঁৱৰ যেনে মানুহ তেনে ধৰণেই ৰখা হ'ল। ভূঞাক দ পথাৰত হুশপুৰা মাটি দিবলৈ ৰজাই বৰফুকনক আদেশ দিছিল।

সনাতন ভূঞাই উত্তৰ পাৰে দেশ পাতি হোৱাৰ পাচত হুশপুৰাৰ এখন খাট পুৰস্কাৰ পাইছিল। তাৰে এশপুৰা ব্ৰজভূষণদেৱৰ নামে দিবলৈ পুত্ৰ সকলক কৈ গৈছিল আৰু নাৱৰীয়া কৈবৰ্ত্ত এঘৰ মাছমাৰি খুৱাবৰ নিমিত্তে সত্ৰত দিছিল। তেখেতৰ মৃত্যুৰ পাচত সভানন্দ ভূঞাই ব্ৰজভূষণদেৱৰ নামে উত্তৰ পাৰত খাটৰ মাটি এশপুৰা বৰফুকনক কৈ দিছিল। সভানন্দৰ পুত্ৰ হ'ল - লক্ষ্মণ, সুকমল আৰু নিৰাময়।

হামাৰ ৰবি সত্ৰৰ চাৰুচন্দ্ৰদেৱে নতুৱাৰৰ দোকা চাপৰিত সত্ৰ পাতিবলৈ আয়ামাত কৰেঁৱে নগাৱঁৰ পৰা আহি ভেদেলী ভঁৰালত ব্ৰজভূষণদেৱৰ ওচৰত থাকে আৰু উত্তৰ পাৰৰ পৰা আদিও তাতে থাকে। এদিন ব্ৰজভূষণ দেৱক ঠাই খোজাত "মোৰ সত্ৰৰ ভিতৰওনো ক'ত দিম" বুলি কোৱাত সত্ৰৰ বাহিৰেহে লাগে বুলি ঠাই বিচাৰি ভূঞা পোৱালিৰ ভাগৰ আলিৰ পৰা কলঙ নদীলৈকে সেই ঠাই ডে'খৰকে মনোনীত কৰাই ব্ৰজভূষণ দেৱে সভানন্দক মাতি নি মাটি দোখৰ খোজাত ক'লে "মোৰ খাটৰ বাট মাৰি মাটি দিলে আগলৈ পো-নাতিৰ দিনত বোৱাৰী-জীয়ৰীয়ে গালি পাৰিব" বুলি কোৱাত হামাৰ ৰবী আতাই ক'লে "যিজন লোক আনি বহুৱামনি সেইজন সাধুভাবৰ লোকহে। আপোনালোক সকলেই সিজনৰ জ্ঞাতি হ'ব আৰু কোনো দিনলৈকে পানীখোৱা বাটত উপদ্ৰৱ নকৰিব

আৰু আপোনালোকৰ ঘৰৰ কোনেও হিংসা নকৰিব। যদি মোৰ এই বাক্যৰ অন্যথা কৰি হিংসা কৰে তেন্তে আমাৰ ধৰ্ম, হিংসা কৰাহে হ'ব।" বুলি কোৰাত সেই মাটিডোখৰ এৰি দিলে। পাচে সেই ডোখৰ মাটিতে খৰঙ্গা আতৈ নামে এজন পৰমাৰ্থৰ ভকত বহুৱালে। ব্ৰজভূষণদেৱক সমৰ্পন কৰি বহুৱাই কৰদণ্ড অৰ্দ্ধাদি দি থাকিব বুলি গতাই দিলে। দা-ধৰা বৰাই গা বহুৱা নামে এটি ল'ৰাক উজনিৰ পৰা অনি জীয়েকক বিয়া দিয়ে। কিন্তু তেওঁৰ ভেটি কলঙে খান্দি নিয়াত ব্ৰজভূষণদেৱে জগন্নাথ শইকীয়াৰ পুত্ৰ বিকাৰামক খুজি কলঙৰ পাৰৰ মাটি ডোখৰলৈ নি বহুৱালে।

## আমগুৰি কৰতিপাৰ পুৰ্বাণসত্ৰ—

শ্ৰীৰাৰ্ম আতাৰ পুত্ৰ পৰমানন্দদেউয়ে স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত সত্ৰ স্থাপন কৰিবলৈ কালজাৰৰ পৰা উজাই আহি কলীয়াবৰৰ খৰঙ্গী বৰুৱা গাৱঁত এজুপী প্ৰকাণ্ড আমগছৰ কাষত ১৬৫০ চনত আমগুৰি সত্ৰ স্থাপন কৰে। পৰমানন্দদেউক "দুশ পুৰথৰীয়া"ৰ শইকীয়া কনাই, "দুশ চতিয়াল"ৰ শইকীয়া বলাই আৰু পুৰথৰীয়াৰ নদাই হাজৰিকা মিলিত হৈ নিজ গুৰুৰ ওচৰত শৰণ লবলৈ কনৌজৰ নিজ গুৰুৰ এজনক গুৰুৰ আসনত বহুৱাবলৈ পৰমানন্দক আনিছিল বুলি ভূঞা বুৰঞ্জীখনে উল্লেখ কৰিছে। কান্ধত তুলি আনিছিল কাৰণে কনাইৰ অন্য এটা নাম আছিল কন্ধাই। যিকি নহওক গোঁসাইয়েও জয়জয়তে ভকতৰ পৰীক্ষা কৰিবলৈ কনাইৰ গেৰধৰাৰ ধান কাটিবলৈ মানুহ পঠাই দিলে। ধান কটা দেখি কনাইয়ে গোঁসাইক তামোল পানৰ শৰাইৰে সেৱা জনাই ভকত সকলক কষ্ট দিয়াৰ কাৰণে দুখ প্ৰকাশ কৰিলে আৰু নিজে সেই ধান কাটি দিম বুলি কলে। ইয়াৰ পিচতে নদাইৰ পৰীক্ষা। নদাই হাজৰিকাৰ বাঁহ অসংখ্য। সেইকাৰণে গোঁসায়ে বাঁহ কাটিবলৈ ভকত সকলক পঠাই দিলে। বাঁহ-কটা দেখি নদাই জ্বলি পকি আহি ভকতক নানা কথা কলে। এই কথা শুনি গোঁসায়ে

কলে—"নদাই চিলমিল।" কনাইৰ গুৰুভক্তিত গোঁসাই পৰম সন্তুষ্ট হৈ তেওঁক এই বুলি আশীৰ্ব্বাদ দিলে যে তেওঁৰ পো-নাতি বহুত হব আৰু তেওঁলোক খ্যাতিমান হব। গোঁসাইৰ এই আশীৰ্ব্বাদ অথলে নগৈছিল। কনাইৰ সাতজন পুত্ৰই পিচত ৰাজ বিষয় লাভ কৰিছিল। কনাইৰ সাতজন পুত্ৰ হ'ল — গকুল, নকুল, বৃন্দাবন, মথুৰা, বনমালী, পুনাই আৰু কমল লোচন। ইয়াৰে একজন আছিল ৰজাৰ ভৰালী বৰুৱা। *

পৰমানন্দ দেউ কিছুকাল আমগুৰিত থাকি তেৰাই উজনিলৈ গৈ আহল বহল ঠাইত সত্ৰ স্থাপন কৰিবৰ উদ্দেশ্যে লগত বৰপুত্ৰ মুকুন্দ আৰু দ্বিতীয় পুত্ৰ যদুক লৈ মাজুলীত কৰতি গ্ৰাম সত্ৰ (পিচত কৰতি পাৰ সত্ৰ) স্থাপন কৰিলেগৈ। বাকী তিনিজনা পুত্ৰ ক্ৰমে যাদবানন্দ, মাধবানন্দ আৰু মধুসূদনক আইৰে সৈতে আমগুৰিত থৈ যায়। কেইবা বছৰ কাল মাজুলীৰ কৰতি গ্ৰাম সত্ৰত থাকি এই অঞ্চলৰ শিষ্য সকলৰ অনুৰোধত আৰু বিশেষকৈ তিনি পুত্ৰক চাবলৈ পুনৰ কলীয়াবৰলৈ যাত্ৰা কৰিলে। আহোঁতে লগত দুজনা পুত্ৰকো লৈ আহিছিল। নাৱেৰে কলঙ মুখেদি আহি মকৰাবৰৰ ঘাটত নাও বান্ধে। বাটতে বিস্ফোটক ৰোগে দেখা দিয়াত গোঁসাই বৰ অৱশ হৈ পৰিছিল আৰু সেই কাৰণে মকৰাবৰৰ ঘাটতে থাকি ঘৰাক আমগুৰিলৈ বাৰ্ত্তা দিবলৈ পঠালে। গোঁসাইৰ নৰীয়াৰ বাতৰি পাই আই মাতৃৰে সুমলীয়া তিনিপুত্ৰ আৰু শিষ্যসকল মকৰাৰ ঘাট পালেগৈ। গোঁসাইৰ নৰীয়া বৰ টান হ'ল। গোঁসায়ে পুত্ৰ সকলক ওচৰলৈ মাতি নি প্ৰথমে বৰপুত্ৰ মুকুন্দ দেউক কলে — "বোপা মুকুন্দ, পীৰাৰ ভাৰ নলৰ কাণ মাৰি বহন কৰিব লাগে।" তেতিয়া বৰপুত্ৰেকে ক'লে — "আত্তা নিজৰ শৰীৰৰ ভাৰকেই বহন কৰিব নোৱাৰো অপৰৰ ভাৰ কেনেকৈ বহিম? তেতিয়া গোঁসায়ে দ্বিতীয় পুত্ৰ যদুদেউক কলে "বোপা যদু, বাকী কেইজন তেনেই নাবালক, তুমি উপযুক্ত হৈছা, গতিকে পীৰাৰ ভাৰ নলৰ কাণ মাৰিৰে তুমি বহন কৰিব লাগে, আমাৰ সময় চাপিল।" যদুদেউয়ে পিতৃ বাক্য

* কৰতি পাৰ নসত্ৰৰ ৺যুক্তিদেৱ গোস্বামীৰ পৰা শুনা।

শিৰোগত কৰি মূৰ দোঁৱালে। গোঁসায়ে "তোমালোকেই পাঁচোজনৰ ওপৰত জ্যেষ্ঠ পাতি সত্ৰ ভাগৱত অৰ্পণ কৰিলো, মিলিজুলি খাবা।" বুলি কৈ ধ্যান মগ্ন হৈ বৈকুণ্ঠ প্ৰয়াণ কৰিলে। শিষ্যসকলে হৰিধ্বনি কৰি মকৰাৰবৰ ঘাটতে থকা বৃহৎ বৰগছৰ তলতে পৰমানন্দ দেউৰ দাহন কাৰ্য্য সম্পাদন কৰিলে। সেইদিনা আছিল আষাৰৰ কৃষ্ণা তৃতীয়া তিথি। চাৰিওফালে দোকোলটঁকা পানী পিচদিনা নাবেৰে আমগুৰি সত্ৰলৈ আহি তাত দশপিণ্ডাদি সকলো কাৰ্য্য সমাপন কৰি যদুদেউ আতাই সাধুসকলৰ নিৰ্মালি লয়। পৰমানন্দক দহন কৰা ঠাইক দহন কৰাৰ পিচদিনাই ব্ৰহ্মপুত্ৰই খান্দি এটা ঘুলিত পৰিণত কৰিলে। সেই ঘুলি মকৰাৰবাৰ ঘুলি বুলি এতিয়াও জনাজাত হৈ আছে।

মাজুলীৰ কৰতিপাৰ সত্ৰ কলীয়াবৰৰ পৰা দূৰ কাৰণে আৰু নাবালক ভাতৃ সকলৰে সৈতে ছমাহ পানীত তলযোৱা ঠাইত স্থায়ী ভাবে থাকিবলৈ অসুবিধা বোধ কৰি কলীয়াবৰতে সত্ৰ পাতিবলৈ মন কৰি স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ওচৰত আবেদন কৰাত তেওঁ প্ৰাণেশ্বৰ ভৰালী বৰুৱাৰ হতুৱাই আলিৰ দাতিতে থকা চুশ চতিয়ালৰ সোঁমাজতে এক ঢোল মাটি সত্ৰৰ কাৰণে দান কৰে। উত্তৰে কলং সুঁতি, দক্ষিণে বৰপেটা দলনী, পূবে ওপৰ চতিয়াল আৰু পশ্চিমে নাম চতিয়ালকে সীমা কৰি চাৰিটা শিলৰ খুটা পুতি আমগুৰি সত্ৰথন আহল বহলকৈ স্থাপন কৰে আৰু এই ঠাইতে ভাতৃ সকলৰ সৈতে আইক লৈ কিছুকাল থাকি যদুদেউ পুনৰ মাজুলীৰ সত্ৰলৈ যায়। জ্যেষ্ঠ মুকুন্দদেউ পশ্চিমলৈ গৈ পুৰণিগুদাম অঞ্চলত মহধৰা সত্ৰ পাতে। কনিষ্ঠ যাদৱানন্দই এওঁৰ পাৰ সত্ৰ পাতে। মাধৱানন্দদেউ অলপ ভটিয়াই বগাজন সত্ৰ পাতে। একেবাৰে কনিষ্ঠ মধুসূদন দেউয়ে কোটোহাগুৰি সত্ৰ পাতে। তেৰাৰ বিবাহ নহল, সেই সত্ৰ এতিয়া নাই।

যদুদেউৰ পুত্ৰ হৰিদেউ আৰু হৰিদেউৰ পুত্ৰ ৰামদেউ। ৰামদেউৰ পুত্ৰ প্ৰাণনাথ দেউয়ে দুগৰাকী বিবাহ কৰাইছিল। এই সময়লৈকে এই পুত্ৰসকলে মাজুলীৰ সত্ৰথন আমগুৰিতে থাকি চলাইছিল। আৰম্ভে সৰহ সময় মাজুলীত কটাইছিল। পৰিয়াল কিন্তু আমগুৰিতে আছিল।

বৰ আইৰ পুত্ৰ মহেশ্বৰ দেউ বয়সত সৰু আইৰ পুত্ৰ বাসুদেৱতকৈ দহ বছৰৰ সৰু। দুয়োজনে মাজুলীৰ সত্ৰ নিজৰ অধিপত্য বিস্তাৰ কৰে। মাজুলীৰ সাধুসকলক বাসুদেউ আতাই মতাই আনি অধিকাৰৰ নিৰ্মালি লয়। এই কথাত ক্ষুব্ধ হৈ মহেশ্বৰ আতাই চন্দ্ৰকান্ত সিংহৰ ওচৰত গোচৰ দিয়ে। কথিত আছে যে ৰজাই বিচাৰ কৰি ছমাহ বাসুদেৱ আতাক উত্তৰৰ গাদী আৰু মহেশ্বৰ আতাক দক্ষিণৰ গাদী আৰু দ্বিতীয় ছমাহত মহেশ্বৰ আতাক উত্তৰৰ গাদী আৰু বাসুদেৱ আতাক দক্ষিণৰ গাদী দিয়ে। এনেকৈয়ে বাসুদেৱ আতা স্বৰ্গী হয় আৰু তেৰাৰ পুত্ৰ বাঙ্কিৰামদেউ স্বাভাবিকতে ভতিজাপুত্ৰ হোৱাত আগৰ বিচাৰত অসন্তুষ্ট হৈ মহেশ্বৰ আতাই স্থায়ী গাদী বিচাৰি গোচৰ তৰে। দুয়োপক্ষৰ সাক্ষী বাদীৰ প্ৰমাণ লৈ বিচাৰকে এই গোচৰ নিষ্পত্তি কৰোঁতে দুকুৰি বছৰ লৈছিল। ইতিমধ্যে মহেশ্বৰ আতা প্ৰয়াণ হ'ল। তেৰাৰ পুত্ৰ যোগেশ্বৰ আতা আৰু বাঙ্কিদেউ আতাৰ দিনত মোকৰ্দ্দমা নিষ্পতি হয। বিচাৰ মতে বৰ আইৰ পুত্ৰ নাতি যোগেশ্বৰ আতাই সত্ৰৰ গাদী পায়। তেতিয়ালৈকে দুয়ো আতাই সত্ৰৰ গাদী পায়। সেই সময়লৈকে দুয়ো পৰিয়াল আমগুৰি সত্ৰতে আছিল। বিচাৰকৰ নিৰ্দ্দেশক্ৰমে যোগেশ্বৰ আতাই সত্ৰ সভা মূৰ্ত্তি ভাগৱত আৰু গাদী চমজি লয়। এই কাৰণে বসুদেৱ আতাই ৰজাঘৰৰ পৰা জখলাবন্ধাৰ ওচৰত গৰু-বন্ধা নামে ঠাইত নতুনকৈ সত্ৰ পাতিবলৈ আয়োজন কৰে। এই কথাত খৰঙ্গী ঘনশ্যাম বৰুৱাই আপত্তি কৰি গুৰুজনাক আতঁৰলৈ নিয়াৰ বিৰোধিতা কৰিলে। খৰঙ্গী বৰুৱাৰ পুৰে মেলেকা হাজৰিকাৰ মাটিখিনি গুৰুজনাৰ হকে খুজি লৈ সেই ঠাইত নতুনকৈ সত্ৰ পাতি বসুদেৱ আতাক স্থাপন কৰে। সেই সত্ৰই বৰ্ত্তমান কৰতিপাৰ নসত্ৰ। তেতিয়াৰে পৰা আমগুৰি কৰতিপাৰ সত্ৰখনি পুৰণি ( Original ) সত্ৰ নামে বিখ্যাত হয়। বসুদেৱ আতাই পিচত মাজুলীৰ সত্ৰখনৰ অধিকাৰ পায়। বৰ্ত্তমান ব্ৰহ্মপুত্ৰৰ গৰাহত সেই সত্ৰখন থান-বান হৈছে আৰু সেয়ে স্থাপন হৈছেহি তিতাবৰ অঞ্চলত।

যোগেশ্বৰ আতাৰ পুত্ৰ দুজন— শুভেশ্বৰ আৰু অনন্ত দেউ।

ভৱিষ্যতে আকৌ সত্ৰ লৈ বিবাদ হয় বুলি তেৰাই ভৰলীৰ গুৰিত এখন শাখা সত্ৰ পাতে। কিন্তু ভৰলীৰ উপদ্ৰৱত সেই সত্ৰখন বৰ্ত্তমান আমগুৰিৰ ওচৰলৈ আনি স্থাপন কৰা হৈছে। সেই সত্ৰ এতিয়া কৰতিপাৰ নসত্ৰ নামে জনাজাত। সেই সত্ৰত জ্যেষ্ঠ শুভচন্দ্ৰদেউক ৰাখে। কনিষ্ঠ অনন্তদেউ পুৰণি আমগুৰি সত্ৰতে থাকে। জ্যেষ্ঠানুক্ৰমে এই দুয়োখন সত্ৰ চলি থকাৰ নীতি নিবন্ধ কৰে। শুভচন্দ্ৰ আতাৰ পাচত অনন্তদেউ দুয়োখন সত্ৰৰ অধিকাৰ হয় আৰু ডেকা অধিকাৰ হয় শুভচন্দ্ৰ আতাৰ পুত্ৰ ফনেশ্বৰ দেউ। আকৌ অনন্ত দেউ প্ৰয়াণ হোৱাৰ পাচত ফনেশ্বৰ দেউ দুয়ো সত্ৰৰ অধিকাৰ আৰু অনন্তদেউ আতাৰ পুত্ৰ ৰুদ্ৰকান্ত গোস্বামী ডেকা অধিকাৰ হয়। কিন্তু ফনেশ্বৰ দেউৰ প্ৰয়াণৰ পাচত পূৰ্ব্বৰ ৰীতি ভঙ্গ হয়। এতিয়া উত্তৰ পাৰৰ কৰতিপাৰ সত্ৰত ফনেশ্বৰ দেউৰ পুত্ৰ দেবেশ্বৰ গোস্বামী অধিকাৰ হয় আৰু পুৰণি আমগুৰি কৰতিপাৰ সত্ৰত অনন্তদেউৰ পুত্ৰ ৰুদ্ৰকান্ত গোস্বামী অধিকাৰ হৈ সত্ৰ সভা চলাই আছে।

## সত্ৰৰ বৈশিষ্ট্য :—

আমগুৰি কৰতিপাৰ সত্ৰৰ পৰা বিভিন্ন সত্ৰ স্থাপন হলেও জয়ধ্বজ সিংহৰ দিনতে স্থাপন কৰা চতুৰ্ভুজ বাসুদেউ মূৰ্ত্তি আৰু কলীয়াবংশী বাদন মূৰ্ত্তি লৰচৰ হোৱা নাই। অনন্তদেউ আতাই নিজৰ ভূমিদান কৰি দহ বাৰ ঘৰ শিষ্য ভকতক আশ্ৰয় দিয়াৰ উপৰিও চতিয়াল হাজাৰৰ শঙ্কৰ মন্দিৰৰ বাবেও মাটি দি উদাৰতাৰ পৰিচয় দি গৈছে। ১৯৩০ চনত মহামানৱ মহাত্মা গান্ধীৰ অস্পৃশ্যতা নিবাৰণ আন্দোলনত এই সত্ৰই যি ভূমিকা গ্ৰহণ কৰিছিল সেয়া অসমৰ সত্ৰৰ বুৰঞ্জীত এক মনত ৰাখিব লগীয়া কথা। সত্ৰৰ হৰিমন্দিৰত প্ৰায় প্ৰতি বছৰে অনন্তদেউ আতাৰ তিথিত সদৌ কলীয়াবৰৰ বাছকবনীয়া শিল্পী সকলৰে ভাওনা উৎসৱ পতাটো সত্ৰখনৰ এটা ডাঙৰ বৈশিষ্ট্য।

সত্ৰখনিৰ ধৰ্ম্মীয় মহত্বও কম নহয়। কথিত আছে যে যোগেশ্বৰ

আতাৰ দিনত মানৰ আক্ৰমণ হয়। মানবিলাক নামঘৰত সোমাই ধন, তামৰ কলি আদি লুটি-পুটি লৈ যায়। সিহঁতে থেৰৰ নামঘৰত জুই, লগাবলৈ যত্ন কৰিছিল কিন্তু কোনোমতে জুই লগাব নোৱাৰি চুঙাত ক্ষুদ্ৰ শৌচ কৰি নামঘৰৰ ওপৰলৈ মাৰি দিছিল। পিচে কেইজনমান তেতিয়াই তেজ বতিয়াই মৃত্যু হ'ল। তেতিয়া দেওঁ আছে বুলি মানবিলাকে ভয় খাই সেই ঠাই এৰি পলাল। ১৯৫৮ চনৰ প্ৰবল ধুমুহা আৰু শিলাবৃষ্টিয়ে এই সত্ৰৰ বিস্তৰ ক্ষতি সাধন কৰিলে। কিন্তু মূৰ্ত্তি ভাগৱত একেদৰেই থাকিল। বাৰকুৰি চাকি জ্বলোৱা বৰগছা, সাত পুৰা ধৰা বৰ শৰাই আদিয়ে এই সত্ৰৰ প্ৰাচীন ঐতিহ্য চিৰকাল উজ্বলাই ৰাখিব।

**সাহিত্য চৰ্চ্চা :—** সত্ৰৰ যোগেশ্বৰ দেউৰ দিনৰ পৰা নাট্য ৰচনাৰ ঐতিহ্য ৰক্ষা হৈ আহিছে। যোগেশ্বৰ আতাই হৰিচন্দ্ৰ উপাখ্যান, ৰত্নপুৰ (অশ্বমেধ পৰ্ব্ব), ৰাৱণ বধ আৰু অমৃত মথন ; অনন্তদেউ আতাই তৰণীসেন বধ, পাতালীকাণ্ড ৰামায়ণ, শ্ৰীকৃষ্ণ নিৰ্য্যান আৰু শিৱশক্ৰ ভঙ্গ ৰুদ্ৰকান্ত গোস্বামীদেৱে হৰমোহন, কৰ্ণপৰ্ব্ব, শল্যপৰ্ব্ব, ভীষ্মপৰ্ব্ব, ভীষণ দৈত্য বধ, অভিমন্যু বধ, জয়দ্ৰথ বধ, পত্নীবিক্ৰম বা বৃহদৈত্য বধ, শ্ৰীৰাম অৱতাৰ, কুৰুক্ষেত্ৰ, ৰুহিতৰ সিদ্ধি লাভ, ক্ষেত্ৰবাহু বধ, কৰ্ণপাল দন্দপাল বধ, বৃন্দাহৰণ বা তুলসী চৰিত্ৰ, সীতাহৰণ, বালি বধ, কৰ্ম্মফল আদি নাট ৰচনা কৰি শঙ্কৰী কলাকৃষ্টিলৈ বৰঙণি যোগাইছে। ঢকুৰিখন সাঁচিপতীয়া পুথিয়ে এই সত্ৰৰ পুৰণি ঐতিহ্য ৰক্ষা কৰি আছে। জন্মাষ্টমী, ৰাসযাত্ৰা, দোল-যাত্ৰা আদি বাৰ্ষিক উৎসৱসমূহ অদ্যাপিও নিয়মিত চলি আছে।*

## **কৰতিপাৰ নসত্ৰ :—**

শ্ৰীৰাম আতাৰ নাতি শ্ৰীশ্ৰীবসুদেৱ গোস্বামী মাজুলীৰ পৰা আহি প্ৰথমতে আমগুৰি সত্ৰতে বাস কৰিছিলহি। তেখেতে জখলাবন্ধাৰ ওচৰত গৰু বন্ধাত কিয় সত্ৰ স্থাপন কৰিবলৈ মন কৰিছিল সেই কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। তেখেতে আনকি বহু ভকত গৰুবন্ধাত বসতি

* সত্ৰাধিকাৰ শ্ৰীৰুদ্ৰকান্ত গোস্বামীদেৱৰ সহায়ত।

কৰাই ৰাখিছিল। কিন্তু কলীয়াবৰৰ শিষ্যবৰ্গই গোস্বামীদেৱক গৰুবন্ধাত সত্ৰ পাতিবলৈ নিদিলে। দূৰত সত্ৰ পাতিলে ৰাইজ যোৱা অসুবিধা ঘটিব বাবে ভকত সকলে ওচৰতে সত্ৰ পাতি দিম বুলি গাত ল'লে। ৰাইজৰ প্ৰাৰ্থনাত গোস্বামী প্ৰভু সন্তুষ্ট হৈ গৰুবন্ধাত সত্ৰ স্থাপন কৰাৰ আশা পৰিত্যাগ কৰিলে। ওচৰতে সেলেকা হাজৰিকাৰ মাটি খণ্ড আছিল। সমূহ ৰাইজে হাজৰিকাৰ পৰা মাটি লৈ দি আমগুৰিৰ পৰা আনি নতুনকৈ সত্ৰ পাতিলে। সত্ৰই নাম পালে কৰতিপাৰ ন-সত্ৰ। এই সত্ৰ স্থাপন হয় ১৭৭৬ শকত।

সত্ৰৰ নামঘৰ প্ৰথমে খেৰেৰে ডাঙৰকৈ সকলো ৰাইজে সাজি নামকীৰ্ত্তন, তিনিপ্ৰসঙ্গ, সভা-ভাওনা, জন্মাষ্টমী, দৌলযাত্ৰা আদি সকলো ধৰ্ম্মকাৰ্য্য চলাই আছিল। বসুদেউ আতাৰ তিনিজন পুত্ৰ— জয়দেউ আতা, যজ্ঞোৰাম আতা আৰু সম্ভুদেৱ (কনক চন্দ্ৰ দেৱ) আতা। বসুদেৱ আতাই তিনিগৰাকী বিয়া কৰাইছিল। প্ৰথম ভাৰ্য্যা উত্তৰ গুৱাহাটীৰ ন-গোঁসাই গঙ্গাধৰ গোস্বামীৰ কন্যা সম্প্ৰদা, দ্বিতীয় ভাৰ্য্যা যোৰহাটৰ ৰামগাভৰু মেলিয়া বৰুৱাৰ কন্যা অম্বিকাদেৱী আৰু তৃতীয় ভাৰ্য্যা হ'ল যোৰহাটৰ মঙ্গলী বৰুৱাৰ কন্যা চন্দ্ৰাদেৱী। প্ৰথমা ভাৰ্য্যাৰ পৰা সুভদ্ৰা আৰু সাধক পুৰুষ জয়দেউ আতা, দ্বিতীয় ভাৰ্য্যাৰ পৰা যজ্ঞোদেৱ গোস্বামী আৰু তৃতীয় ভাৰ্য্যাৰ পৰা চন্দ্ৰদেৱী আৰু কনকচন্দ্ৰ দেৱৰ জন্ম হৈছিল।

বসুদেউ আতাই তিনি গৰাকী ভাৰ্য্যা সহিতে কলীয়াবৰৰ পৰা মাজুলীলৈ গৈ নামধৰ্ম প্ৰচাৰ কৰিছিল। কেইবাবছৰৰ পাচত মাজুলী সত্ৰত থাকোঁতে তিনিজন পুত্ৰ আৰু এগৰাকী কন্যাজন্ম হৈছিল। মাজুলী জল প্লাবিত ঠাই। সেই কাৰণে তাত থকা বিপদজনক বুলি ভাবি মাজুলী কৰতি পাৰ সত্ৰৰ সমূহ ভকতক জনাই অনুমতি লৈ আহি নতুন সত্ৰ স্থাপন কৰিলেহি। ১৮৬১ চনত তেখেতৰ মৃত্যু হয়। মৃত্যুৰ সময়ত তিনিজনা পুত্ৰক কৈছিল "মাউখে থাকিলে গুৰি পকৱাৰো মৰণ নাই।" তেখেতে আকৌ সত্যত থাকি ধৰ্ম্ম পথ উজ্জ্বল কৰিবলৈ দঢ়াই দঢ়াই কৈছিল।

**সত্ৰৰ নামঘৰ ঃ—**

কৰতি পাৰ নসত্ৰ স্থাপন কৰাৰ পৰা ৩৩ বছৰ খেৰি নামঘৰ আছিল। তাৰ পিছত ১৮৮৭ চনত টিনৰ নামঘৰ হয়। কীৰ্ত্তন ঘৰ সজা খৰচ তিনি ভাতৃয়ে সমানে অৰ্থ সংগ্ৰহ কৰাইছিল। দানবীৰ ভোলা বৰুৱাই নামঘৰৰ টিনৰ ব্যৱস্থা কৰিছিল। নামৰত তেতিয়াই ১০,০০০'০০ টকা খৰচ হৈছিল। এই কীৰ্ত্তন ঘৰ তৈয়াৰ কৰাৰ ডেৰ বছৰৰ পাচত অন্যজন শাস্ত্ৰজ্ঞ ব্যক্তি যুক্তিদেৱ গোস্বামীৰ জন্ম হৈছিল।

সাধক পুৰুষ জয়দেউ আতাই চাৰিগৰাকী বিয়া কৰাইছিল। তেখেতৰ চাৰিজন পুত্ৰ আৰু চাৰি গৰাকী কন্যা। জয়দেউ আতা বাক্ সিদ্ধ পুৰুষ আছিল আৰু তেখেতে যাক যি কথা কৈছিল সেই কথা আখৰে আখৰে ফলিয়াইছিল। তেখেত এজন পণ্ডিত লোক আছিল। তেখেতে কেইবাখনো নাটক ৰচনা কৰি গৈছে। জখলাবন্ধা সত্ৰৰ চন্দ্ৰ কান্ত গোস্বামী মহাপণ্ডিতৰ ওচৰত বহু শাস্ত্ৰজ্ঞান লাভ কৰিছিল। জখলাবন্ধা সত্ৰৰ ওচৰ কলং নদীৰ পৰা পানীতোলা বৰ টান আছিল। গৰাঘাটত জখলা বান্ধি পানী তুলিছিল। সেই গতিকে তেতিয়াৰ পৰা ঠাইখনিৰ নাম জখলা বন্ধা নামে প্ৰখ্যাত হ'ল। এই জখলা বন্ধা সত্ৰৰ টোলত জয়দেউ আতাই সংস্কৃত শাস্ত্ৰ, ৰামায়ণ, স্মৃতি, পুৰাণ, গীতা, ভাগৱত, ব্যাকৰণ আদি শাস্ত্ৰ অধ্যয়ন কৰিছিল। শুনা যায় জখলা বন্ধা সত্ৰত পূৰ্ব্বৰে পৰা সংস্কৃত টোল আছিল। ইয়াৰ পিচত কৰতি পাৰ ন-সত্ৰৰ ওচৰত কলং নদীৰ পাৰত টোল পাতিছিল মহীৰাম ভট্টাচাৰ্য্য বিদ্যাৰত্নই। সেই টোলত যজ্ঞোদেৱ গোস্বামী আৰু কনক চন্দ্ৰ গোস্বামী দেৱেও ব্যাকৰণ, স্মৃতি, পুৰাণ, গীতা, ভাগৱত আদি শাস্ত্ৰ অধ্যয়ন কৰিছিল। সেই সময়ত কলীয়াবৰৰ সকলো গোঁসাই আৰু ব্ৰহ্ম সমাজৰ প্ৰায় সকলোৱেই টোলত পঢ়িছিল। তাৰ ভিতৰত ভোলাই শ্ৰুতিকৰ আৰু পদ্মদেউ পূজাৰী বিশেষ ভাবে উল্লেখযোগ্য। এই টোলৰ পিচতহে দ'লাল মাধৱত সংস্কৃত টোল পতা হয়। তাৰ পাচত আকৌ কৰতি পাৰ ন-সত্ৰত পুনৰ টোল পতা হৈছিল। সেই টোল দহ বছৰ আছিল।

সেই টোলতে প্ৰথমে ধৰ্ম্মকান্ত শৰ্ম্মা অধ্যাপকে পঢ়ায় আৰু তাৰ পিচত পঢ়ায় ভূনাথ বিদ্যাসাগৰে। বিদ্যাসাগৰৰ ঘৰ নলবাৰী খৈৰা পাৰা গাওঁত। প্ৰথম জনৰ ঘৰ আছিল উলাবৰিত। এই টোলতে ৰতি কান্ত গোস্বামী, বন্তিদেৱ গোস্বামী, বিষ্ণুদেৱ গোস্বামী, পূৰ্ণ চন্দ্ৰ গোস্বামী, বিশ্বদেৱ গোস্বামী আৰু সত্ৰৰ কলাবিদ, আৰু শাস্ত্ৰজ্ঞ পণ্ডিত যুক্তিদেৱ গোস্বামীয়ে পঢ়িছিল।

## সত্ৰীয়া সম্পদ :—

নামঘৰৰ বিভিন্ন ছোঁ-মুখা পুৰণিগুদামৰ লেবেলা খনিকৰৰ হতুৱাই তৈয়াৰ কৰোৱাই যজ্ঞোদেৱ, জয়দেৱ আৰু কনক চন্দ্ৰদেৱে নামঘৰৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছিল। প্ৰথমে গৰুড়ৰ স্কন্ধত বিষ্ণুক, তাৰ পিচত ব্ৰহ্মা, শিৱ, দশ অৱতাৰ, দশ দিগপাল আৰু নৱগ্ৰহৰ মূৰ্ত্তি কৰিছিল। ইয়াত বিশেষ যত্ন লৈছিল যজ্ঞোদেৱ আৰু কনক চন্দ্ৰ দেৱে। কনক চন্দ্ৰ গোস্বামীদেৱে নিজে গৰুড়ৰ হনুমন্তৰ মূৰ্ত্তি বৃহৎ আকাৰেৰে তৈয়াৰ কৰি নামঘৰৰ জেউতি বঢ়াইছিল। এই দুজনা ব্যক্তি তিনিবছৰ চিত্ৰকৰৰ কামত ব্যস্ত আছিল।

আৰু এটা মন কৰিব লগীয়া কথা এইয়ে যে এই কৰতিপাৰ ন-সত্ৰৰ নামঘৰৰ টুপতে এখন পাঠশালা স্থাপন কৰি বহুতো ছাত্ৰক পঢ়োৱা হৈছিল। পিচত নামঘৰৰ নাম কীৰ্ত্তনত বাধা জন্মাত তাৰ পৰা তুলি আনি বৰ্ত্তমান বাটচ'ৰাৰ প্ৰায় ওচৰতে স্থাপন কৰা হৈছিল। এইখন স্কুলেই এতিয়াৰ বৰুৱাচুকৰ প্ৰায়মেৰী স্কুল। এই স্কুলত প্ৰথমে শিক্ষা দিয়া পণ্ডিত আছিল চুপহিয়ালৰ বেৰা পণ্ডিত আৰু বগীৰাম পণ্ডিত, ভলাগুৰিৰ শ্ৰীকান্ত পণ্ডিত, পদ্মকান্ত গোস্বামী আৰু ফনিধৰ শৰ্ম্মা আৰু শাকমুঠিৰ শান্তিৰাম বৰা আৰু ভোলাই শইকীয়া।

## সাহিত্যিক অবদান :—

এই সত্ৰৰ কেইবাগৰাকী গোঁসাই বিদগ্ধ পণ্ডিত আছিল আৰু

তেখেত সকলে বহু নাট ৰচনা কৰি সত্ৰীয়া ঐতিহ্য ৰক্ষা কৰিছিল। এই নাটক সমূহে কলীয়াবৰীয়া কলা প্ৰেমী ৰাইজৰ বহু হিত সাধিছিল। নকল, ভজাগুৰি আৰু পুৰণি সত্ৰ নাট্য ৰচনাৰ ক্ষেত্ৰত যে অগ্ৰণী আছিল সেই কথা প্ৰত্যেক জন কলীয়াবৰীয়াই গৌৰৱেৰে সোঁৱৰণ কৰে। জয়দেউ আতাই ৰাম বনবাস, দ্ৰোণ পৰ্ব্ব, গদাপৰ্ব্ব, সাবিত্ৰী উপাখ্যান, কৰ্ণপৰ্ব্ব আৰু ভীষ্ম পৰ্ব্ব ; কনকচন্দ্ৰ গোস্বামীদেৱে পাশা পৰ্ব্ব, অভিমন্যু বধ আৰু জয়দ্ৰথ বধ। যুক্তিদেৱ গোস্বামীয়ে দ্ৰোপদীৰ সয়ম্বৰ, যযাতিৰ উপাখ্যান, শঙ্খচুৰ বধ, প্ৰহ্লাদৰ দিগ্বিজয় আৰু যজ্ঞোদেৱ গোস্বামীয়ে ৰামজন্ম নাট ৰচনা কৰিছিল।

## ভাওনা উৎসৱঃ-

সাধাৰণতে গুৰু দুজনাৰ তিথিত ভাওনা সবাহ পতা হৈছিল। জয়দেউ আতাৰ মৃত্যু-শ্ৰাদ্ধত চাৰিখনীয়া ৰভাৰে ৰাইজে ভাওনা পাতিছিল আৰু সেই ৰভাৰ তলতে এশটা বৌ মাছৰে কলীয়াবৰীয়া ৰাইজক অন্নদান কৰিছিল। জয়দেউ আতাৰ মৃত্যুত ভক্তসকলে দহদিন হবিষান্ন খাইছিল তেখেতৰ মহান্ন ব্যক্তিত্বত মুগ্ধ হৈ।

সত্ৰৰ বুৰঞ্জী অসমাপ্ত হৈ ৰ'ব যদিহে যুক্তিদেৱ গোস্বামীদেৱৰ বিষয়ে এবাৰ লিখা নহয়। এখেত বিশিষ্ট গুণেৰে অলঙ্কৃত বুলি আগতেই উন্মুকিয়াই অহা হৈছে। তেখেতৰ গাত জয়দেউ আতাৰ সমস্ত গুণেই বিকশিত হৈছিল বুলি কব পাৰি। কালিদাসৰ কাব্য, গীতা, ভাগৱত, পাণ্ডৱী গীতা, ৰামায়ণ আৰু মহাভাৰত আৰু পুৰাণ শাস্ত্ৰৰ লগত তেখেতৰ সুন্দৰ পৰিচয় আছিল। মূল সংস্কৃত ভাগৱত অৰ্থ তেখেতে সুন্দৰকৈ জানিছিল। তেখেত জ্ঞানৰ এক অফুৰন্ত ভাণ্ডাৰ আছিল। মহাপুৰুষৰ গীত-মাতৰ ওপৰত তেখেতৰ সম্পূৰ্ণ দখল আছিল আৰু অঙ্কীয়া নাট কেইখনৰ ভটিমা সমূহৰ অৰ্থ পাণ্ডিত্য পূৰ্ণ ভাবে বুজাই দিব পাৰিছিল। তেখেতৰ সাহিত্য প্ৰতিভা নাট কেইখনত বিকশিত হৈছে।

**অন্যান্য সম্পদ ঃ—**

সত্ৰখনত বহুত পুৰণি পুথি আছিল। ইয়াৰে কিছু ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে লৈ গৈছিল। সত্ৰৰ ডাঙৰ সম্পদ চিত্ৰ বস্ত্ৰাৱলী পুথিখন। এই খন পুৰাতত্ত্ব বিভাগে লৈ গৈছে। *

**বগাজন সত্ৰ ঃ**

শ্ৰীৰাম আতাৰ নাতি মাধৱানন্দই আমগুৰি কৰতিপাৰ সত্ৰৰ পৰা প্ৰায় এক কিলোমিটাৰ পশ্চিমে বৰ্ত্তমান কুঁৱৰীটোলত বগাজন সত্ৰ স্থাপন কৰে। মাধৱানন্দৰ পুত্ৰ মহানন্দদেৱ; মহানন্দদেৱৰ পুত্ৰ লক্ষীনাৰায়ণদেৱ; লক্ষীনাৰায়ণৰ পুত্ৰ বিশ্বম্ভৰদেৱ; বিশ্বম্ভৰৰ পুত্ৰ নিৰঞ্জন; নিৰঞ্জনৰ পুত্ৰ জীৱদেৱ আৰু জীৱদেৱৰ পুত্ৰ যোগেন্দ্ৰ, জীৱেশ্বৰ আৰু হেমচন্দ্ৰদেৱ। থীৰচন্দ্ৰদেৱ এজন সুদক্ষ নাট্যকাৰ আছিল আৰু এখেতে ভালেমান নাটক ৰচনা কৰি অমৰ হৈ গৈছে। এখেতৰ নাট সমূহ হ'ল ভীষ্মপৰ্ব্ব, দ্ৰোণ পৰ্ব্ব, কৰ্ণ পৰ্ব্ব, শৈল্য পৰ্ব্ব, বিৰাট পৰ্ব্ব, বকাসুৰ বধ, বিন্দ্ৰাসুৰ বধ, নিৰ্ম্মলা উপাখ্যান বা বৃত্ৰাসুৰ বধ, হৰিশ্চন্দ্ৰ উপাখ্যান শ্ৰীবৎসচিন্তা, সীতা-হৰণ, সীতাহৰণ বালিবধ, বৰদাবালা বা বৰদাদেৱীৰ সয়ম্বৰ, মদালসা উপাখ্যান, ৰাম বনলৈ যোৱা, লঙ্কাদহন, ৰাৱণ বধ, ধুন্দুদৈত্য বধ, বীৰেন্দ্ৰ বিজয়, যযাতি উপাখ্যান, বলিচলন আৰু কংস বধ। সত্ৰত সাঁচিপতীয়া পুথিৰ ভিতৰত বস্ত্ৰাৱলী, ঘোষা, কীৰ্ত্তন দশম আৰু ৰামায়ণ উল্লেখযোগ্য।

সত্ৰৰ উপাস্য মূৰ্ত্তি কলীয়া গোঁসাই বংশীবাদনৰ [১]

**শ্ৰীভূষণ দেৱৰ পৰা বঢ়া ঃ—**

**কাথপাৰ সত্ৰ ঃ—**

জয়ধ্বজ সিংহৰ দিনত পুৰুষোত্তম ঠাকুৰৰ আতাত এই সত্ৰখন উত্তৰ লক্ষীমপুৰ জিলাৰ নাৰায়ণ পুৰত স্থাপন হৈছিল। মানৰ আক্ৰমণত

* ৺যুক্তিদেৱ গোস্বামী দেৱৰ সহায়ত।

১ ৺যুক্তিদেৱ গোস্বামী আৰু শ্ৰীসুনদ শইকীয়াৰ সহায়ত

সত্ৰাধিকাৰ প্ৰেমভূষণদেৱে দক্ষিণ পাৰে তেলীয়া সোণাৰীত সত্ৰ পাতেহি আৰু তাৰ পৰাহে প্ৰেমভূষণ দেৱৰ নাতি ধৰ্মনাথদেৱে ১।৭৫ শকত কলীয়াবৰত সত্ৰ পাতেহি। [১]

**সৰু যদুমণিৰ পৰা বঢ়া :-**

**সৌকাজান গজলা :-**

এই নামৰ সত্ৰ চামধৰাত আছে। এই সত্ৰ সৰু যদুমণিৰ পৰা বঢ়া। প্ৰথমতে মাজুলীৰ গজলা নৈৰ পাৰত আছিল কাৰণে নাম ললে গজলা সত্ৰ। মানৰ উপদ্ৰৱত এই সত্ৰ নগাওঁ জাজৰিত এজোপা আমগছৰ তলত পাতিলেহি। কলীয়াবৰৰ গজলা সত্ৰখনৰ নামটিৰ বাহিৰে তাৰ একোৱেই নাই।

**সতানন্দী সত্ৰ :—**

**জয়কৃষ্ণৰ ঠাল :**

**পুৰণি গড় ( পুৰণি ঘৰ ) সত্ৰ :—**

পুৰণি গড সত্ৰৰ বিষয়ে আলোচনা কৰাৰ পূৰ্বে বৰভকত সতানন্দৰ বিষয়ে ভালদৰে জনা দৰ্কাৰ।

**সতানন্দদেৱ :—**

সতানন্দদেৱ কনৌজৰ পৰা অহা সাতঘৰ পণ্ডিত কায়স্থৰ ভিতৰত অন্যতম সদানন্দৰ বংশধৰ। সদানন্দৰ পুত্ৰ সৰ্ব্বানন্দ দৰঙৰ ভৈৰবী পীঠত অৱস্থিত প্ৰতাপপুৰ ৰাজ্যৰ ৰজাৰ কাকতী আছিল। এই সৰ্ব্বানন্দৰে পুত্ৰ মহাপুৰুষ শঙ্কৰদেৱৰ পৰম ভক্ত সতানন্দ।

প্ৰতাপপুৰ নগৰতে পতিগণ্ড নামে এডোখৰ ঠাই আছিল আৰু সেই ঠায়েই সতানন্দৰ জন্মস্থান। সতানন্দৰ পুত্ৰ চাৰিজন জয়কৃষ্ণ, মহাকৃষ্ণ ত্ৰাহিকৃষ্ণ আৰু শ্ৰীকৃষ্ণ। প্ৰতাপপুৰীয়া ৰজাই সতানন্দ দেৱক দহপুৰা

১ পবিত্ৰ অসমৰ আলমত

ঐ

মাটি আৰু কেইঘৰমান পাইক দিছিল। এখেত ঘোৰ শাক্ত আছিল আৰু দিনে ৰাতিয়ে ভাগৱতীৰ পূজা কৰিছিল। পূজা কৰোতে কৰোতে আঙুলিত পানীয়ে ধৰিছিল। এই বাবে তেওঁক অন্য এটা নাম আছিল পেনপেনি কাথ। আকৌ ঘোৰ দেৱী উপাসক বাবে তেখেতৰ নাম আছিল দেৱীদাস, দাড়ি-চুলিৰে ভোবোকাৰ কাৰণে নাম আছিল জপৰা কাথ আৰু পিতৃ মাতৃৰ প্ৰতি অতি ভক্তি পৰায়ণ বাবে নাম আছিল গুৰুভক্ত বৎসল।

'এদিন দেৱী পূজাৰ অন্তত দেবী আবিৰ্ভাব হৈ সতানন্দদেৱক কলে যে তেওঁ ঐশ্বৰ্য্য বিভূতিৰহে গৰাকী, মুক্তিৰ গৰাকী নহয়। গতিকে দেৱীয়ে সতানন্দক শঙ্কৰদেৱৰ ওচৰলৈ মুক্তিৰ পথ বিচাৰি যাবলৈ ক'লে। দেৱীৰ কথামতেই সতানন্দ ভটিয়াই আহি বৰদোৱা পালেহি কিন্তু আহি গম পালে যে কিছুদিনৰ আগতে গুৰুজনা উজনী অসমলৈ গৈছে। এই খবৰ পাই তেখেতে গুৰুজনাক বিচাৰি উজনী অসমলৈ যাত্ৰা কৰিলে। বেলগুৰি মতান্তৰে পাংমৌত মহাপুৰুষক লগ পাই সতানন্দৰ ভাৱগতি বেলেগ হ'ল। গুৰুজনাৰ লগত কিছুদিন থকাৰ পিচত গুৰুজনে পৰিয়ালৰ বিষয়ে সোধাত সতানন্দদেৱে চাৰি পুত্ৰৰ কথা কয়। গুৰুজনে শুনি ক'লে— "বসুদেউৰ এক কৃষ্ণ তোমাৰ চাৰি কৃষ্ণ এতেকে তুমি বৰভকত।"

"নাম শুনি হাস্য কৰি শঙ্কৰে মাতিলা।
তযু ঘৰে চাৰিকৃষ্ণ অৱতাৰ ভৈলা॥
আজি আমি নাম থৈলো বৰ যে ভকত।
তযু বংশে জুৰিবেক ভৈৰবী পীঠক॥"
সন্ত মুক্তাৱলী।

গুৰুজনাই সতানন্দক এজোৰ তাল, লাকৰা গোপালৰ মূৰ্ত্তি আৰু একাদশ স্কন্ধ ভাগৱত পুথি দি এই বুলি উপদেশ দিয়ে— "নাম মাত্ৰ জপিবাৰ হাতে মালা ধৰি। লোকক শিখাইবা তুমি যত্ন কৰি॥ চাৰি তনয়ক তুমি শৰণ কৰাইবা। গোপ্য কৰি নামধৰ্ম চাৰিতো কহিবা॥" সন্ত মুক্তাৱলী। এনেদৰে সতানন্দদেৱে গুৰুজনাৰ ওচৰত নামধৰ্ম্ম গ্ৰহণ

কৰিলে। গুৰুজনাই সতানন্দদেৱক নাম-ধৰ্ম প্ৰচাৰ কৰিবলৈ উপদেশ দি পঠাই দিলে। সতানন্দয়ো গুৰুৰ উপদেশক্ৰমে চাৰিপুত্ৰক নামধৰ্ম দিলে। তেখেতৰ নামধৰ্মত আকৃষ্ট হৈ তেওঁৰ অঞ্চলৰ বহুলোক নামধৰ্মত দীক্ষিত হ'ল। কিছুদিনৰ পাচত সতানন্দ আৰু তেওঁৰ পত্নী বিয়োগ ঘটাত তেওঁৰ চাৰিপুত্ৰ বাংশবাৰী নামে ঠাইলৈ উঠি গৈ সত্ৰ পাতেগৈ। কিন্তু কিছুদিনৰ পিচত চাৰিভাতৃৰ মাজত মনোমালিন্য ঘটে। শ্ৰীকৃষ্ণই কোনেও গম নোপোৱাকৈ পুৰুষোত্তম ঠাকুৰৰ ওচৰ পায়গৈ। তাত তেওঁ এঘাৰ বছৰ থাকি ঠাকুৰৰ পৰা নানা তত্ত্ব কথা শিকে। ইয়াৰ পিচত মহাকৃষ্ণই শ্ৰীকৃষ্ণক বিচাৰি আনেগৈ কিন্তু তেওঁ আগৰ ঠাইলৈ নগৈ বুঢ়ীগাঙৰ পূবফালে সত্ৰ পাতে। কালক্ৰমত অন্য তিনি ভাতৃও তালৈকে উঠি যায়। কিন্তু সেইবাৰ ডফলাৰ উপদ্ৰৱত দক্ষিণ পাৰৰ কলীয়াবৰলৈ গুচি আহিবলৈ বাধ্য হয়। তেওঁলোক আহি জয়কৃষ্ণ দ'লালৰ মাজত, শ্ৰীকৃষ্ণ কলংকাষত, মহাকৃষ্ণ এখন বিলৰ ওচৰত আৰু ত্ৰাহিকৃষ্ণ শ্ৰীকৃষ্ণৰ ওচৰতে বলহি।

আমি এতিয়া পুৰণিগড় সত্ৰলৈ আহোঁ। জয়কৃষ্ণ দ'লালৰ কাষত আৰু জয়সাগৰৰ ওচৰত যি ঠাইত খুটিমাৰি বৈছিলাহি সেই ঠাইক খুটা মৰা বুলি আজিও লোকে কয়। আকৌ এই জয়কৃষ্ণৰ নামানুসৰি জয়সাগৰ নামটিৰো সৃষ্টি হৈছে বুলি কোনো কোনোৱে ক'ব খোজে। সি যি কি নহওঁক প্ৰথম ঠাইত কিছু অসুবিধা পাই তাৰ পৰা দক্ষিণ পশ্চিমলৈ আহি কলং নদীৰ কাষত গড় মাৰি সত্ৰ স্থাপন কৰিলেহি। অৱশ্যে গড়ৰ চিন এতিয়া নাই কালৰ গ্ৰাসত ধ্বংস হ'ল। খুটামৰাৰ পৰা পুৰণি গড় সত্ৰলৈ অহা যোৱা কৰা এটা আলি আছিল আৰু তাৰ নাম আছিল বৰাগা আলি। সত্ৰৰ বুৰঞ্জীত আছে—

"জয়কৃষ্ণৰ পুত্ৰ পূৰ্ণানন্দ নাম।
কলঙৰ উত্তৰ পাৰে পূবথৰীয়া গ্ৰাম॥
চাৰিগঢ় ( গড় ) বান্ধিয়া কৰিয়া বাসা ঘৰ।
ৰহিল তাহাতে চিৰদিন মহাবৰ॥"

জয়কৃষ্ণৰ পুত্ৰ তিনিজন— পূৰ্ণানন্দ, বলাই আৰু পদ্ম। এই সকলোৰে বিশেষকৈ বলাই আৰু পদ্মদেৱে পিতৃ বিয়োগৰ পাচত বেলেগ বেলেগ ঠাইত সত্ৰ পাতে। দ্বিতীয় পুত্ৰ বলাইয়ে বৰ ভকতি আৰু তৃতীয় পুত্ৰ পদ্মদেৱে চেলেং খুন্দামৰা নামদি সত্ৰ পাতে। প্ৰথম পুত্ৰ পূৰ্ণানন্দ কিন্তু পুৰুষবাৰাৰ পুৰণি সত্ৰতে থাকে। এখেতৰ পত্নী তুগৰাকী। প্ৰথমা গৰাকীৰ পুত্ৰ মাধব নাৰায়ণ আৰু দ্বিতীয় গৰাকীৰ ৰূপ নাৰায়ণ, ত্ৰাহি নাৰায়ণ, প্ৰেম নাৰায়ণ, জয় নাৰায়ণ আৰু গোপাল নাৰায়ণ। জয় নাৰায়ণ আৰু গোপাল নাৰায়ণৰ অকালতে মৃত্যু হয়। বাকী চাৰিজনক শৰণ ভজন, ভক্তি দি পূৰ্ণানন্দদেৱে ইহলীলা সম্বৰণ কৰে। পুত্ৰ সকলে পিতৃ-শ্ৰাদ্ধ শেষ কৰি সুমলীয়া ভায়েক প্ৰেমনাৰায়ণক সকলো পিতৃ সম্পত্তি গটাই অধিকাৰ পাতি মাধব নাৰায়ণ, ৰূপ নাৰায়ণ আৰু ত্ৰাহি নাৰায়ণে অন্য ঠাইত সত্ৰ পাতে।

পিতৃ ভেটিৰ পৰা আঁতৰি গৈ মাধব নাৰায়ণে প্ৰায় আধাকিলোমিটাৰ দূৰত পূবফালে মাধব আতা ( মাধতাৰি ) সত্ৰ স্থাপন কৰে। ৰূপ নাৰায়ণেও মাধব আতা সত্ৰৰ ওচৰতে ৰূপনাৰায়ণ সত্ৰ স্থাপন কৰিলে। ত্ৰাহি নাৰায়ণেও তেতেলীগুৰি সত্ৰ স্থাপন কৰে। কিন্তু সেই সত্ৰ কিছুদিন পাচতেই লুপ্ত হয়। ভাই-ককাই সকলে অন্য ঠাইলৈ গৈ সত্ৰ পতাৰ পিচত পুৰণিগড় সত্ৰ ৰজাঘৰে প্ৰজাঘৰে প্ৰকাশ হৈছিল বুলি সত্ৰৰ বুৰঞ্জীয়ে কয়। মন কৰিব লগীয়া কথা এই যে কালক্ৰমত এই তাৎপৰ্য্যপূৰ্ণ নামটিৰ ঠাইত নাম হৈছে পুৰণি ঘৰ। সত্ৰৰ পুৰণি কাকত বা অন্য ঠাইত পুৰণি গঢ় ( গড় ) নামটিহে পোৱা যায়।

সত্ৰৰ গাম্ভীৰ্য্য একালত বৈশিষ্ট্যপূৰ্ণ আছিল। বিশেষকৈ শঙ্কৰী ক'লাকৃষ্টিৰ ভাল চৰ্চ্চা হৈছিল। প্ৰেমনাৰায়ণৰ দিনত সত্ৰ ৰজনজনাই আছিল বুলি শুনা যায়। এখেতৰ পুত্ৰ তুজন দামোদৰ আৰু কমললোচন। কমললোচন বাক্‌সিদ্ধ পুৰুষ আছিল। এখেতৰ পুত্ৰ গোপীনাথ আতাৰ দিনতো সত্ৰ সভা গাম্ভীৰ্য্য পূৰ্ণ আছিল। গোপীনাথ দেৱৰ পুত্ৰ তুৱানাথ আৰু তুৱানাথৰ পুত্ৰ আছিল বিশ্বনাথ। বিশ্বনাথদেৱৰ পুত্ৰ দেৱনাথ আতাও বাক্‌সিদ্ধ পুৰুষ আছিল। এখেতৰ পুত্ৰ গঙ্গানাথ আৰু দীননাথ।

গঙ্গানাথ উদাৰ পুৰুষ আছিল আৰু শঙ্কৰী কলাকৃষ্টিত তেখেত সুদক্ষ আছিল। অন্যজনা পুত্ৰ দীননাথো সাহিত্য আৰু কলাপ্ৰিয় লোক আছিল। এখেতে কেইবাখনো নাট লিখিছিল। এখেত ভাল খনিকৰো আছিল। এখেতে নিজে নিৰ্মাণ কৰা সাতখলপীয়া সিংহাসনৰ চিন্ এতিয়াও লুপ্ত হোৱা নাই। অন্যজন খনিকৰ কাৰ্য্যত নিপুণ লোক আছিল দীননাথ আতাৰ ভতিজা পুত্ৰ। হেমাৰবৰী, গেৰুবামুখ, কলাকটা আৰু কলীয়াবৰৰ চোলেং সত্ৰত তেখেতৰ নিজ হাতৰ সিংহাসন আজিও আছে। ইয়াৰোপৰি চিত্ৰবিদ্যা আৰু শঙ্কৰী গীত-মাতত তেখেত পাৰ্গত লোক আছিল।

পুৰণিগড়ৰ কেইবাটাও পৰিয়াল দৰং জিলাত সত্ৰ স্থাপন কৰি বসতি কৰিছেগৈ। সত্ৰৰ উপাস্য মূৰ্ত্তি কলীয়া গোঁসাই, শঙ্কৰদেৱৰ পদলীলা আৰু লাকন্না গোপালৰ বংশীবাদন মূৰ্ত্তি। *

---

* শ্ৰীমান পৱন মহন্তৰ সহায়ত।

**মাধৱ আতা বা মাধতাৰি সত্ৰ ঃ—**

জয়কৃষ্ণৰ পুত্ৰ পূৰ্ণানন্দ। এখেতক পুনা আতা বুলিও কয়। এখেতৰ প্ৰথম ভাৰ্য্যাৰ একমাত্ৰ পুত্ৰ মাধৱ নাৰায়ণ। মাধৱ নাৰায়ণে মাহীমাকৰ পাঁচ পুতেকক মাটি বাৰী এৰি দি তাৰ পৰা আহি অনুমান জয়ধ্বজ সিংহৰ দিনত নিজ নাম অনুসৰি সত্ৰস্থাপন কৰে। মাধৱ নাৰায়ণৰ সত্ৰই কালত নাম পালে মাধতাৰি বা মাধৱআতা সত্ৰ।

মাধৱ নাৰায়ণক আহোম ৰজাই ৫০ / ৬০ পুৰামান মাটি সত্ৰৰ নামত দিছিল। সেই মাটি নিস্পিখেৰাজ হিচাবে আছিল। কিন্তু বিশেষ কাৰণত সেই মাটি গুণাভিৰাম বৰুৱাই চৰকাৰক সোধায়। সত্ৰৰ সন্মুখত আহোম ৰজাই এটা শিলৰ খুটা পোতাই দিয়াইছিল আৰু সত্ৰৰ পূজা সেৱা চলাবলৈ এঘৰ ব্ৰাহ্মণ, সত্ৰৰ মাটিত বহুৱাইছিল। এই ব্ৰাহ্মণ পৰিয়ালটি এতিয়া নাই।

সত্ৰৰ মূৰ্ত্তি বাসুদেৱৰ। ১৯১২ চনৰ ফাগুন মাহত বিৰাট কীৰ্ত্তন ঘৰ, সাত খলপীয়া প্ৰকাণ্ড সিংহাসন, ডবা-কাঁহ, তামৰ ফলি, সত্ৰীয়া বয়বস্তু, পুথি-পাঁজি আদি সকলো অগ্নিয়ে দাহ কৰিলে।

সত্ৰ প্ৰতিষ্ঠাপক মাধব আতাৰ তিথি সত্ৰৰ এটি ডাঙৰ উৎসৱ। এই উৎসৱ আগতে দুদিনীয়াকৈ হৈছিল। কিন্তু সেই পয়োভৰ এতিয়া নাই। সত্ৰৰ বহুমূলীয়া সম্পদ হৈছে ৰাঙলী কীৰ্ত্তন। সত্ৰ দুবাৰ জুয়ে পোৰাতো পুথিখনিৰ কোনো হানি বিঘিনি হোৱা নাই। পুথিখনি দেখিবলৈ বৰ ধুনীয়া। প্ৰত্যেক পাতৰ চাৰিও কাষে আৰু নাভিত চিত্ৰ-বিচিত্ৰ লতা অঙ্কিত। পুথিখন দেখিলেই মন প্ৰাণ হৰে। পুথিখনিৰ আদিতে বকাসুৰ বধৰ এটি বিতোপন চিত্ৰ আছে। পুথিখনিৰ মাহাত্ম্যও অদ্ভুত। এসময়ত এটা চোৰে পুথিখনি চুৰ কৰি নি এঘৰ মানুহত বেচিলেগৈ। কিন্তু সেই গৃহস্থৰ অমঙ্গল হোৱাত তেওঁৰ আত্মীয় এজনে নি তেওঁৰ নিজ কীৰ্ত্তন ঘৰত ৰাখে। এদিন সপোনতে তেওঁ আদেশ পালে যে পুথিখনি আগৰ ঠাইত থব লাগে। গৃহস্থই মাধতাৰি সত্ৰৰ পুথি বুলি জানি খবৰ দিলে। তেতিয়া ৰাইজে গায়ন বায়নেৰে গৈ পুথিখন আনি সত্ৰত থলেহি।

মাধৱ নাৰায়ণৰ দুজনী পত্নী। প্ৰথম পত্নীৰ লক্ষীৰাম আৰু ৰঘুৰাম আৰু দ্বিতীয় পত্নীৰ যাদুৰাম আৰু ঋষভ। এই চাৰি পুত্ৰৰ চাৰি ভাগ।

পিচত ৰৰভাগৰ পুৰুষৰ ঠাল অন্ত পৰাত যাদৱামদেউৰ ঠাল উঠি গৈ বিশ্বনাথৰ লেহুগাঁৱৰ শিষ্য সকলৰ মাজত সত্ৰ পাতে। যাদৰাম দেউৰ ঠালৰে মোহন মহন্ত চিপহা সত্ৰৰ বাসিন্দা হয়। সত্ৰত বৰ্ত্তমান যাদৰাম আৰু ঋষভ দেউৰ ঠালৰ লোক আছে। লক্ষীৰাম দেউ বা ৰৰভাগৰ অধস্তন জীয়ৰীৰ পৰা বঢ়া লোক সকলেই সত্ৰত আছে।

এসময়ত সত্ৰখনি গাম্ভীৰ্য্য পূৰ্ণ আছিল। ৰাইজে সকলো কামতে পূৰ্ণ সহযোগ কৰিছিল। ৰাইজৰ ফালৰ পৰা হেমো মেধি আৰু সৰু মেধি এই দুজনে সত্ৰ পৰিচালনাত আগভাগ লৈছিল। কুশল অধিকাৰ বিখ্যাত সুত্ৰধাৰী আৰু নাম লগোৱা আৰু ভোলানাথ কুন্দনাথ আদি লোকসকল শঙ্কৰী কলা কৃষ্টিত সুদক্ষ লোক আছিল। সত্ৰৰ কনক চন্দ্ৰ সঙ্গীতজ্ঞ আৰু বাদ্যবিশাৰদ আছিল। ভোলানাথ গোঁসাই, মিহিৰ শৰ্ম্মা, তিলু শৰ্ম্মা, থিৰাম খাওণ্ড আৰু দোমাই খাটনিয়াৰ আছিল ভাল নাট্য শিল্পী। দোমাই খাটনিয়াৰৰ দুৰ্য্যোধনৰ ভাওৰ কথা ৰাইজে আজিও সোঁৱৰে। ইয়াৰ উপৰি ফনিধৰ আৰু কুন্দনাথ গোঁসাই সিংহাসন কটা আৰু চোমুখা তৈয়াৰ কৰা কাৰ্য্যত বৰ পটুলোক আছিল।

সত্ৰখনিৰ গাম্ভীৰ্য্য ১৯৩৫ চনৰ পৰা ক্ৰমে অৱনতিৰ ফালে আগবাঢ়ে। পূৰ্ব্বৰ গাম্ভীৰ্য্য লুপ্ত হলেও সত্ৰীয়া ঐতিহ্য শেষ হোৱাগৈ নাই। *

## ৰূপনাৰায়ণ বা পোৰাভেটি সত্ৰ :-

জয়কৃষ্ণৰ পুত্ৰ প্ৰনাই আতাৰ দ্বিতীয় ভাৰ্য্যাৰ প্ৰথম পুত্ৰ ৰূপনাৰায়ণ দেৱে মাধৱ আতা সত্ৰৰ প্ৰায় ওচৰতে নিজ নামানুসৰি ৰূপনাৰায়ণ সত্ৰ স্থাপন কৰে। অত্যাচাৰী মানহঁতে এই সত্ৰৰ কীৰ্ত্তন ঘৰ পোৰাৰ কাৰণে ৰূপনাৰায়ণ সত্ৰখনি পোৰাভেঁটি বুলি জনাজাত হৈ পৰিল। ৰূপনাৰায়ণদেৱে ৰৰদোৱা নামঘৰৰ আৰ্হিৰে নামঘৰৰ মণিকূট সজাই বৈকুণ্ঠ নাথ মূৰ্ত্তি স্থাপন কৰে।

---

* ৺নাৰায়ণ চন্দ্ৰ মহন্তৰ সহায়ত।

স্বৰ্গদেউ লক্ষ্মীসিংহই ৰূপনাৰায়ণৰ গুণত মুগ্ধ হৈ ৪৯৪ বিঘা ১০ লোচা মাটি বৈকুণ্ঠ নাথ মূৰ্ত্তিৰ নামত দান কৰে আৰু লগতে সত্ৰৰ সেৱা কাৰ্য্যত সহায় কৰিবৰ কাৰণে ২০ ঘৰ পাইক দিয়ে।

ৰূপ নাৰায়ণদেউৰ পুত্ৰ ৮ জন। এই সকল হ'ল— ব্ৰহ্মানন্দ, পদ্মনাৰায়ণ, শঙ্কৰীৰণ. ৰামকৃষ্ণ, হৰিৰাম, জয়কৃষ্ণ, গঙ্গাইকৃষ্ণ আৰু পদ্মনাভ। ব্ৰহ্মানন্দ আৰু পদ্মনাৰায়ণদেৱৰ বংশধৰ নগাওঁ আৰু দৰং জিলাতো আছে। ব্ৰহ্মানন্দৰ পুত্ৰ ভোলানাথ আৰু জগমোহনদেউ। জগমোহনদেউ মূল সত্ৰৰ পৰা উঠি গৈ বেবেজীয়াত সত্ৰ পাতেগৈ। এই সত্ৰ এলেঙ্গি ৰূপনাৰায়ণ সত্ৰ নামে জনাজাত। প্ৰথম পুত্ৰ ভোলানাথদেউ মূল সত্ৰতে থাকে। জগমোহনদেউৰ নাতি শিৱনাথে জাজৰিত ৰূপনাৰায়ণদেৱৰ নামত সত্ৰ পাতে। অন্য এজন নাতিয়ে নগাৱঁৰ ৰৰহমপুৰৰ ওচৰৰ ভেৰভেৰীত ৰূপ নাৰায়ণদেৱৰ নামত সত্ৰ স্থাপন কৰে আৰু এজন নাতি কৃষ্ণকান্তদেৱে বেবেজীয়াৰ পৰা উঠি গৈ দৰঙৰ গহপুৰ অঞ্চলৰ বালিজানত ৰূপনাৰায়ণ সত্ৰ স্থাপন কৰে।

ৰূপনাৰায়ণদেৱৰ দ্বিতীয় পুত্ৰ পদ্মনাৰায়ণদেৱ। পদ্মনাৰায়ণদেৱৰ চাৰিজন পুত্ৰ— গঙ্গাধৰ, কমলা কান্ত, চক্ৰপাণি আৰু ৰামচন্দ্ৰ। ৰামচন্দ্ৰদেৱে মূল সত্ৰৰ পৰা তিনি মাইল ভটিয়াই উলুবনিত সত্ৰ পাতে। সেই সত্ৰ খামুটীয়া ৰূপনাৰায়ণ সত্ৰ নামে খ্যাত। তৃতীয় পুত্ৰ চক্ৰপাণিৰ পুত্ৰ বিকাৰামদেউ মানৰ আক্ৰমণত মূল সত্ৰৰ পৰা গৈ নগাৱঁৰ টেলাহী অঞ্চলত গোনামৰা সত্ৰ পাতে। কিছুদিনৰ পাচত বিকাৰামদেউ পুনৰ মূল সত্ৰলৈ ঘূৰি আহে। তেখেতৰ পাচত তেখেতৰ ৰৰপুত্ৰ শ্ৰীৰাম আতা মূল সত্ৰৰ পৰা কিছু দক্ষিণে কলং নদীৰ পাৰত বিকাৰামদেউ থকা গোনামৰা বিলৰ সোঁৱৰণীৰ অৰ্থে সত্ৰৰ নাম ৰাখে গোনামৰা সত্ৰ।

তৃতীয় পুত্ৰ কেশকান্ত মূল সত্ৰৰ পৰা প্ৰায় এক কিলোমিটাৰ দক্ষিণে চতিয়ালত ৰূপ নাৰায়ণদেৱৰ নামত সত্ৰ প্ৰতিষ্ঠা কৰে।

চতুৰ্থ পুত্ৰ শ্ৰীকান্তদেৱে মূল সত্ৰৰ পৰা ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে দৰং জিলাৰ অন্তৰ্গত চতিয়াৰ সলাল গাৱঁত ৰূপনাৰায়ণ গোনামৰা সত্ৰ

স্থাপন কৰে। শ্ৰীকান্তৰ পুত্ৰ দুজন— ঈশকান্ত আৰু শিৱিকান্ত। মূল ৰূপনাৰায়ণ সত্ৰৰ অধিকাৰ কৃষ্ণকান্তদেৱ এজন উদাসীন আৰু বাক্‌সিদ্ধ পুৰুষ। এখেতে পৰমাৰ্থিক তত্বজ্ঞ আছিল।

ৰামচন্দ্ৰৰ নাতি পদ্মকান্ত খামুচিয়াৰ পৰা উঠি দৰঙৰ ৰৰঙ্গাবাৰীৰ ওচৰত ৰূপনাৰায়ণদেৱৰ নামত সত্ৰ প্ৰতিষ্ঠা কৰে।

ৰূপনাৰায়ণদেৱে উজনী আৰু নামনি অসমত এক শৰণ নামধৰ্ম্ম প্ৰচাৰ কৰে। তেখেতে বৰদোৱা সত্ৰৰ আৰ্হিৰে সত্ৰ স্থাপন কৰি নামঘৰৰ দক্ষিণে হাটী বহা বান্ধি সেই বহাত থাকি কেৱলীয়া ভকত সকলক নামধৰ্ম্ম চৰ্চ্চা কৰিবলৈ সুবিধা দিছিল।

সত্ৰীয়া উৎসৱ দৌলযাত্ৰা, জন্মাষ্টমী আৰু দুজনা গুৰুৰ তিৰোভাৱ তিথি। সত্ৰৰ নীতি-নিয়ম বৰ কঠোৰ আছিল বুলি জনা হৈছে। অন্য দেৱ-দেৱীৰ দৰ্শন কৰিলে কঠোৰ ব্যৱস্থা লোৱা হৈছিল। বাটচ'ৰাৰ পৰা ভিতৰলৈ জোতা পিন্ধি বা যান বাহনত উঠি সোমোৱা নিষেধ আছিল। গুৰু দুজনাৰ তিথিত তেৰাসৱৰ ৰচিত নাটকৰ বাহিৰে অন্য নাটৰ ভাওনা কৰা নহৈছিল। সত্ৰৰ সাঁচি-পতীয়া পুথি সমূহ বৰ্ত্তমান প্ৰায নষ্ট পালে। স্বৰ্গীয় গণেশ চন্দ্ৰ গোস্বামী শঙ্কৰী কলাকুষ্টিত ওজা আছিল। পৰমাৰ্থিক তত্বতো তেখেত এজন সিদ্ধ পুৰুষ আছিল।

আগতে সত্ৰত নাম লগোৱা ব্ৰাহ্মণ, পাঠক, পূজাৰী আদি আছিল। তাৰ বাহিৰেও পালাধৰীয়া, গায়নবৰা, পাচনি আদি আছিল।

এসময়ত ৰূপনাৰায়ণ পোৰাভেটি সত্ৰৰ পৰিৱেশ অতি মধুৰ আৰু গাম্ভীৰ্য্যপূৰ্ণ আছিল। আজি যেন সেই ঐতিহ্য ৰক্ষা কৰা হোৱা নাই— ম্লান পৰিছে। *

## ৰূপনাৰায়ণ খামুচায়া সত্ৰ:—

ৰূপনাৰায়ণদেউৰ দ্বিতীয় পুত্ৰ পদ্মনাৰায়ণদেৱ আৰু তেখেতৰ পুত্ৰ ৰাম চন্দ্ৰদেউ। ৰাম চন্দ্ৰদেউয়ে পূৰ্ব থৰীয়া ৰূপনাৰায়ণ পোৰাভেঁটি

* শ্ৰীতুৰাকান্ত গোস্বামীৰ সহায়ত।

সত্ৰৰ পৰা আহি বৰভগীয়া মৌজাৰ অন্তৰ্গত খহনীয়া বিলৰ কাষত সত্ৰ পাতিছিল। এখেতৰ ককালটি ইমান লাহি আছিল যে খামোচ মাৰিলে পোৱা। সেইকাৰণে তেখেতৰ অন্যটি নাম হ'ল খামুচীয়া গোঁসাই। এই নামৰ পৰাই সত্ৰৰ নাম খামুচীয়া সত্ৰ।

পদ্মনাৰায়ণদেউৰ পাঁচজন পুত্ৰ স্থানাভাৱত অন্য ঠাইলৈ উঠি যায়। সি সকল উঠি যাবৰ সময়ত শ্ৰীশ্ৰীবৈকুণ্ঠ নাথ মূৰ্ত্তি আৰু নিম্পিখেৰাজ মাটি লৈ মনোমালিন্য ঘটে। বিচাৰত মূলসত্ৰত নিম্পিখেৰাজ আৰু ৰামচন্দ্ৰদেৱে গুৰু অনুসৰি বৈকুণ্ঠ নাথ মূৰ্ত্তি লাভ কৰে। এইখনেই খামুচীয়া সত্ৰৰ উপাস্য মূৰ্ত্তি। এই সত্ৰত গদাধৰ সিংহৰ দিনৰ তামৰ ফলি আছিল কিন্তু চুৰি হ'ল।

ৰামচন্দ্ৰ দেউৰ মৃত্যুৰ পাচত জ্যেষ্ঠ পুত্ৰ লয়োকান্ত বা লক্ষীকান্ত দেৱে এই ঠাইতে নিগাজিকৈ সত্ৰ প্ৰতিষ্ঠা কৰে। এই জনা গুৰুৰ দিনত এই অঞ্চলৰ লোকক ব্ৰজাবলী আৰু অসমীয়া ভাষাৰ শিক্ষা দিয়া হৈছিল। এই জনা সত্ৰাধিকাৰ একেধাৰে শিক্ষক, গায়ক, বায়ন, খনিকৰ, নাট্যকাৰ ভাৱৰীয়া আৰু জ্যোতিষজ্ঞ আছিল। তেখেতে সাঁচিপাতত বহুপুথি লিখি প্ৰচাৰ কৰিছিল। ইয়াৰ বাহিৰেও চোমুখা সাজি ভাওনা পাতি ৰাইজক মুগ্ধ কৰিছিল। সত্ৰত ৰীতি অনুসৰি নিত্য নৈমিত্তিক পূজা-সেৱা আৰু চাৰি প্ৰসঙ্গ অদ্যাপিও চলি আছে। পূৰ্ব্বৰে পৰা সত্ৰ জ্যেষ্ঠানুক্ৰমে অধিকাৰ হোৱা নিয়ম চলি আহিছে। বৰ্ত্তমানৰ সত্ৰাধিকাৰ শ্ৰীদত্ত দেৱ গোস্বামী এজন ভাল জ্যোতিষজ্ঞ বুলি খ্যাত হৈ আছে।

সত্ৰ খনৰ লগত এটি ঘটনা জড়িত আছে। খহনীয়াৰ পাৰত সত্ৰ থাকোতে এবাৰ কালীয়দমন ভাওনা হৈছিল। কথিত আছে যে নাট ভাগ কৰি থকা অৱস্থাতে কালীসৰ্প মূৰ্ত্তিমন্তহৈ গায়ন, বায়ন, সূত্ৰধাৰী, ভাও ভাৱৰীয়া সকলো খহনীয়াত বিলীন হ'ল। ইয়াৰ মাজত এটি সত্য লুকাই থকা যেন অনুমান হৈছে। যি খহনীয়াৰ পাৰত সত্ৰখন স্থাপিত হৈছিল। সেইটো আছিল ব্ৰহ্মপুত্ৰৰ এটি বোৱতী সুঁতি। গতিকে পানীত সেই কালীয় দমনৰ দৃশ্য দেখুৱাবলৈ চেষ্টা কৰোতে

সম্ভৱ পানীৰ পাকে পাৰ খহাই নি সেই দুৰ্ভাগ্যজনক ঘটনাৰ সৃষ্টি কৰিছিল । *

**বৰভকতি সত্ৰ :—**

জয়কৃষ্ণৰ দ্বিতীয় পুত্ৰ বলাই আতাই পুৰণিগড় সত্ৰৰ পৰা গৈ বৰভকতি সত্ৰ পাতে । বৰভকত সত্যানন্দ দেৱৰ স্মৃতি ৰক্ষা কৰি সেই সত্ৰ পাতিছিল বুলি অনুমান হয় । সত্ৰখনক বানপানীয়ে উপদ্ৰৱ কৰাত তাত বহু পুথি-পাঁজি বা অন্য সত্ৰ সম্বন্ধীয় বুৰঞ্জী নষ্ট হ'ল বুলি জনা হৈছে । সেইয়ে সত্ৰীয়া সম্পদত বৰ্ত্তমান সত্ৰখন দুখীয়া । সত্ৰৰ উপাস্য মূৰ্ত্তি কলীয়া গোঁসাই সত্ৰৰ জেউতি ম্লান পৰিলেও শঙ্কৰী কলা-কৃষ্টিৰ চৰ্চ্চা অব্যাহত আছে । †

**খুন্দামৰা বা চেলেং সত্ৰ :—**

জয়কৃষ্ণৰ তিনিজনা পুত্ৰৰ মাজুজনা পদ্মনাৰায়ণ বা পদ্ম আতাই খুন্দামৰা সত্ৰৰ স্থাপন কৰ্ত্তা । এই সত্ৰখন আদিতে শিৱসাগৰৰ চেলেংহাট ৰেল ষ্টেচনৰ ওচৰত আছিল । সেই কাৰণে এই সত্ৰখনক চেলেং সত্ৰ বুলিও জনা যায় । পদ্ম আতাৰ পৰা যি বংশ লতিকা বাঢ়ি আহিছে সেইমতে পদ্মআতাৰ পুত্ৰ নন্দদেৱ, নন্দদেৱৰ পুত্ৰ নৰোত্তম ; নৰোত্তমৰ পুত্ৰ ৰাতুলদেৱ ; ৰাতুলদেৱৰ পুত্ৰ শ্ৰীৰামদেৱ, শ্ৰীৰামদেৱৰ পুত্ৰ শিশুৰামদেৱ ; শিশুৰামদেৱৰ পুত্ৰ ঘনকান্তদেৱ ; ঘনকান্তদেৱৰ পুত্ৰ বাপিৰাম দেউ আৰু বাপিৰাম দেউৰ পুত্ৰ পূৰ্ণকান্ত, মহেশ চন্দ্ৰ আৰু নৰদেৱ ।

স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনত ৰজাৰ ম'হযুঁজত এটা ম'হক একে খুন্দাই ওফৰাই পেলাই ৰজাক চমক লগোৱাত ৰজা সন্তুষ্ট হৈ সত্ৰৰ নাম দিলে খুন্দামৰা

সত্ৰৰ উপাস্য মূৰ্ত্তি বাসুদেৱৰ । এই সত্ৰৰ চন্দ্ৰতাপ পাত কাপোৰৰ

---

* সত্ৰাধিকাৰ শ্ৰীদত্তদেৱ গোস্বামীৰ সহায়ত ।

† ৺মথুৰা গোস্বামী আৰু শ্ৰীকনক মহন্তৰ সহায়ত ।

আছিল। সত্ৰৰ আপুৰুণীয়া সম্পদ আছিল চিহ্নযাত্ৰা নাটক খন। সত্ৰৰ বিশিষ্ট কলাকাৰ আৰু সুৰকাৰ মহেশ চন্দ্ৰদেৱে ভীষ্ম নিৰ্য্যান, দ্ৰোণপৰ্ব্ব, কৰ্ণ পৰ্ব্ব, গদা পৰ্ব্ব, বিৰাট পৰ্ব্ব, পাণ্ডৱৰ অশ্বমেধ আৰু হৰিশ্চন্দ্ৰ উপাখ্যান নাটক ৰচনা কৰিছিল। মহাপুৰুষৰ ৰাস নাটৰ ওপৰত এখেতৰ দক্ষতা অদ্ভুত বাবে এখেতক "ৰাসৰ গোঁসাই" বোলা হৈছিল। ৰাসৰ ধুৰা আৰু অন্য গীত-মাতত এখেতে অভিনৱ ৰূপ দিব পাৰিছিল।

সত্ৰত ডবা-কাঁহ আদি সত্ৰীয়া সম্পদ থকাৰ উপৰিও বাইশ পোৰা ওজনৰ এজোৰ ডাঙৰ তাল আছে। বৰ্ত্তমানৰ সত্ৰাধিকাৰ নৱদেৱ গোঁসাই এজন শঙ্কৰী কলাকৃষ্টিত পাৰ্গত ব্যক্তি। এখেত সুদক্ষ খনিকৰো। এখেতে খোল, সিংহাসন, মুকুট, চোমুখা আদি বস্তু তৈয়াৰ কৰাৰ উপৰিও ভাওনাৰ পুৰণি সাজ পোচাক তৈয়াৰ কৰিব পৰা সুদক্ষ লোক।

সত্ৰত দুজনা গুৰুৰ জন্মোৎসৱ আৰু তিৰোভাৱ তিথি পালন কৰাৰ উপৰিও পুৰুষোত্তম আৰু চতুৰ্ভূজ ঠাকুৰৰ তিথি প্ৰত্যেক বছৰে পালন কৰে। সত্ৰৰ ভাওনাৰ 'জোৰা' চাৰি পুৰুষৰ। এই ঐতিহ্য বহু সত্ৰতে কমেই দেখা যায়। মহেশ চন্দ্ৰ আৰু নৱদেৱ গোঁসায়ে জনজাতীয় অঞ্চলত ৰাস ভাওনা কৰি আদৰ্শ দেখুৱাই গৈছে। *

## গোনামৰা সত্ৰ :-

জয়কৃষ্ণৰ নাতি ৰূপনাৰায়ণদেৱৰ তৃতীয় পুত্ৰ বিকামদেউয়ে মানৰ আক্ৰমণত মূল সত্ৰৰ পৰা গৈ নগাঁও টেলাহী অঞ্চলৰ গোনামৰা নামৰ এখন বিলৰ পাৰত সত্ৰ পাতেগৈ। মানৰ আক্ৰমণ শাম কাটিলত আকৌ মূল সত্ৰলৈ ঘূৰি আহে। তেখেতৰ পাচত বৰ পুত্ৰ শ্ৰীৰাম আতাই মূল সত্ৰৰ পৰা কিছু দূৰলৈ গৈ কলঙৰ কাষত গোনামৰা বিলৰ স্মৃতি ৰক্ষাৰ হেতু ৰূপ নাৰায়ণ গোনামৰা সত্ৰ স্থাপন কৰিলে।

গোনামৰা সত্ৰক ভূঞা বুৰঞ্জীখনে ম'হমৰা সত্ৰ বুলি উল্লেখ কৰিছে। গোনামৰা নামটিৰ উদ্ভৱ সম্বন্ধে এটি কাহিনী আছে। আদিতে গোনামৰা

* শ্ৰীনৱদেৱ গোস্বামীৰ সহায়ত।

বিলৰ নাম আছিল পিচলা বিল। এবাৰ এটা গোমা ম'হে বিকাৰাম দেউক আক্ৰমণ কৰাত তেখেতে ম'হটোৰ শিঙত ধৰি মাটিত খুন্দিয়াই দিয়াত ভয় খাই ম'হ লৰ মাৰিছিল। সেইদিন ধৰি বিলৰ নাম হ'ল গোনামৰা আৰু সত্ৰখো নাম হ'ল গোনামৰা সত্ৰ। এই গোনামৰা বিলতে বিকাৰাম দেউয়ে গুৰুজনাৰ পদশীলা লাভ কৰিছিল। পদশীলাৰ মাহাত্ম্য আছিল এইয়ে যে সত্ৰত এই পদশীলা ৰাখিলে মাদক দ্ৰব্য সেৱন কৰিব নোৱাৰিব। মানৰ আক্ৰমণৰ শেষত শ্ৰীৰামে যেতিয়া কলীয়াবৰৰ মুল সত্ৰলৈ পদশীলা আনিলে তেতিয়া পদশীলাই স্বপ্ন কৰালে তাত নাথাকো বুলি। সেই কাৰণে কলঙৰ কাষত আজিৰ গোনামৰা সত্ৰলৈ আনি স্থাপন কৰিলেহি। এই নামৰ সত্ৰ যোৰহাটৰ শালমৰা, শিৱসাগৰৰ দিখৌমুখ আৰু লক্ষীমপুৰৰ খেৰণি বাৰীত আছে।

বিকাৰামদেউৰ চাৰিপুত্ৰৰ হৰি উচ্ছন্ন হ'ল, কেশই চতিয়ালত সত্ৰ পাতিলে আৰু শ্ৰীকান্তদেৱ উত্তৰ পাৰলৈ গ'ল। কলীয়াবৰৰ গোনামৰাত শ্ৰীৰাম আতাৰ বংশধৰ সকল আছে।

সত্ৰৰ উপাস্য মূৰ্ত্তি বংশীগোপালৰ। লগতে চতুৰ্ভুজ, লাৰুৱা গোপাল আৰু অনন্ত নাৰায়ণৰ মূৰ্ত্তি আছে। সাঁচিপতীয়া পুথিৰ ভিতৰত কীৰ্ত্তন, ঘোষা, দশম একাদশ আৰু দ্বাদশ স্কন্ধ, গুৰু দুজনাৰ অঙ্কীয়া নাট, গড়ুৰ পুৰাণ, ৰামমালিকা, নাম মালিকা আৰু ৰামচৰণ ঠাকুৰৰ গুৰু চৰিতখন আছে। *

মহাকৃষ্ণৰ ঠাল :—

শ্যামকানু সত্ৰ :—

বৰভকত সতানন্দৰ চাৰিপুত্ৰ যে ডফলাৰ উপদ্ৰৱত কলিয়াবৰ পালেহি সেইকথা উল্লেখ কৰি অহা হৈছে। চাৰিকৃষ্ণৰ মহাকৃষ্ণৰ পুত্ৰ ৰামচৰণ আতাৰ সাধুতা গুণত মুগ্ধ হৈ মোমাই তামুলী বৰবৰুৱাই চিলাবন্ধা বিলৰ পাৰত সত্ৰৰ চৌমেৰ, কীৰ্ত্তন ঘৰ আৰু ভকতৰ হাটী আদি সজাই দিয়ে।

* শ্ৰীবুদ্ধিন্দ্ৰ মহন্তৰ সহায়ত।

কিছুদিনৰ মূৰত শিঙৰিৰ ঐশানত এখন খাট দি বৰগাঁৱত সত্ৰসভা পাতি দিয়ে। শ্যামকান্তুদেৱৰ দিনতে বৰগাওঁ, বালিপুখুৰী, জজীয়া, চিলাবন্ধা, বকলা বহতীয়া, কলংপুৰ আদি ঠাইত সত্ৰ পাতে। গতিকে শিঙৰিৰ পৰা আৰম্ভ কৰি তেজপুৰ, গাভৰু, বেছেৰীয়া, পুখুৰীয়া, বিহগুৰি মদপী, বৰকলা আৰু নগাঁৱৰ ঠাইয়ে ঠাইয়ে শৰণ ভজন দিয়ে। শ্যামকান্তু দেৱৰ ব্যক্তিত্বক সন্মান জনাই সত্ৰৰ নাম ৰখা হ'ল শ্যামকান্তু সত্ৰ।

বৰ্ত্তমান সত্ৰৰ অৱস্থা অতি শোচনীয়। শিষ্যসকলৰ প্ৰায়ভাগেই নাথ সম্প্ৰদায়ৰ লোক। তেখেত সকলে আজিৰ পৰা প্ৰায় আঁঢ় কুৰি বছৰৰ আগতে গুৰু এৰি সিবিলাকৰ ভিতৰতে সকলো কাম কাজ চলাব ধৰিছে। এইখন সত্ৰতে জন্ম হয় শ্বহীদ নৰেন মহন্তৰ। *

ব্ৰাহ্মি কৃষ্ণৰ ঠাল
গোবিন্দ এলেঙি সত্ৰ:—

জগতত প্ৰকাশিত মহাপুৰুষ শঙ্কৰদেৱৰ দ্বাৰা প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক এলেঙিৰ সতানন্দ দেৱ বৰভকতৰ তৃতীয় পুত্ৰ ব্ৰাহ্মিকৃষ্ণদেৱ। এখেতৰ পৰি নাতি অনন্তদেৱৰে পুত্ৰ গোবিন্দ দেৱ। এখেতৰ মাতৃ জ্যোতি প্ৰভা দেৱী। অনন্তদেৱ মূল সত্ৰৰ পৰা আঁতৰি গৈ কলীয়াবৰৰ দক্ষিণাংশত বহুত লোকৰ বসতি স্থান দিজুনৈৰ কাষত দিজান বুলি এডোখৰ ঠাইত সত্ৰ সভা পাতিছিল। যি কোনো সত্ৰ স্থাপনৰ মূল বৈশিষ্ট্য হৈছে নদী বা ডাঙৰ বিলৰ আশ্ৰয়। এই দিজান গাৱঁৰ এতিয়া চিন মোকাম নাই। কালৰ সোঁতত সেই বিৰাট গাওঁ কেতিয়াবাই কালৰ বুকুত হেৰাই গ'ল। যিকি নহওঁক ইয়াতেই মূৰ্ত্তি আৰু সত্ৰৰ নামত পোৱা ব্ৰহ্মোত্তৰ দেৱোত্তৰ মাটি ত্ৰিশ পুৰাও এখেতৰ নামতে আছিল। এখেতে দিজানত সত্ৰ সভা পাতি বহু-লোকক বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰোৱাই উদ্ধাৰৰ পথ দিছিল। কিছুদিন সুখে-সন্তোষে সেই সত্ৰতে থাকি তেখেতে নৰদেহ সম্বৰণ কৰে।

---

* শ্ৰীজীতেন্দ্ৰ মোহন গোস্বামীৰ সহায়ত।

অনন্তদেৱৰ প্ৰয়াণৰ পিচত গোবিন্দদেৱৰ মাত্ৰ এবছৰহে হৈছিল। ইফালে দ্বিতীয় বছৰত মাতৃ জ্যোতিপ্ৰভা দেৱীৰো মৃত্যু হৈছিল। গতিকে বুঢ়ীমাক মন্দুদেৱীয়ে গোবিন্দক খুৱাই-বোৱাই লালন-পালন কৰি আছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰো মৃত্যু হ'ল। গোবিন্দদেৱৰ বয়স তেতিয়া পাঁচ বছৰ। গতিকে গোবিন্দদেৱ নিঠৰুৱা হ'ল। তেওঁ অনাৰ সহায়ত ডাঙৰ দীঘল হব লগীয়া হ'ল। ইয়াৰ পাচত নিজ বংশৰ আপোন খুড়ায়েক তেজপুৰ অঞ্চলত সত্ৰ পাতি থকা কৃষ্ণানন্দ দেৱে গোবিন্দদেৱক ডাঙৰ দীঘল কৰিবলৈ লৈ যায়। পিতৃ অনন্ত দেৱৰ ঘৰুৱা সা-সম্পত্তি সত্ৰৰ মূৰ্ত্তি ভাগৱত আদি সকলোবিলাক কৃষ্ণনন্দদেৱে লৈ যায়।

খুৰায়েক কৃষ্ণানন্দদেৱে গোবিন্দদেৱক ভালদৰে প্ৰতিপালন কৰি স্বাৱালক কৰে আৰু ওৰৰ ভট্টদেৱ নামে এজন অধ্যাপকৰ টোলত দি সকলো শাস্ত্ৰতে পাৰ্গত কৰায়। গোবিন্দদেৱৰ স্বভাব চৰিত্ৰ অতি সুন্দৰ আছিল আৰু লোকে তেওঁক মৰমতে মাউৰা গোবিন্দ বুলি মাতিছিল

গোবিন্দদেৱৰ পিতৃ অনন্তদেৱৰ শিষ্যভকত, সা-সম্পত্তি আৰু দুশপুৰা নিম্পিখেৰাজ মাটি আছিল। এই সকলো বিলাক কৃষ্ণানন্দ দেৱেই গৰাকী হৈ চলাইছিল।

কৃষ্ণানন্দদেৱৰ পুত্ৰ নিত্যানন্দ দেৱ। এখেতেও পিতৃৰ দৰে সা-সম্পত্তি মাটি বাৰী ৰাখি সত্ৰ সভা চলাই গোবিন্দদেৱৰ লগত মিলা-প্ৰীতিৰে আছিল। কিন্তু কালত কুটিলাগতি। কিছুদিন যোৱাত গোবিন্দ দেৱৰ লগত নিত্যানন্দদেৱৰ মনোমালিন্য ঘটিব আৰু গোবিন্দদেৱ তাত নাথাকো বুলি পিতৃৰ সা-সম্পত্তি ত্যাগ কৰি আহি ভৱলী মুখৰ গাওঁ এখনত আছিলহি। এই দুৰ্য্যোগতে গোবিন্দদেৱৰ পিতৃৰ পুৰণি সা সম্পত্তি, মূৰ্ত্তি-ভাগৱত, নিম্পিখেৰাজ মাটি আৰু শিষ্য সকলো খেলি মেলি হৈ এৰা পৰিল।

ভৰলীমুখত গোবিন্দদেৱৰ শান্তি নহ'ল। পিতৃ পিতামহৰ স্থান কলীয়াবৰলৈ আহিবলৈ মনতে সিদ্ধান্ত কৰিলে। সেয়ে এদিন আহি কলীয়াবৰ

পাইছেহি। ইয়ালৈ আহি প্ৰথমতে বংশাদিৰ অগত পৰিচয় হ'ল আৰু দ্বিতীয়তে চিলাবন্ধা গাঁৱত থাকিবলৈ ঘৰদুৱাৰ সাজিলে। কিন্তু তাত অসুবিধা পাই কলং নদীৰ কাষলৈ আহি তাত ঘৰ-দুৱাৰ সাজিলেহি। এই অঞ্চলত মানুহৰ বসতি যদিও পাতল আছিল খাদ্য বস্তু যথেষ্ট পৰিমাণে পোৱা হৈছিল। খেতি-বাতি কৰাৰো সুন্দৰ সুবিধা আছিল। এই কাৰণে কলীয়াবৰতে নিগাজীকৈ থাকিবলৈ বুলি ঘৰ দুৱাৰ সাজিলে। ওচৰ চুবুৰীয়া সকলেও সহায় সহযোগ কৰি দিলে। ইয়াৰ ফলত সত্ৰৰ কীৰ্ত্তন ঘৰ আৰু মণিকুট স্থাপন হ'ল। মূৰ্ত্তি-ভাগৱত, সিংহাসন, বৰডবা, বৰকাঁহ, ভোৰতাল, শঙ্খ, ভেৰি, ঘণ্টা আদিৰে সত্ৰ ৰঞ্জন জনাই উঠিল। সত্ৰৰ আকাৰ পূৰ্ণাঙ্গ হোৱাত চাৰিপ্ৰসঙ্গ, নামকীৰ্ত্তন, গীতা-ভাগৱত, আদি চলিবলৈ ধৰিলে। সেই সময়ত সত্ৰলৈ যাবলৈ বাটপথ নাছিল। হাবিৰ তলে তলে সুৰুঙীয়া বাট আছিল। তেনে পৰিবেশত গোবিন্দদেৱে বৈষ্ণব ধৰ্মৰ বাণী প্ৰচাৰ কৰিছিল। গোবিন্দদেৱৰ হৰি ভকতিয়েই মূল ব্ৰত আছিল আৰু তেখেতৰ শিষ্যও সৰহ নাছিল।

সত্ৰৰ বংশ বৃদ্ধি হ'লত একে ঠাইতে থকাৰ অসুবিধা হ'ল। তেতিয়া দধিকান্তদেৱৰ পুত্ৰ বাপচন্দ্ৰদেৱে অন্য ঠাইলৈ যাবলৈ ইচ্ছা কৰিলে। ঠাই বিচাৰি গহপুৰ অঞ্চলৰ সোলেঙ্গী নদীৰ কাষত ভাল ঠাই পাই সত্ৰ স্থাপন কৰিলে। পাচত তেখেতৰ সহোদৰ ভাই দুজনকো সেই সত্ৰলৈ লৈ যায়। বাপচন্দ্ৰদেৱে মহাপুৰুষৰ আহিৰে মিৰি, মিকিৰ, ডফলা, কছাৰী, হাবি আদি সকলো বৰ্ণৰ লোকক শৰণ ভজন দিছিল। বাপচন্দ্ৰদেৱে আনকি আহোম ৰাজ বিষয়াৰ মাজতো ধৰ্ম প্ৰচাৰ কৰিবলৈ অনুমতি পাইছিল। পূৰ্ব্বৰ পুৰণি সত্ৰত কৃষ্ণানন্দদেৱৰ বংশৰ দুজনা ৰ'ল। ই সকলে আজি সত্ৰ চলাই আছে।

সত্ৰৰ উপাস্য মূৰ্ত্তি চতুৰ্ভুজ। সত্ৰীয়া সম্পদৰ সন্দৰ্ভত সাঁচি-পতীয়া কীৰ্ত্তন, ঘোষা, দশম আৰু ভাগৱতৰ ২য় স্কন্ধ পুথিৰ নাম বিশেষ ভাৱে উল্লেখযোগ্য। সত্ৰৰ শঙ্কৰী কলা-কৃষ্টিৰ চৰ্চ্চা প্ৰশংসনীয়। *

* শ্ৰীৰত্নকান্ত গোস্বামীৰ সহায়ত।

## শ্ৰীকৃষ্ণ বা বাপু কৃষ্ণৰ পৰা বঢ়া

### লেটুগ্ৰাম সত্ৰ :—

চাৰিকৃষ্ণৰ শ্ৰীকৃষ্ণ বা বাপুকৃষ্ণ কলীয়াবৰলৈ আহি কলং নদীৰ কাষত ৰওঁতে ওচৰতে লেটুৰ ভূঞা বুলি এজন প্ৰসিদ্ধ ভূঞা আছিল। এই ভূঞাই শ্ৰীকৃষ্ণৰ গুণত মুগ্ধ হৈ সত্ৰ স্থাপন কৰিবলৈ মাটি দান দিলে আৰু তেওঁৰ ওচৰত শৰণো ললে। এই ভূঞাৰ মহান অন্তৰৰ স্বীকৃতিৰ চিন স্বৰূপে সত্ৰৰ নাম ৰাখিলে লেটুগ্ৰাম সত্ৰ।

শ্ৰীকৃষ্ণৰে পুত্ৰ অদ্ভুত গুণ সম্পন্ন বাপুৰামদেউ। এখেতৰ চাৰিগৰাকী ভাৰ্য্যাৰ পৰা এঘাৰজন পুত্ৰ জন্ম হয়। চতুৰ্থ ভাৰ্য্যা দনাৰজীৰ পাঁচজন পুত্ৰ। এই পাঁচ পুত্ৰৰ প্ৰথম পুত্ৰ কৃষ্ণচৰণ বা হ্যুতিৰাম দেউক মাক আৰু চাৰি ভাতৃ সহ এৰি বাপুৰামদেউ তিনিজনী ভাৰ্য্যা আৰু ছজন পুত্ৰক লগত লৈ উজনীলৈ গ'ল আৰু তাত এলেঙি বিলৰ পাৰত সত্ৰ পাতেগৈ। এই ছয়োজন পুত্ৰ লেটুগ্ৰাম সত্ৰলৈ নাযাবলৈ উপদেশ দি বৰ পুত্ৰ পুৰুষচৰণক ধৰ্ম প্ৰচাৰৰ ভাৰ দিয়ে। বাপুৰামদেউ এলেঙি সত্ৰতে বহাগ মাহৰ শুক্লা দ্বিতীয়া তিথিত স্বৰ্গী হয়। বাপুৰামদেউৰ এঘাৰজন পুত্ৰই অসমৰ বিভিন্ন ঠাইত সত্ৰ স্থাপন কৰে।

লেটুগ্ৰাম সত্ৰ পুৰুষ সংহতিৰ আৰু উপাস্য মূৰ্ত্তি বংশীবাদন শ্ৰীকৃষ্ণৰ। সত্ৰত সাঁচিপতীয়া পুথিৰ অভাৱ। এতিয়া শঙ্কৰী কলাকৃষ্টিৰ চৰ্চ্চাও প্ৰায় মলিন। *

### বালিসত্ৰ ঃ—

. বাপুৰামদেউৰ পুত্ৰ মাধৱানন্দই বালিসত্ৰৰ স্থাপন কৰ্ত্তা। অপুত্ৰক মাধৱানন্দৰ মনত সংসাৰৰ প্ৰতি বৈৰাগ্য জন্মাত তীৰ্থ কৰিবৰ মনেৰে ভটিয়াই আহি কলীয়াবৰত কলং নদীৰ পাৰৰ বালিত ৰয়হি। তেনে সময়তে ল'ৰা ৰজাৰ ভয়ত গদাপাণিয়ে গোপন কৰি অনাই - বনাই ঘূৰি ফুৰি কলীয়াবৰ পাই মাধৱানন্দদেৱৰ লগত ভেটা-ভেটি হৈছিল।

* ৺গোপীচন্দ্ৰ মহন্তৰ সহায়ত।

মাধৱানন্দই গদাপাণিৰ ৰাজোচিত গুণ দেখা পাই কলে যে তেওঁ পশ্চিম ফালে গ'লে তেওঁৰ উদেশ্য সিদ্ধি হ'ব। গদাপাণি ৰজা হোৱাৰ পাচত চোৰাংচোৱা পঠাই মাধৱানন্দৰ সন্ধান কৰালে আৰু তেওঁক ধৰ্ম প্ৰচাৰ কৰিবলৈ অনুৰোধ কৰিলে। মাধৱানন্দই ৰজাক জনালে যে তেওঁ তেনে-দৰেই ভগৱানক চিন্তা কৰি ভাল পায়। কিন্তু গদাপাণিয়ে জোৰ কৰাত সম্মতি প্ৰকাশ কৰিলে। গদাপাণিয়ে সত্ৰ স্থাপন কৰিবলৈ মাধৱানন্দক এক ঢোল মাটি অৰ্পণ কৰিলে। মাধৱানন্দই কিন্তু সিমান মাটি নলৈ দুটা মূৰৰ মাটি ললে গদাপাণিয়ে সত্ৰ পাতি দিয়াই কাকতি, কুমাৰ কমাৰ, আলধৰা, পাচনি আদি নিয়োগ কৰিলে।

বালিত সত্ৰ প্ৰতিষ্ঠা কৰাৰ কাৰণে সত্ৰৰ নাম ৰাখিলে বালিসত্ৰ। মাধবানন্দ আকৌ সংসাৰৰ প্ৰতি বৈৰাগ্য হৈ তীৰ্থলৈ নগৈ তেজপুৰৰ বালিপাৰাত থাকেগৈ আৰু তাতে স্বৰ্গী হয়।

সত্ৰৰ উপাস্য মূৰ্ত্তি বামন গোঁসাইৰ। এই মূৰ্ত্তিয়ে স্বপ্ন কৰোৱাত হাতীমূৰা পাহাৰৰ পূব-ফালৰ এটা ডুবিৰ পৰা আনি প্ৰতিষ্ঠা কৰা হৈছিল। সত্ৰ স্থাপনৰ কাল ১৬৮৩ চন।

এই সত্ৰখনিৰ কথা ওলালেই মাধৱানন্দৰ পিতৃ বাপুৰাম দেউলৈ মনত পৰে। বাপুৰাম দেউৰ শিষ্য অসংখ্য। অৰণ্যৰ পশুপক্ষীৰ পৰা আৰম্ভ কৰি ভৰলী নদীলৈকে তেওঁৰ অলৌকিক শক্তিত শৰণ লৈছিল বুলি শুনা যায়।

ভৰলীক বাপুৰামদেৱে প্ৰথমতে শৰণ দিয়া নাছিল। এবাৰ বোলে বাপুৰাম দেউ নাৱঁত ভৰলী পাৰ হওঁতে ভৰলীয়ে বলুকা পেলাই নাওঁ ৰখাই দিলে। নাও যাব নোৱাৰা হ'ল। ভৰলীয়ে তেতিয়া নিজৰূপেৰে দেখাদি বাপুৰামদেউৰ শৰণ খুজিলে। তিকতাত শৰণ দিয়াত বাপুৰাম দেউৰ সম্মত নাছিল। কিন্তু টানি অনুৰোধ কৰাত বালিতে কাপোৰেৰে আঁৰ কৰি ( শৰণৰ নিয়মেৰে ) শৰণ দিলে।

আজিৰ পৰা প্ৰায় ৮০ বছৰৰ আগলৈকে বাৰিষা ভৰলীয়ে বাপুৰাম দেউৰ সত্ৰলৈ আহিবলৈ সপোন কৰায় আৰু নামঘৰৰ পিৰালিত থৈ দিয়া

নৈবেদ্যবে শৰাই বাঢ়নী পানীয়ে লৈ যায়গৈ। ৰহস্যৰ কথা যে কিছু পিচত্তে শৰাইখন আগৰ ঠাইত থৈ যায়হি।

এবাৰ ভৰলীয়ে দুটা সবলৰ খুটা বালিসত্ৰ আৰু বালিসত্ৰৰ শাখা ভৰালী নামঘৰলৈ পঠায়। ইয়াৰো বেচ সুন্দৰ কাহিনী আছে। এই বিলাক কথা আজিৰ মানুহে ভাবিবলৈ টান পাব কিন্তু এইবিলাক ৰহস্য-পূৰ্ণ কথাই বুঢ়ালোক সকলক এতিয়াও আকৃষ্ট কৰি ৰাখিছে। *

## বালিভূঁই বৰ এলেঙি সত্ৰ :–

পৱিত্ৰ অসমত বৰ এলেঙি সত্ৰ কৃষ্ণানন্দৰ পৰা বঢ়া বুলি জনা যায়। এখেতৰ পুত্ৰ নাছিল। গতিকে ভাগিন পদ্মপাণিদেৱক পো লয়। এওঁৰে তৃতীয় পুত্ৰ পৰশুৰামদেৱে রুদ্ৰসিংহৰ ইচ্ছাত কলীয়াবৰত বৰ এলেঙি বৰ সত্ৰ স্থাপন কৰে। পৰশুৰামদেউৰ দ্বিতীয় পুত্ৰ মাধৰাম দেউক গৌৰীনাথ সিংহই দহঘৰ ভকত দি ১৭৯৫ চনত বালিভূঁই সত্ৰ পাতি দিয়ে। কিন্তু গোবিন্দ এলেঙি সত্ৰৰ শ্ৰীৰত্নকান্ত গোস্বামীদেৱে বালিভূঁই বৰ এলেঙি সত্ৰৰ স্থাপন কৰ্ত্তা বাপুৰামদেউৰ পুত্ৰ কৃষ্ণানন্দ আৰু কৃষ্ণানন্দৰ পুত্ৰ দামোদৰদেৱ বুলি কয়। গতিকে বালিভূঁই বৰ এলেঙি বা বৰসত্ৰৰ বুৰঞ্জী ৰহস্যজনক। যি কি নহওক সত্ৰৰ বৰ্ত্তমানৰ গোঁসাই সকলৰ পৰা যিখিনি তথ্য পোৱা হৈছে সেইখিনি তলত উল্লেখ কৰা হ'ল।

৩০টা খোল, ৩০ জোৰ তাল আৰু ৩টা ডবাৰে বালিভূঁই এসময়ত এখন প্ৰসিদ্ধ সত্ৰ আছিল। সত্ৰৰ চৌহদত মানুহে আনকি জোতা পিন্ধি প্ৰবেশ কৰিব নোৱাৰিছিল। সত্ৰত পোৱা নানা ধৰণৰ সাঁচি-পতীয়া পুথিৰ সন্ধানে বাস্তৱিকতে সত্ৰখনিৰ গৌৰৱপূৰ্ণ অধ্যায় এটিৰে সংকেট দিয়ে। সত্ৰৰ ডাঙৰ বস্তু সাঁচিপতীয়া ভাগৱতখন। সত্ৰখনিৰ বহু পুথিপাঁজি নষ্ট পালে। যিখিনি আছে সিয়ো জৰাজীৰ্ণ অৱস্থাত। কিছু পুথি আজি কিছুদিনৰ আগতে বুৰঞ্জী আৰু পুৰাতত্ব বিভাগে লৈ গৈছে। বিভিন্ন সাঁচি-পতীয়া পুথিয়ে প্ৰমাণ কৰে যে সত্ৰখনিত এসময়ত সুন্দৰ জ্ঞান চৰ্চ্চা

* শ্ৰীকমল চন্দ্ৰ মহন্তৰ সহায়ত।

হৈছিল। আজিৰ অৱস্থা কিন্তু তাৰ সম্পূর্ণ বিপৰীত।

মানৰ আক্রমণৰ সময়ত সত্রৰ অধিকাৰ আছিল চতুর্ভুজ গোঁসাই। সত্রত অধিকাৰ হোৱাৰ নিয়ম ভাই অনুসৰি। সত্রৰ প্রধান তিনি উৎসৱ হ'ল গোপীকান্ত আৰু দেউৰাম গোঁসাইৰ। এইকালৰ পৰা এখেত সকলক সত্রৰ আদিস্থাপক বা সত্রৰ প্রতিভাশালী সত্রাধিকাৰ বুলি ভাবিবৰ থল আছে। সত্রৰ অন্যলোক সকলৰ পৰা জনা যায় যে চন্দ্রহাঁস গোঁসাইৰ দিনত সত্রখনৰ অৱস্থা জয়জয় ময়ময় আছিল। কিন্তু আজি অতি দুখ লগা। সত্রৰ ছাটীমতা সকলে সত্রৰ চাৰি হাটীৰ স্মৃতি বহন কৰি আহিছে। নাটক সমূহলৈ চাই এই কথা প্রতীয়মান হয় যে এই সত্রখনত এসময়ত শঙ্কৰী কলাকৃষ্টিৰ ভাল চর্চা হৈছিল। কিন্তু আজি যেন সেইয়া সপোনহে।

## নিকামুল সত্র :—

বাপুৰামদেউৰ তৃতীয় ভার্য্যাৰ পুত্র কৃষ্ণানন্দ, মাধৱানন্দ আৰু স্বৰূপানন্দ। এই মাধৱানন্দই নিকামূল সত্র পাতে। মাধৱানন্দ অপুত্রক বাবে স্বৰূপানন্দৰ পুত্র লক্ষ্মণদেৱক পোষ্য পুত্র কৰি লয়। নিকামুল সত্র তেজপুৰত আছে যদিও শাখা এখন কলীয়াবৰতো আছে। সত্র খনত শঙ্কৰী কলা-কৃষ্টিৰ চর্চ্চা দেখা যায়।*

## কৃষ্ণচৰণৰ পৰা বঢ়া
## চিপহা সত্র ঃ—

এইখন হাতবৰৰ ওচৰত কলঙৰ দক্ষিণ পাৰে অৱস্থিত। সত্রখনক কিয় চিপহা বোলা হয় তাৰ কেবাটাও সুন্দৰ কাহিনী আছে। এটা মতে জনা যায় যে সত্রৰ স্থাপন কর্ত্তা সকলৰ উপৰিপুৰুষ সকল শিৱৰ ভক্ত আছিল আৰু সেইবাবে তেখেত সকলক শিৱহাৰ বোলা হৈছিল। এই শিৱহাৰৰ পৰাই শিৱহা বা শিপহা হৈছে। অন্য এটি যুক্তি হ'ল এই যে এবাৰ ভূঞা যত্নদেৱে ( সত্রৰ আদি জনা ) সৰিয়হ খেতি কৰিছিল।

* ডঃ নেওগৰ পৱিত্র অসমৰ সহায় লোৱা হৈছে।

আচৰিত কথা সৰিয়হ সিচাৰ পিচদিনাই সৰিয়হৰ চুপহি মেলিলে। এই আচৰিত কথাত শঙ্কৰদেৱে ভুঞা নাম গুচাই চুপহা নাম দিলে। এই চুপহাৰ পৰাই চিপহা হৈছে। আৰু এটি কাহিনী আছে। পুৰুষোত্তম ঠাকুৰে মহন্ত পতা কৃষ্ণচৰণ আতাৰ ( দৰঙৰ কলংপুৰ মৌজাৰ ব্ৰহ্মজান নৈ (বলমা)ৰ পাৰত সত্ৰ পতা ) ভাতৃ ৰামচন্দ্ৰদেৱে আহোম ৰজা শিৱসিংহক নিজৰ বাসস্থান সম্পৰ্কে জনোৱাৰ প্ৰসঙ্গত কৈছিল যে বলমা নৈৰ পাৰৰ তেওঁলোকৰ বসতিস্থান অতি মনোৰম, শস্যে মৎস্যেও অনুপাম। সেই ঠাইৰ বলমা নৈ খনিক পাৰৰ এজোপা বৃহৎ বৰগছৰ শিপাই দুয়ো পাৰ সংযোগ কৰি সুন্দৰ সেতুৰ নিৰ্ম্মাণ কৰি ভক্তবৃন্দৰ সুবিধা কৰি দিছিল। ৰজাই এই বৰ্ণনা শুনি সত্ৰখনিক চিপহিয়াল নাম দিলে। এই চিপহিয়ালৰ পৰাই চিপহা হৈছে।

সি যি কি নহওঁক শিৱভক্ত যদুদেউ ভুঞাৰ পৰিনাতি কৃষ্ণচৰণ চিপহা সত্ৰৰ আদিজনা পুৰুষ। এখেতৰ ভাতৃ ৰামচন্দ্ৰই ৰজা শিৱসিংহক দেখা কৰোতে ৰামচন্দ্ৰৰ প্ৰতি আকৃষ্ট হৈ কিছু ধন-সম্পত্তি লবলৈ অনুৰোধ কৰিলে। ৰামচন্দ্ৰই "যশস্বী আৰু ধৰ্মপ্ৰাণ ৰজাকনো কি বুলি জনাব" এনে ভাব ব্যক্ত কৰাত ৰামচন্দ্ৰক ধন সোণ দি সাতবাৰ সেৱা জনালে। ৰজাই ৰামচন্দ্ৰক আকৌ কদম্ব মূৰ্ত্তি, চাৰি-পাঁচ পুৰা দেবোত্তৰ মাটি, বাঙলী কীৰ্ত্তন আৰু নানা দাস-দাসী প্ৰদান কৰিলে। এইখিনি পাই ৰামচন্দ্ৰ ৰজাৰ পৰা বিদায় লৈ আহিল।

ইফালে ভায়েকে ৰজাৰ পৰা সকলো ধন বিত পোৱাত কৃষ্ণচৰণে ভাবিলে যে তেওঁ মৰিলে ৰামচন্দ্ৰই কাকো ধন বিত নিদিব। এই কথা চিন্তা কৰি কৃষ্ণচৰণে ৰামচন্দ্ৰক কলে যে তেওঁ ভায়েকক ৰজাই দিয়া সম্পত্তিৰ কুটা এগছিও নিদিব। এই কথাত ৰামচন্দ্ৰই মৰ্মান্তিক বেজাৰ পাই সকলো সম্পত্তি ককায়েকক দি শোণিতপুৰলৈ গুচি আহি সত্ৰ পাতিলেহি। তাতে তেখেতে বিবাহো কৰালে। সত্ৰত মূৰ্ত্তি নথকাত ৰামচন্দ্ৰৰ মনত সদায় দুখ। "সত্ৰ আছে মূৰ্ত্তি নাই গুণে ৰামচন্দ্ৰ।

নাহি কৰে শোভা তাৰা বিহীন যে চন্দ্ৰ”— সহদেৱৰ চৰিত্ৰ। এনেকৈয়ে ৰামচন্দ্ৰ মনৰ দুখত থকা অৱস্থাত জগন্নাথত এটা ঘটনা ঘটিল। জগন্নাথৰ লগত লাকৰা গোপালৰ কাঁজিয়া হোৱাত জগন্নাথে লাকৰা গোপালক খেদি দিয়াত উৰিষ্যাৰ পৰা আনিবলৈ নেপাল দেশৰ গন্ধৰ্ব্ব বীৰক সপোন কৰালে। ইয়াৰ অৰ্থ হ'ল তেওঁ আছিল পুত্ৰহীন। লাকৰা গোপালক পূজিলে পুত্ৰ লাভ হয়। ৰজাক স্বপ্নত পুত্ৰ লাভৰ সংকেট দিয়াত ৰজাই পৰম আনন্দত মন্ত্ৰীক উৰিষ্যালৈ পঠাই দিলে। লগত দিলে সৈন্য সামন্ত আৰু নানা বাদ্য ভণ্ড। উৰিষ্যা পাই জগন্নাথৰ পূজাৰীক লাকৰা গোপালৰ স্বপ্নৰ কথা কলে। “স্বপ্নদেখাই আছে যাইব নেপাল দেশক।” এই বাৰ্ত্তা পাই পূজাৰীয়ে মূৰ্ত্তি আনি মন্ত্ৰীক দিলেহি। মন্ত্ৰীয়ে বাদ্যভণ্ড বজাই নেপাল দেশলৈ লৈ আহিল। লাকৰাক পূজি ৰজাই তিনি পুত্ৰৰ মুখ দেখিলে। তাৰ পাচত লাকৰা গোপালে কামৰূপলৈ আহিবলৈ মন কৰিলে কাৰণ কামৰূপ আছিল ধৰ্ম-পীঠ। লাকৰাই নেপাল ৰজাক কামৰূপত থবলৈ আকৌ সপোন কৰালে। ৰজায়ো মন্ত্ৰীক লাকৰা গোপালৰ মূৰ্ত্তিক কামৰূপলৈ আনিবলৈ আদেশ দিলে। লাকৰাক লৈ মন্ত্ৰী নগৰৰ বাজ হ'ল। সেই সময়ত চাৰিটা কিৰাটে এই কথা লক্ষ্য কৰি আছিল আৰু তেওঁলোকে লাকৰাক কামৰূপলৈ আনিবলৈ মন কৰিলে। লাকৰাই ইতিমধ্যে ৰাতি চাৰি প্ৰহৰত সপোন কৰালে যে কিৰাটহঁতে তেওঁক ওলোমাই লৈ যাওঁক। কিৰাটহঁতে প্ৰথমতে আনিবলৈ ভয় কৰিছিল। কিন্তু লাকৰাই উপায় দিলে স্বপ্নৰ মাধ্যমেৰে এনেকৈ “গলত লগাইবি জৰী। নেহ মোক যান্ত কৰি। নেনিলে মাৰিবো তোক। চমকি কিৰাট লোক ॥” সহদেৱৰ চৰিত।

পাচত নেপাল মন্ত্ৰীয়ে কিৰাট কেইটাৰ হাতত লাকৰাৰ মূৰ্ত্তিখনি দিলে। তেতিয়া কিৰাট কেইটাই দণ্ডৰ মূৰত লাকৰাৰ মূৰ্ত্তি বান্ধি লৈ দেশে দেশে লৈ ফুৰাই শেষত শোণিতপুৰৰ হলচ ৰাজ্যত উপস্থিত হ'লহি হলচ ৰাজ্য পোৱাত লাকৰাই কিৰাটহঁতক সপোন কৰালে যে সেই ৰাজ্যত এজন ডাঙৰ মহাজন (মহন্ত) আছে আৰু তেওঁৰ বহুত ধন আছে।

গোপালক তাওঁলৈকে শীঘ্রে নিবলৈ কলে। সেইমতে নি ৰামচন্দ্ৰৰ সত্রৰ ওচৰ পালেগৈ আৰু ৰামচন্দ্ৰক কিৰাটে কেইটাই সকলো কথা বিবৰি কলে। ৰামচন্দ্ৰই লাকৰাম মূৰ্ত্তিখনি পাই পৰম আনন্দিত হৈ বহুধন দিলে কিন্তু কিৰাটইঁত সেই ধনত সন্তুষ্ট নহৈ মূৰ্ত্তিখনি লৈ তাৰ পৰা গুচি আহিল কিন্তু আচৰিত কথা কিৰাটইঁতে সন্মুখৰ ফালে চালেই আন্ধাৰ দেখে আৰু হলচৰ ফালে চালেই পোহৰ দেখে। ইতিমধ্যে তেওঁলোকৰ শ্রুতি-জ্ঞানো হেৰাল। কিৰাটইঁতে ভয় খাই আকৌ উভতি আহি সেই আগৰ ধনতে লাকৰাই মূৰ্ত্তি ৰামচন্দ্ৰক বেচি গুচি গ'ল। এই মহিমাযুক্ত লাকৰা গোপালৰ মূৰ্ত্তি আজিকোপতি সত্রৰ উপাস্য দেৱতা হৈ আছে।

ৰামচন্দ্ৰদেৱে ৰচনা কৰা লাকৰা গোপালৰ ঐতিহ্যবর্ণন গীতত লাকৰা গোপালৰ মূৰ্ত্তি কেনেকৈ লাভ কৰিলে আৰু তাৰ পিছত কলীয়াবৰৰ সলাল গোঁহায়ে কেনেকৈ আনি কলীয়াবৰত সেই মূৰ্ত্তি স্থাপন কৰিলে সেই বিষয়ে তলৰ গীতত সুন্দৰ ভাবে প্রকাশ কৰিছে।

"শুন শুন লাকৰা গোপাল গোঁসাই।
নেপালে দেশৰ পৰা আনলেক পাই॥
পৰ্ব্বতৰ কছাৰীক দেখিতে কুবেশ।
ধৰি আনি মেলেছে ফুৰাই দেশে দেশে॥
ধৰি আনি মেলেছে পৰ্ব্বতে লৈয়া যায়।
অনেক দুঃস্বপ্ন দেখি আনিলা তুনাই॥
তান গৃহে যাইতে হৰি মনত আকুল।
নাথাকো পিশাঞ্চ ৰাজ্যত, যাইবো দক্ষিণ কূল॥
কালবৰ নামে আছে দেৱৰ নগৰ।
শলাল গোঁহাই বোলে সজাই দিবো ঘৰ॥
হলচ ৰাজ্যত আছে এক মহাজন।
তান গৃহে যাইতে হৰি দেখাইলা সপোন॥
গৃহ পায়া আনন্দে ৰহিলা বনমালী।
হৰিৰ মন্দিৰে পৰি মৈৰা ধৰে চালি॥

দৈৱকী নন্দনদেৱ ওহি বনমালী।
কহে দীন ৰামচন্দ্ৰ সত্যহেন মানি॥"

ওপৰৰ লাকুৱা গোপাল গোঁসাইৰ ঐতিহ্য বৰ্ণন গীতটিৰ পৰা জনা যায় যে সেই সময়ত বৰ্ত্তমান তেজপুৰ অঞ্চল মেলেচৰ ৰাজ্য আছিল। অন্যায় অত্যাচাৰৰ প্ৰকোপ প্ৰবল হোৱাত ৰামচন্দ্ৰদেৱে তাত থাকিবলৈ ভাল নাপালে। এনে সময়তে স্বৰ্গদেউ শিৱসিংহৰ দিনত কলীয়াবৰৰ শাসনকৰ্ত্তা সলাল গোঁসাইৰ কোনো সন্তি সন্তান নাছিল। লাকুৱা গোপালে সলাল গোঁসাইক ৰাতি সপোনত কৈছিল যে যদি তেওঁ তেওঁৰ ৰাজ্যত লাকুৱা গোপালক নি প্ৰতিষ্ঠা কৰিব পাৰে তেন্তে তেওঁৰ সন্তি সন্তান হ'ব। সপোনত গোঁসায়ে নিজৰ ভৱিষ্যৎবাণী জানি পিচদিনাই মানুহ পঠাই লাকুৱা গোপালৰ সৈতে ৰামচন্দ্ৰ দেৱক কলীয়াবৰলৈ আনি বৰ্ত্তমান কমাৰ-কেনকেনীয়া আৰু বকৰাচকৰ মাজৰ পথাৰত মঠৰ ভেটি বান্ধি কীৰ্ত্তন ঘৰ সাজি মূৰ্ত্তি স্থাপন কৰি ৰামচন্দ্ৰক থাকিবলৈ সকলো প্ৰকাৰে সহায় কৰি দিলে। এই সত্ৰৰ বাবে শিৱসিংহই যথেষ্ট মাটি দান কৰিছিল। সেই মাটি সত্ৰৰ কিছু পূৰ্বত আছিল।

ইংৰাজৰ দিনত শাসনৰ সুবিধাৰ কাৰণে মৌজা আৰু কিচামতৰ নিৰ্দ্ধাৰণ কৰিছিল। কিন্তু সত্ৰৰ নামত দিয়া নিম্পিখেৰাজৰ মাটি শাকমুঠি কিচামতত পৰিছিল আৰু সত্ৰ পৰিছিল চন্তিয়াল কিচামতত। ভূমিদখলৰ সুবিধাৰ কাৰণে নিম্পিখেৰাজৰ উত্তৰ সীমাৰ বাহিৰে থকা মাটিত সত্ৰ আগৰ ঠাইৰ পৰা নি স্থাপন কৰা হৈছিল। আগৰ ভেটি টি আজিও মঠৰ ভেটি ৰূপে খ্যাত। জিলা গেজেটিয়াৰত সত্ৰখন স্থাপিত ১৭৩০ খৃষ্টাব্দত। মঠৰ ভেটিত স্থাপনৰ কাল ১৭১৪ খৃষ্টাব্দত।

সত্ৰত সত্ৰীয়া সম্পদৰ ভিতৰত ৰাঙলী কীৰ্ত্তন খনেই উল্লেখযোগ্য। কিন্তু দুখৰ কথা সত্ৰত এই ৰাঙলী কীৰ্ত্তন খন এতিয়া নাই।*

এই নামৰ সত্ৰ সৰুভগীয়া আৰু বৰভগীয়াতো আছে।

* শ্ৰীনৰেন মহন্তৰ সহায়ত।

গোপালৰ পৰা বঢ়া
দিচিয়াল সত্ৰঃ—

পূৰ্ব্বতে দিচৈৰ কাষত সত্ৰ স্থাপন হোৱা বাবে সত্ৰৰ নাম হ'ল দিচিয়াল। সত্ৰ প্ৰতিষ্ঠাতা গোপাল নামে এজন আচাৰ্য্য। এখেতক মাধৱদেৱে (মূল বাৰজনৰ বাহিৰে) মহন্ত পাতিছিল। মানৰ আক্ৰমণত দিচৈৰ পৰা আহি ৰূপনাৰায়ণ পোৱাভেটি সত্ৰৰ কিছু পূবতে এটা কুঢ়ৰ কাষত থিতাপি লৈছিলহি। এতিয়া এই সত্ৰ নগাওঁ ৰাইদঙীয়াত স্থাপিত হৈছে। *

দামোদৰদেৱৰ পৰা বঢ়া
জখলাবন্ধা সত্ৰ :—

কনৌজৰ দামোদৰ দেৱে দৌল গোবিন্দ আৰু জয় গোবিন্দ নামে দুখনি মূৰ্ত্তি লগত লৈ ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত ঘূৰি-পকি গোবিন্দৰ স্বপ্ন মতে আহি কামাখ্যাত থাকিবলৈ ধৰিলে। জখলাবন্ধীয়া সত্ৰৰ গোঁসাই সকলৰ গোত্ৰ বপনস। দামোদৰদেৱৰ পুত্ৰ নাছিল, কন্যা আছিল। কন্যাৰ নাম আছিল কমলেশ্বৰী আৰু এই কমলেশ্বৰীৰ পৰা বনমালী, পৰমানন্দ আৰু বলদেৱ নামে তিনি পুত্ৰ জন্ম হয়। পৰমানন্দৰ পুত্ৰ ৰামানন্দ আৰু ৰামানন্দৰ পুত্ৰ কৃষ্ণানন্দ। এই কৃষ্ণানন্দই জখলাবন্ধা সত্ৰৰ প্ৰতিষ্ঠাতা।

প্ৰবাদ আছে যে এসময়ত জখলাবন্ধা অঞ্চলত এজোৰা দাঁহী সাপ আছিল আৰু সিহঁতৰ অত্যাচাৰত মানুহৰ অশান্তি হৈছিল। কৃষ্ণানন্দৰ অলৌকিক প্ৰভাৱত সাপ দুটাই গোঁসাইত শৰণ লয় আৰু তেখেতৰ আদেশত সেই ঠাই পৰিত্যাগ কৰে। প্ৰথমতে সত্ৰখন চলা (সলা) নৈৰ (এতিয়া বিল) কাষত আছিল আৰু তাত ৰজাই পাঁচশ পুৰা নিস্কৰ মাটি দান কৰে।

মানৰ দিনত এজন সত্ৰাধিকাৰে কলীয়াবৰৰ পৰা জয়গোবিন্দ মূৰ্ত্তি লৈ নগাৱঁত নতুনকৈ সত্ৰ স্থাপন কৰে। দৌল, গোবিন্দ মূৰ্ত্তি কিন্তু

* পবিত্ৰ অসমৰ আলমত—*

কলীয়াবৰৰ কীৰ্ত্তন ঘৰত অদ্যাপিও আছে। এই মূৰ্ত্তিক আচিনাই গোঁসাই বুলিও কয় কিয়নো মূৰ্ত্তিৰ আগত এথোকা কলেৰে সেৱা জনালে গাৰ আচিনাই ভাল হয়। এই নামৰ সত্ৰ দৰঙৰ জামুগুৰিতো আছে।

জখলাবন্ধা সত্ৰত এখন সংস্কৃত টোল আছিল। আৰু সেই টোলত জ্যোতিষ, দৰ্শন, সাহিত্য, কাব্য, ব্যাকৰণ আদি বিষয়ত শিক্ষা দিয়া হৈছিল। জখলাবন্ধাসত্ৰৰ ৰঘুদেৱলৈকে আনন্দৰাম ঢেকিয়াল ফুকনৰ ভাগিনীক বিয়া দিছিল।

এই সত্ৰতে গদাপাণিয়ে আত্মগোপন কৰি আছিল [১]।

শ্ৰীকৃষ্ণচৰণৰ পৰা বঢ়া :—

শ্ৰৱণী সত্ৰ ॥

এই সত্ৰখন ১৬২৭ শকত কলীয়াবৰত প্ৰতিষ্ঠা হৈছে। সত্ৰৰ বুৰঞ্জীত পোৱা যায় —

"মাধৱে মহন্ত পাতিলন্ত বাৰজন।
ছজন কায়স্থ আৰু ছজন ব্ৰাহ্মণ॥
আজ্ঞা লৈয়া মাধৱৰ শ্ৰীবংশী গোপাল।
যদুমণি সমে উজাই ধৰ্ম প্ৰচাৰিল॥
কাঁহিকুচি, দেবেৰাপাৰ, কুকুৰাবাহীত।
সত্ৰ পাতিলন্ত ক্ৰমে কলাবাৰীত॥
থানে থানে বাৰজন মহন্ত পাতিলা।
বাৰুয় শ্ৰৱণী পাতি ব্ৰহ্মসংহতিত থৈলা॥
ভৱানন্দ, পূৰ্ণানন্দ আৰু গোপাল অৰ্জুন।
ৰঘুপতি, মুকুন্দ, মুৰাৰি দিচিয়াল॥
হোৰোষা, কামদৈয়াল মধুমিশ্ৰ সত্ৰ।
শিয়াল মৰিয়া, হৰি মিশ্ৰ ইসব মহন্ত॥"

এনেকৈয়ে মাধৱদেৱৰ আজ্ঞা লৈ বংশীগোপালে ধৰ্ম প্ৰবৰ্ত্তাবলৈ

---

[১] পবিত্ৰ অসমৰ কিছু সহায় লোৱা হৈছে।

ওপৰোক্ত মহন্ত সকলক পঠালে। এই সকলৰ ভিতৰত শ্ৰীকৃষ্ণ চৰণে সত্ৰৰ স্থান কলীয়াবৰকে বাচি ল'লে। সত্ৰ প্ৰতিষ্ঠা কৰি নিপুণ ব্ৰাহ্মণ কায়স্থ, পাঠক, পূজাৰী, দেউৰী, হাটীমতা, ভাগৱতী, আলধৰা আৰু খাটনিয়াৰ নিয়োগ কৰিলে। এনেদৰে সকলো ঠিক কৰি লৈ প্ৰথমতে বৰবাৰীত থিতাপি লৈ সত্ৰ পাতিলেহি। কিন্তু কিছুদিন থাকি তাত ভাল নাপাই লাওখোৱাত সত্ৰ পাতিলেগৈ। তাতো অসুবিধা পাই পুথিখাতীত সত্ৰ পাতিলেহি। তাত থাকোঁতেই গম পালে যে ৰজাই বৃত্তি-বিভাগ দিছে। মহন্তক ধৰ্মোত্তৰ দি খাট দিয়া কথা কৃষ্ণ চৰণে গম পালে। এই কাৰণে এদিন গৈ ওলাগৈগে স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ওচৰত। ৰুদ্ৰসিংহই ইতিমধ্যে অন্যসকলক বৃত্তি-বিভাগ দি প্ৰায় শেষ কৰিলেই আৰু সেই কাৰণে তেওঁ মিচিকিয়াই হাঁহি কলে— "এতমান দিন কিয় মোত নকহিল।" ( সত্ৰৰ বুৰঞ্জীৰ পৰা )। দলৈ বাপুক এডোখৰ ঠাই স্থিৰ কৰিবলৈ ৰজাই আদেশ দিলে আৰু দলৈয়ে গণি স্থিৰ কৰি ক'লে যে ক'তো ভাল ঠাই নাই। কিন্তু ৰজাৰ ভোগবাৰী য'ত আছে তাতেই কিছু ভাল ঠাই আছে য'ত পঞ্চম পুৰুষে উত্তম ফল ভোগ কৰিব। কিন্তু সপ্তম পুৰুষৰ পিচত অধৰ্মই গ্ৰাসিব। এই বুলি দলৈয়ে কোৱাত ৰুদ্ৰসিংহই আনন্দমনে ৰজাৰ ভোগবাৰীত সত্ৰ পাতিবলৈ দিবলৈ বৰফুকনক আদেশ দিলে। যিহেতু মহন্তই শ্ৰৱণ কীৰ্ত্তনৰ কথা ক'লে সেইকাৰণে সত্ৰৰ নাম ৰাখিলে শ্ৰৱণী।

স্বৰ্গদেউ শিৱসিংহই তিনিঠাইত মাটি দি সত্ৰৰ সৌষ্ঠৱ বঢ়াইছিল। এই তিনিডোখৰ ঠাই আছিল মানিক পেটাৰি, ভেদেলিভঁৰাল আৰু দিকৰাই নদীৰ ওচৰত। প্ৰথম দুখনত বাৰপুৰাকৈ আৰু তৃতীয় ঠাইত দিলে চব্বিশ পুৰাকৈ মাটি। এই খাট সমূহত খাটোৱাল সকলে খেতি কৰিছিল। সত্ৰৰ মাহাত্ম্যত দেউৰী সকলেও আহি শৰণ লৈছিল। কলীয়াবৰ, জুৰীয়া শোণিতপুৰ, নগাওঁত কদম্বৰা আৰু চামধৰাদেউক শিষ্য কৰাইছিল। চতিয়াল, বিশ্বনাথ, বেলশিৰী আৰু ভোটসকলেও সত্ৰত শৰণ লৈছিল।

স্বৰ্গদেউ রুদ্ৰসিংহই ৰামচন্দ্ৰ, কৃষ্ণচন্দ্ৰ আৰু পাঠক চন্দ্ৰক ভূমি-মূৰ্ত্তি ভাগ কৰি দিছিল। বজ্ৰবাই, মদন গোপাল, ৰামকৃষ্ণ আৰু পাঠকচন্দ্ৰক গোবিন্দ ঠাকুৰ মূৰ্ত্তি আৰু ভাগৱত গ্ৰন্থ দিছিল। গোবিন্দৰ পূজা হ'ল দৌল যাত্ৰা। ইয়াৰ উপৰিও জন্মাষ্টমী পাতিবলৈকো আদেশ দিছিল আৰু নকৰিলে অমঙ্গল হ'ব বুলিও কৈছিল।

শ্ৰীকৃষ্ণচৰণৰ পুত্ৰ ৰাতুল চৰণ। এখেতৰ জন্মত পিতাকে ফাকুৱা, দৌল গোবিন্দ আৰু জন্মাষ্টমী পাতিছিল এখেতৰ নাম কীৰ্ত্তন ৰজাঘৰেও প্ৰশংসা কৰিছিল। ইয়াৰ পিচত সত্ৰত যদুমণিক পূজাৰী, দেউৰামক ভাগৱতী ৰঙ্গাচৰণক অশৌচিয়া ভাগৱতী আৰু ভৰাম মলীয়া হ'ল। মধুক পাতিলে কুমাৰ, দ্যুতি আছিল পাঠক, ওজা পাতিলে পীতৰামক আৰু লিখক পাতিলে জয়ৰামক। শ্ৰীৰাম আৰু ভূধৰ আছিল পালধৰা। এওঁলোক কন্দলীৰ বংশধৰ আছিল। এওঁলোক ইফালে অধ্যাপকো আছিল। খাটনিয়াৰ আছিল জয়ৰাম, বিলনীয়া আছিল বন্ধুৰাম আৰু হাটীমতা আছিল সৰুৰাম। আলধৰা আছিল দয়াৰাম আৰু পাচনি আছিল নিধিৰাম। এযা তামৰ ফলিত লিখিত আছিল।

কৃষ্ণচৰণৰ মৃত্যুত ৰাতুলচৰণ অধিকাৰ হ'ল। এখেতৰ ভাৰ্য্যা দুগৰাকী - মন্দিৰা আৰু ৰূপেশ্বৰী। মন্দিৰাৰ ল'ৰা ব্ৰাহিকৃষ্ণ আৰু পদ্মকান্ত। দ্বিতীয় ভাৰ্য্যাৰ পৰা জন্ম হ'ল ৰামজয়। ৰাতুলচৰণৰ মৃত্যু হলত ব্ৰাহিকৃষ্ণদেৱ অধিকাৰ হ'ল। তাৰ পাচত ৰূপেশ্বৰীৰ মৃত্যু হ'ল। ইয়াৰ পিচতেই ভায়ে ভায়ে কন্দল আৰম্ভ হ'ল। বিমাতৃ ভায়েকৰ ভয়ত ঘৰ এৰি অকলে গুচি গ'ল। ব্ৰাহিকৃষ্ণৰ কন্যা তিনিগৰাকী, পুত্ৰ মাত্ৰ এজন, নাম জগন্নাথ। ভায়েক পদ্মকান্ত বৰাগী হ'ল।

ব্ৰাহিকৃষ্ণৰ মৃত্যুৰ পিচত সৰুপুত্ৰ ৰামজয়ক ভকতসকলে অধিকাৰ পাতিবলৈ কলে আৰু কলে যে জগন্নাথ পিচত উপযুক্ত হলে অধিকাৰ হ'ব। সেই কাৰণে গাদীত নবহি সমস্তকাম চলাবলৈ ৰামজয়ক পিতাকে কলে। কিন্তু পিচত জগন্নাথ ডাঙৰ হৈ আহিল আৰু এই কথাত ৰামজয়ৰ মনত ভয়ৰ সঞ্চাৰ হ'ল। ঘৈণীয়েকক জগন্নাথক বিহদান দিবলৈ আদেশ দিলে। এই বিহদান দিয়াৰ আলোচনা কিন্তু মালী এগৰাকীয়ে শুনি

আছিল। তেওঁ গৈ জগন্নাথৰ মাকক কলেগৈ। এই কথা শুনি মাক বোৱাৰী জীয়ৰী, দাস দাসী আৰু দুজন ভকতেৰে নাও লৈ গুৱাহাটীলৈ ৰাওনা কৰিলে। গুৱাহাটী পাই টঙৌবাৰীত সত্ৰ পাতিলেগৈ। জগন্নাথৰ যেতিয়া বিশবছৰ হল তেতিয়া পিতৃৰ সত্ৰলৈ আহিল। শিষ্যসকলৰ আগত সকলো কথা ভাঙি-পাতি কলেহি। তেওঁ সেই সময়তে দৌল গোবিন্দক সেৱা কৰিবলৈ মন কৰিলে। কিন্তু খুৰাকে সেৱা কৰিবলৈ নিদিলে। সেই অপমান পাই মাধব গাৱঁলৈ গৈ বাস কৰি থাকিলগৈ। তাত থাকোঁতেই জয়মল্লা নামে এগৰাকী কন্যা বিয়া কৰালে। এওঁৰ গৰ্ভত পাঁচজন পুত্ৰ আৰু এজনী কন্যা জন্ম হ'ল। প্ৰথম পুত্ৰ বিষ্ণুকান্ত, দ্বিতীয় ভৱানন্দ, তৃতীয় হৰদত্ত, চতুৰ্থ ভগৱন্ত আৰু পঞ্চম পুত্ৰ লম্বোদৰ। কন্যাৰ নাম দেৱযানী। এখেতে আৰু এজনী কন্যা বিবাহ কৰিছিল। তেওঁৰ গৰ্ভত পৰমানন্দ, হৰিদেৱ, দামোদৰ, ভৱাই, ধৰ্মকান্ত, বিশ্বদেৱ, ভৱানন্দ, পদ্ম, কৃষ্ণকান্ত, আৰু বলোদেৱ।

দিচৈ কোঠত জগন্নাথদেৱে ৰজাক গোচৰ কৰিবলৈ গৈছিল। তাত এঘাৰ বছৰ গোচৰ কৰিলে। দখল সাব্যস্ত কৰিব নোৱাৰি চাৰিজনে আলচ কৰিলে। এই সময়তে ৰামজয়ৰ মৃত্যু হ'ল। ভাবিচিন্তি জগন্নাথ দেৱ আউনিআটি সত্ৰলৈ ৰাওনা কৰিলে। তালৈ গৈ কেশদেৱ অধিকাৰত সকলো কথা ক'লেগৈ আৰু তেখেতক তেতিয়া ৰজাৰ ওচৰলৈ যাবলৈ ক'লে। কেশকান্তই আপত্তি কৰাত তেখেতৰ সোণৰ থগাখন ৰজাৰ আগত দিবলৈ খুজিলে। কিন্তু ৰজাই দিয়া থগাখন ৰজাই চিনি পাব বুলি শৰাইখনকে দি পথালে এই শৰাই আছিল তিনিসেৰ সোণৰ। ই মণি মৰকত আৰু হীৰা খটোৱা। ইয়াকে লৈ দিচৈ কোঠ পালে; লগতে ভকত সকলো গ'ল শৰাই আগ কৰি ৰজাক ক'লে যে পিতৃ পিতামহে যি ভেটিছিল তেখেতেও তাকে ভেটিছেগৈ। ৰজাই শৰাইৰ বিচিত্ৰ ৰূপ দেখি মুগ্ধ হ'ল আৰু আগতে গুৰুমানি দিছিল বুলি বুজি পালে। ৰাণীয়েও এই কথা কোৱাত গুৰুমানিয়েই দিছিল বুলি ভাবি ল'লে আৰু সেয়ে নবফুকনক মহন্তক সত্ৰ পাতি দিবলৈ ক'লে। ৰৱাই সপ্তমবাৰ

ৰাজ আজ্ঞা অমান্য কৰি মহন্তক দুখ দিয়া কাৰণে ৰবাক ধৰিবলৈ দূত, প্ৰহৰী বৰবৰুৱা আৰু গোঁহাইক পঠালে। ৰাজ আজ্ঞা পোৱাৰ লগে লগে সকলো আহি সত্ৰ বেঢ়ি ধৰিলে। ৰামদেৱে এই সময়ত তিনিশ টকা আৰু সোণ তিনিভৰি লৈ সৈন্যৰ মাজত ছদ্মবেশ ধৰি সোমায় পৰিল। তেওঁ ভাল দূত চাই মিত্ৰতা কৰি টকা সেনাধ্যক্ষক দি তুষ্ট কৰিলে আৰু পাচত মাটি পাঁচ ভাগ কৰি এভাগ লাভ কৰিলে।

জগন্নাথৰ ডাঙৰ পুত্ৰ বিষ্ণুদেৱ আৰু বিষ্ণুদেৱৰ ডাঙৰ পুত্ৰ দুজন মাধৱৰাম আৰু পদ্মকান্ত। মাধৱৰামৰ পুত্ৰ দুজন নাথুৰাম আৰু যাদুৰাম। যাদুৰামৰ পুত্ৰ জ্যোতিকান্ত।

জগন্নাথৰ প্ৰথম, দ্বিতীয় আৰু সপ্তম পুত্ৰহে কলীয়াবৰত আছে। তৃতীয় আৰু পঞ্চম পুত্ৰ টকৌবাৰীত আৰু চতুৰ্থজন জনিয়াত আছে। কলীয়াবৰত দেউৰাম আৰু লক্ষীকান্তদেৱৰ পিচৰ পৰা সত্ৰৰ ঐতিহ্য ক্ৰমে হ্ৰাস হৈ আহিব ধৰিছে। সত্ৰৰ অঙ্কীয়া নাট্য কলা আৰু গীত-মাত্ত বাদ্যৰ চৰ্চ্চা শঙ্কৰী ক'লা কৃষ্টিৰ ওজা গিৰিকান্ত মহন্তদেৱে জীয়াই ৰাখি আছে। এসময়ত জগন্নাথৰ নাতি তনুৰামে আউনিআটী সত্ৰত পীৰাত বহি হাতেৰে খোল আৰু ভৰিৰে তাল বজাই ৰূপৰ শৰাই লাভ কৰিছিল।

সত্ৰখনৰ মহান সম্পদ শ্ৰীধৰ স্বামীৰ টীকাৰে দশম, একাদশ আৰু দ্বাদশ স্কন্ধ ভাগৱত শাস্ত্ৰখন। পুথিখনিৰ লিখাৰ কাল ১৬০৯ শকৰ পৰা ১৬৭২ শকৰ ভিতৰত। *

## শ্ৰীমুৰাৰিদেৱৰ পৰা বঢ়া

### মুৰাৰি সত্ৰ :—

কনৌজৰ পৰা অহা ছজন ব্ৰাহ্মণ আৰু ছজন কায়স্থক মহাপুৰুষ দামোদৰদেৱৰ শিষ্য শ্ৰীশ্ৰীবংশীগোপালদেৱে বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত কৰাই অসমত ধৰ্ম প্ৰচাৰ কৰিবৰ কাৰণে আদেশ কৰিছিল। শ্ৰীমুৰাৰিদেৱো এই সকলৰে এজন আছিল এখেতৰ নাম অনুসৰি সত্ৰৰ নাম হয়

* শ্ৰীগিৰিকান্ত মহন্তৰ সহায়ত।

মুৰাৰি সত্ৰ। সত্ৰখন ব্ৰহ্ম সংহতিৰ। ১৬৬১ শকত স্বৰ্গদেউ শিৱসিংহৰ দিনত স্থাপন হৈছিল। শিৱসিংহই সত্ৰ চলাবৰ কাৰণে দুলাল মাধৱ দেৱালয়ৰ কাষতে দুশবিঘা মাটি ব্ৰহ্মোত্তৰ দিয়ে আৰু লগতে দিয়ে তামৰ ফলি।

সত্ৰৰ উপাস্য শ্ৰীকৃষ্ণৰ বংশীবাদন মূৰ্ত্তি শিৱসিংহই কাশীৰ পৰা অনাই দিছিল। এই সত্ৰৰ শিষ্য আছিল চিলাবন্ধা গাঁৱৰ। ইয়াৰ বাহিৰেও অসমৰ অন্য ঠাইৰো শিষ্য আছে। মানৰ দিনত সত্ৰখনৰ বহু অনিষ্ট সাধন হ'ল। এই সময়ত সত্ৰাধিকাৰ শিষ্যসকলৰে পলাই গৈছিল। ১৯৩২ চনলৈকে সত্ৰখন প্ৰখ্যাত আছিল কিন্তু এতিয়াৰ অৱস্থা দুখলগা।

সত্ৰখনিৰ বিশেষত্ব এই যে সত্ৰখন ব্ৰহ্ম সংহতিৰ হলেও ইয়াৰ প্ৰসঙ্গ প্ৰণালী প্ৰায় মহাপুৰুষীয়া সত্ৰৰ লগত খাপ খোৱা। এই সত্ৰৰ পৰা বংশ বাঢ়ি গৈ দৰঙৰ বহু ঠাইত সত্ৰ স্থাপন কৰিছেগৈ। নগাঁৱৰ ননৈতো এখন মুৰাৰি সত্ৰ আছে। কিন্তু আদি সত্ৰ কলীয়াবৰতে। সত্ৰত পুথি পাঁজি নাই। যি আছিল মানৰ আক্ৰমণতে নষ্ট পালে। *

চক্ৰপাণিৰ পৰা বঢ়া

চামগুৰি সত্ৰঃ-

চামগছক কক্ষকৰি সত্ৰ স্থাপন কৰাৰ কাৰণে সত্ৰৰ নাম চামগুৰি সত্ৰ। পুৰুষোত্তম ঠাকুৰৰ নাতি চক্ৰপাণিয়ে ১৫৮৫ খৃঃত মাজুলীত চামগুৰি সত্ৰ স্থাপন কৰে। স্বৰ্গদেউ চক্ৰধ্বজসিংহৰ দিনত জহাখোৱা খাটত ভূমিদান পাইছিল। তাত মধ্যত কীৰ্ত্তনঘৰ, দক্ষিণে সভাঘৰ উত্তৰে শ্ৰীপাদুকা মন্দিৰ ( গুৰুজনাৰ খৰম ) আৰু চাৰিওফালে ভকত সকল থাকিব পৰা বাহৰ স্থাপন কৰি চৌধপ্ৰসঙ্গ কৰি বাস কৰিছিল। চক্ৰপাণিৰ ভাৰ্য্যাৰ নাম সৌভাগিনী। পুত্ৰ চাৰিজন। চক্ৰপাণিৰ পুত্ৰ ধৰ্ম্মনাৰায়ণে নগাঁও জিলাৰ মেৰবিলৰ আশ্ৰয়ত সত্ৰ স্থাপন কৰিছিল। সেই ঠাইৰ নাম এতিয়াও চামগুৰি। মানৰ শেষ আক্ৰমণত আসন, ডবা, কাহঁ বিলত ডুবাই থৈ মাজুলীলৈ পুনৰ উভতি গ'ল। সেই সম্পদ এতিয়াও বিলতে থাকিল।

* শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীৰ সহায়ত।

ধৰ্ম্মনাৰায়ণৰ পুত্ৰেক বিষ্ণুদাস আতা। এখেত এজন বাক্‌সিদ্ধ পুৰুষ আছিল। এখেতৰ পুত্ৰ বিশ্বম্ভৰ আতাই পুৰণিবীয়াত ১৬১০ শকত সত্ৰ পাতেছি আৰু ১৭৩০ চনত দুৰ্গা শইকীয়াৰ সাহায্যত ন বছৰ ৰবভগীয়াত সত্ৰ পাতে। এখেতৰ পুত্ৰ তিনিজন— ধৰ্মদেৱ, সম্ভুদেৱ আৰু বাসুদেৱ। বৰ্ত্তমানৰ সত্ৰৰ স্থাপন কাল ১৭৩৯ খৃঃ। এই সত্ৰ তেতিয়া মঙ্গলা শইকীয়াৰ অনুগ্ৰহত স্থাপিত হৈছিল। এতিয়ালৈকে সেই ঠাইতে সত্ৰ থকা ২৩৭ বছৰ হৈছে। সম্ভুদেৱ আতা চিত্ৰ কলাত পাৰ্গত লোক আছিল। এখেতে অমৃত মথন আৰু বলীচলন নাট ৰচনা কৰে। এখেত গায়ন, বায়ন সূত্ৰধাৰ আদি কাৰ্যাত বৰ নিপুণ আছিল। মূল ভাগৱততো পাৰ্গত লোক আছিল কাৰণে তেখেতৰ অন্য এটি নাম আছিল ভাগৱতী আতা। সম্ভুদেৱৰ পুত্ৰ হৰিচৰণ। এখেত শঙ্কৰী কলা কৃষ্টিত পটু লোক আছিল। চিত্ৰকলাতো পাৰ্গত লোক। তেখেতে নিৰ্ম্মাণ কৰা গৰুড়ৰ সাঞ্চ এতিয়াও আছে। 'দুৰ্বাসা ভোজন যাত্ৰা' এখেতৰ ৰচিত নাট। এখেতৰ পুত্ৰ দুজন কমলা কান্ত আৰু ৰত্নকান্ত। ৰত্নকান্ত আতা ব্যাকৰণ শাস্ত্ৰী আছিল। চিত্ৰকলা ভাস্কৰ্যাতো তেখেত নিপুণ আছিল। অন্য হাতে শঙ্কৰী কলা কৃষ্টিতো তেখেত নিপুণ আছিল। এখেত ভাল নাট্যকাৰো এখেতে সুভদ্ৰাহৰণ আৰু কৰ্ণপৰ্ব্ব নাট ৰচনা কৰিছিল। কমলাকান্তও শঙ্কৰী কলা-কৃষ্টিত পাৰ্গত লোক আছিল। এখেতৰ নাটক হ'ল কুমৰ হৰণ আৰু সম্বৰাসুৰ বধ। চিত্ৰকলা ভাস্কৰ্যাত এখেতো দক্ষ আছিল। কাঠত ফুল কটা, আৰু মুখা তৈয়াৰ কৰাত তেখেতৰ দক্ষতা আছিল। এখেতৰ পুত্ৰ এজনৰ নাম লক্ষীকান্ত। এখেতো ভাল চিত্ৰকৰ। এখেতৰ পুত্ৰ তিনিজন। ৰত্নকান্তৰ প্ৰথম পুত্ৰ বিষ্ণুকান্ত। এখেত বায়ন, গায়ন, সূত্ৰধাৰ আৰু চিত্ৰকলা বিদ্যাত পাৰ্গত লোক আছিল। এখেতে দূৰ দেশত ভ্ৰমণ কৰি নাম ধৰ্ম প্ৰচাৰ কৰিছিল। এখেতৰ পুত্ৰ মাত্ৰ এজন।

বিশ্বম্ভৰ আতাৰ কনিষ্ঠ পুত্ৰ বাসুদেৱ আতা। এখেতো চিত্ৰকলা বিদ্যাত পাৰ্গতলোক। এখেতৰ পুত্ৰ চিৰঞ্জীৱ, শিৱকান্ত আৰু হৰিকান্ত।

প্ৰথম পুত্ৰ চিৰঞ্জীৱ চিত্ৰকলা আৰু শঙ্কৰী গীত বাদ্যত পটু লোক আছিল। এখেতৰ পুত্ৰ পদ্মকান্ত ভাল জ্যোতিষজ্ঞ আছিল। এখেতে ভৱিষ্যৎবাণী কৰিব পাৰিছিল। এখেতৰ পুত্ৰ নাই।

বাসুদেৱ আতাৰ তৃতীয় পুত্ৰ হৰিকান্ত। এখেতে ধুনীয়াকৈ সিংহাসন আৰু মুখা তৈয়াৰ কৰিছিল। হৰিকান্তৰ পুত্ৰ বিশ্বদেৱো চিত্ৰকৰ আছিল। সত্ৰৰ উপাস্য মূৰ্ত্তি মোহনৰাই ( মোহন কলীয়া ) আৰু গোপাল। সত্ৰৰ বৰগছাত এশ আঠগছি চাকি জ্বলাব পাৰি। দুটা পিতলৰ ডবা, শঙ্খ ঘণ্টা, বৰকাঁহ আৰু তামৰ কোষাঅৰ্ঘাই সত্ৰৰ ঐতিহ্য বহণ কৰিছে।

সত্ৰৰ প্ৰধান উল্লেখযোগ্য বস্তু হ'ল গুৰুজনাৰ খৰম আৰু শিশুস্নানৰ চৰিয়া। গুৰুসেৱাৰ জঁপা, চান্দসাঁইয়ে দিয়া চোলাৰ সাঞ্চ আৰু পৰিধেয় উত্তৰীয়ৰ সাঞ্চ সত্ৰত বিদ্যমান।

মূল ভাগৱত স্থাপনৰ সিংহাসন আৰু পূজা সেৱাৰ স্থান স্বকীয়া। শ্ৰীপাদুকা স্থাপনৰ আসন আৰু পূজা সেৱা বৰ নিবিড়। মূৰ্ত্তিৰ আসন আৰু আভৰণ বৈশিষ্ট্যপূৰ্ণ।

সত্ৰখনিৰ কাঠ শিল্পৰ স্বাক্ষৰ বিভিন্ন বস্তুয়ে এতিয়াও বহন কৰি ৰখাটো উল্লেখযোগ্য। এই ঐতিহ্য এক স্বকীয়া ঐতিহ্য।

সত্ৰখন সাঁচিপতীয়া পুথিৰ বাবে উল্লেখযোগ্য। সত্ৰত পোৱা পুথিৰ বাবে এটি আভাস দিয়া হ'ল। পুথি সমূহ হৈছে ১৭২০ শকৰ শঙ্কৰদেৱৰ কীৰ্ত্তন ঘোষা আৰু দশম; ১৮১২ শকত লিখা ৰুক্মিণীহৰণৰ পদ আৰু একাদশ স্কন্ধ ভাগৱত, ১৭৭৫ শকৰ নিমি নৱসিদ্ধ আৰু ভক্তি প্ৰদীপ, ১৬৯৯ শকৰ কুৰুক্ষেত্ৰ, ১৭৪৯ শকৰ মাধৱদেৱৰ ভক্তি ৰত্নাৱলী, ১৭৭০ শকৰ মাধৱদেৱৰ জন্ম ৰহস্য আৰু ৰাজসূয়, ১৩৩৮ শকৰ কেশৱদাসৰ ৰামায়ণ, মাধৱ কন্দলীৰ সুন্দৰা কাণ্ড ৰামায়ণ, দৈত্যাৰি ঠাকুৰৰ ( সংস্কৃত ভাষাত ৰচিত ) পদ্ম পুৰাণ আৰু গুৰুচৰিত আৰু পুৰুষোত্তম ঠাকুৰৰ নঘোষা। *

* শ্ৰীবংশীদেৱ গোস্বামীৰ সহায়ত।

**চতমাৰ বাসুদেৱৰ পৰা বঢ়া**
**বাকৰিয়াল সত্ৰ ঃ—**

শ্ৰীশঙ্কৰদেৱৰ প্ৰথম নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ ছজন ব্ৰাহ্মণ আৰু ছজন কায়স্থৰ ভিতৰত বাসুদেৱ ব্ৰাহ্মণো এজন। এই বাসুদেৱকে চতমিয়াত পুৰুষোত্তম ঠাকুৰে মহন্ত পাতি সত্ৰ স্থাপন কৰে। বাসুদেৱ মিশ্ৰই কামৰূপ জিলাৰ জনীয়াৰ ওচৰত বেকী নদীৰ পাৰত প্ৰথমে সত্ৰ স্থাপন কৰিছিল। গতিকে এই ঐতিহ্য ৰাখি সত্ৰৰ নাম বাৰুৰি বা চতমীয়াল বাকৰিয়াল সত্ৰ বুলি জনাজাত হ'ল। কিছুকাল সেই অঞ্চলত থাকি সত্ৰ সভা চলাই থকাত নদীৰ খহনীয়াত সত্ৰ যাবৰ উপক্ৰম হোৱাত বাসুদেৱ মিশ্ৰ ভকতবৃন্দৰে উজাই আহি নগাওঁ জিলাৰ খাটোৱাল মৌজাত লতা-ৰ্য্যোৰা সত্ৰ স্থাপন কৰিলেহি। তাতেই বাসুদেৱৰ মহাপ্ৰয়াণ হয়। এখেতৰ পুত্ৰ চাৰিজন। এখেতসকল হ'ল গতিদেউ, (ভাগৱতী আৰু লতাবোৰা), দশৰথদেউ (খেলী, বালি সত্ৰ), দামোদৰদেউ (ৰতনপুৰ সত্ৰ) আৰু কনিষ্ঠ অনন্তদেউ (বাকৰিয়াল)।

কনিষ্ঠ অনন্তদেউ দৰংজিলালৈ উজাই গৈ হলেশ্বৰ মৌজাৰ চলা পুথিখাতী গাৱঁত সত্ৰ স্থাপন কৰেগৈ। সেই সময়ত জয়ধ্বজসিংহই ৫৬ বিঘা মাটিৰ এটি খাট দিছিল। সেই খাট এতিয়া খেৰাজ হৈ যায়। আজিৰ পৰা প্ৰায় এশবছৰৰ আগতে অনন্তদেউৰ নাতি কৃষ্ণকান্ত কলীয়াবৰলৈ উঠি আহি বৰভগীয়া মৌজাৰ নামগাওঁ কিচামতত সত্ৰ স্থাপন কৰেহি। দৰং জিলাতো এই সত্ৰ আছে যদিও প্ৰভাৱ নাই।

সত্ৰত মূৰ্ত্তি-ভাগৱত, ডবা, শঙ্খ-ঘণ্টা, আদি সকলো সম্পদেই বিৰাজমান। থাপনাৰ আসন গড়ুৰাসন। বিগ্ৰহ চতুৰ্ভুজ ৺শ্ৰীশ্ৰীবাসুদেৱ মূৰ্ত্তি। লগতে সাঁচিপতীয়া ভাগৱত স্থাপন কৰা আছে।

পুথি-পাঁজিৰ ভিতৰত সাঁচিপতীয়া কীৰ্ত্তন, ৰত্নাৱলী, ঘোষা, বৰগীতৰ পুথি আৰু শ্ৰীমদ্ভাগৱত গীতা। জ্যোতিষ কল্পদ্ৰুম. বিপুঞ্জয়, স্মৃতি, ব্যৱস্থা কৌমুদী, মনুসংহিতা আদি বিখ্যাত গ্ৰন্থও আছে। চৰিত পুথিৰ ভিতৰত

দৈত্যাৰি ঠাকুৰৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ চৰিত্ৰ আৰু ৰামচৰণ ঠাকুৰৰ বৰ চৰিত্ৰ পোৱা হৈছে। *

## সৰু বাৰজনীয়া সত্ৰ—
## গোবিন্দ আতাৰ পৰা বঢ়া
## বিহিমপুৰ সত্ৰ :—

মহাপুৰুষ শঙ্কৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰৰ আজ্ঞাপৰ সত্ৰ সমূহৰ ভিতৰত বিহিমপুৰ সত্ৰই প্ৰধান। একালত বিহিমপুৰ সত্ৰৰ খ্যাতি অন্য সত্ৰতকৈ কোনো গুণে কম নাছিল। সত্ৰাধিকাৰ সকলৰ কথা বিষম আছিল কাৰণেই সত্ৰৰ নামো 'বিষম' হয়। এই বিষমৰ পাচতেই বিহম আৰু তাৰ পৰাই বিহিমপুৰ হৈছে।

অন্য এক সিদ্ধান্ত মতে জনা যায় যে অতীজতে বিহিমপুৰ সত্ৰৰ বাটচ'ৰাত এজোপা বৰ ডাঙৰ বিহগছ আছিল আৰু সেই কাৰণে সত্ৰৰ নাম বিহমপুৰ বা বিহিমপুৰ হয়। অৱশ্যে প্ৰথম কাৰণটিয়েই প্ৰযোজ্য বুলি সত্ৰৰ বুৰঞ্জীয়ে ক'ব খোজে।

চতুৰ্ভুজ ঠাকুৰৰ দিনত তেখেতৰ আজ্ঞাত গোবিন্দ আতাই স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনত ১৬৩৫ খৃঃ ত মাজুলীত বিহিমপুৰ সত্ৰ স্থাপন কৰে। গোবিন্দ আতাৰ সাত পুৰুষৰ পিচত সত্ৰাধিকাৰ সকলে অসমৰ অন্যান্য ঠাইত সত্ৰ স্থাপন কৰিবলৈ মন কৰি ব্ৰহ্মপুত্ৰৰে ভটিয়াই আহি হাতীমুৰাৰ ওচৰৰ আঁৰিকাটি মুখত কেইবাদিনো কটাই সত্ৰ স্থাপন কৰিবলৈ উপযুক্ত ঠাইৰ সন্ধেদ লয়হি। শেষত কলঙেদি ভটিয়াই আহি কুঁৱৰীটোলৰ পৰা এক কিলোমিটাৰ দূৰতে কলঙৰ বালিত বাহৰ কৰি ৰ'লহি। পিচদিনা গাঁৱৰ মানুহে গোঁসাইক সত্ৰ স্থাপন কৰাৰ মন বুজি সহাঁৰি দিলে আৰু সেই সহাঁৰিত গোঁসাই গাঁৱৰ মাজলৈ আহিবলৈ মন কৰিলে। ৰাইজৰ চেষ্টাত ১৭০৯ খৃঃ ত বিহিমপুৰ সত্ৰ স্থাপন হ'ল। অৱশ্যে সত্ৰ প্ৰতিষ্ঠা

---

* শ্ৰীগোলোক চন্দ্ৰ গোস্বামীৰ সহায়ত।

কৰি গোঁসাই পুনৰ মাজুলীলৈ গুচি গ'ল। কিন্তু মাজে সময়ে আহি আছিল। অৱশেষত ১৭১১ খৃঃ ত গঙ্গাৰাম আতাই কলীয়াবৰত স্থায়ীভাৱে বসতি কৰিবলৈ মাজুলীৰ পৰা গুচি আহে আৰু কলীয়াবৰত বিহিমপুৰ সত্ৰৰ স্থায়ী প্ৰতিষ্ঠাৰ পাতনি মেলিলে। তেখেতৰ পিচত ১৭৩০ চনত পুত্ৰ পীথুৰাম আতা অধিকাৰ হয়। তেতিয়া ৰজা আছিল শিৱসিংহ। পীথুৰাম আতাৰ পুত্ৰ দেউৰাম আতা। দেউৰাম আতাৰ ভাৰ্য্যা দুগৰাকী। ডাঙৰ গৰাকীৰ ৰুদ্ৰকান্ত, কুশকান্ত আৰু ভদ্ৰকান্ত নামে তিনিটা পুত্ৰ আৰু সৰু গৰাকীৰো ভূষণ, বিষ্ণুৰাম আৰু ভুৱাৰাম নামে তিনি পুত্ৰ। পিতৃৰ মৃত্যুৰ পিচত দুয়ো সতিনী পৰিয়ালৰ ভিতৰত সত্ৰ সভা লৈ বিবাদ হয়। এই বিবাদমান অৱস্থাতেই ৰুদ্ৰকান্ত আতাৰ ভাতৃ কুশকান্ত আতাই এই সত্ৰৰ পৰা সকলো সম্বন্ধ ছিডি যোৰহাটত সত্ৰ পাতে। কনিষ্ঠ ভদ্ৰকান্ত বৈৰাগ্য ধৰ্ম লৈ সত্ৰৰ পৰা গুচি গ'ল। একমাত্ৰ ৰুদ্ৰকান্ত আতাই অকলশৰে নবছৰ অশেষ কষ্ট কৰি ১৮৩৯ খৃঃত মোকৰ্দমাত জয় লাভ কৰি সত্ৰাধিকাৰ হয়।

ইফালে সৰুজনী সতিনীৰ বৰ পুত্ৰ ভূষণ আতাই এচৰতে সত্ৰ স্থাপন কৰি সত্ৰৰ নাম দিলে নবিহিমপুৰ সত্ৰ। আকৌ যোৰহাটত সত্ৰ পাতি থাকিবলৈ লোৱা ৰুদ্ৰকান্ত আতাৰ ভাতৃ কুশকান্তৰ মৃত্যু হোৱাত নাবালক লৰাটিৰ নিৰাপত্তাৰ বাবে অধিকাৰ ৰুদ্ৰকান্তই চিন্তা কৰিবলগীয়া হৈছিল। সেই উদেশ্যে কেইজনমান শিষ্য আৰু পাচনি আদি লৈ যোৰহাটলৈ যাত্ৰা কৰিলে ১৮৪২ খৃঃত। সেই যাত্ৰাতেই— শিৱসাগৰ, যোৰহাট আদি ভ্ৰমণ কৰি শিষ্যৰূপে বহুতক ধৰ্মত দীক্ষিত কৰিলে। অন্য ঠাইৰ ভিতৰত লক্ষীমপুৰ জিলাৰ বৰদলনি, গড়গাওঁ, ওপৰমেটেকা, মাজমেটেকা, দক্ষিণমেটেকা, ভাজনীগাওঁ, যোৰহাটৰ চিনামৰা, শিমলুগুৰি, নগাৰঁৰ ৰহা, পোতনি আদি ঠাই উল্লেখযোগ্য। এই ঠাই সমূহ ভ্ৰমণ কৰাৰ পিচত মাউৰা সেই নাবালক শিশুটিক লৈ আহি ইয়াতে ডাঙৰ দীঘল কৰি সংসাৰ পাতি দিয়ে। ৰুদ্ৰকান্ত আতাই সত্ৰৰ পৰিসৰ বৃদ্ধি কৰিবলৈ নৌ-পাওঁতেই ১৮৭০ খৃঃ ত স্বৰ্গী হয়। ৰুদ্ৰকান্ত আতাৰ পুত্ৰ হেমকান্ত,

মাজুজনা কুশকান্তৰ পুত্ৰ হলধৰ আৰু ভদ্ৰকান্তৰ পুত্ৰ বাপাই।

পিচত পুত্ৰানুক্ৰম ৰীতি অনুযায়ী বৰজনাৰ পুত্ৰ হেমকান্ত অধিকাৰ হয় আৰু তাৰ পিচত হেমকান্তৰ চাৰিজন পুত্ৰ ধনেশ্বৰ, ভোলানাথ, জয়দেউ আৰু জগন্নাথ। হেমকান্তৰ পুত্ৰ ধনেশ্বৰ আতাই ১৯২০ খৃঃত অধিকাৰ হয়। স্থায়ীভাবে ইয়াত থাকিবলৈ লোৱাৰ পাচত মাজুলীৰ বিহিমপুৰ সত্ৰ ক্ৰমান্বয়ে দুৰ্ব্বল অবস্থালৈ আহে আৰু শেষত এনে হ'ল যে তাত থকা গোঁসাইসকলৰ বংশ শেষ হোৱাত ৰুদ্ৰকান্ত আতাৰ দিনত তাৰ শিষ্যসকলে তাত অধিকাৰ পাতিবলৈ ডেকা গোঁসাই এজন বিচাৰি কলীয়াবৰৰ বিহিমপুৰ সত্ৰলৈ আহিল। কিন্তু ৰুদ্ৰকান্ত আতা এই কথাত অসন্মত হোৱাত বৰমেধিয়ে জনালে যে তেওঁলোকে জীয়ৰী নাতিকে তাত স্থাপন কৰিব পাৰিবনে নোৱাৰে? তেতিয়া ৰুদ্ৰকান্ত আতাই সন্মতি দিলে। সেই মতে জীয়ৰীৰ নাতিকে অধিকাৰ পাতি আজি পৰ্য্যন্ত মাজুলী সত্ৰ চলাই আছে।

১৮১১ চনৰ পৰা ১৯৩৬ চনলৈকে এই সময়ছোৱাত বিহিমপুৰ সত্ৰ বুৰঞ্জীৰ এটা গৌৰৱপূৰ্ণ কাল। নামধৰ্ম প্ৰচাৰ আৰু শঙ্কৰী কলা-কৃষ্টিৰ ক্ষেত্ৰত এই সত্ৰখনে এই সময়ত সুখ্যাতি আৰ্জিছিল। সত্ৰৰ ধনেশ্বৰ আতা এজন বাক্‌সিদ্ধ পুৰুষ আছিল। উজনি অসমত থকা শিষ্যবৃন্দৰ মাজত তেখেতে শঙ্কৰী গীত-মাত আৰু ভাওনা প্ৰদৰ্শন কৰিছিল। তেখেতৰ ভাতৃ জগন্নাথ আতা কলীয়াবৰৰ এজন ভাল খনিকৰ আছিল। তেখেতে নিজৰ সত্ৰৰ উপৰিও অন্য সত্ৰতো ৰাৱণ, গৰুড়, জটায়ু আৰু ব্ৰহ্মা আদিৰ মুখা তৈয়াৰ কৰি দিছিল। সত্ৰৰ কিন্তু এই গৌৰৱপূৰ্ণ কীৰ্ত্তি আজি নাই। এই সত্ৰৰ অধিকাৰ সকলে সাঁচিপাতত অঙ্কীয়া নাট, কীৰ্ত্তন, দশম, ৰত্নাৱলী আদি পুথি লিখি প্ৰচাৰ কৰিছিল। *

গৌৰাঙ্গ মিশ্ৰৰ পৰা বঢ়া—

## গোবিন্দ মিশ্ৰ বা হোবোসা সত্ৰ :—

হোবোসা সত্ৰক গোবিন্দ মিশ্ৰ বা ফৰিং মিশ্ৰ সত্ৰ বুলিও জনা যায়।

* শ্ৰীযতীন মহন্তৰ সহায়ত।

দুৰ্লভ নাৰায়ণৰ দিনত কাণ্যকুব্জৰ পৰা দুজন ব্ৰাহ্মণ আৰু দুজন কায়স্থৰ ভিতৰত এজন আছিল গৌৰাঙ্গ মিশ্ৰদেৱ। এখেতক মিছা আৰু কলঙৰ সঙ্গমস্থানৰ ওচৰতে বাস কৰিবলৈ দিয়া হৈছিল। তাত বাস কৰা সময়তে গোবিন্দ মিশ্ৰ আৰু কৃষ্ণ মিশ্ৰদেৱৰ জন্ম গ্ৰহণ কৰে। এই সকলৰ নাবালক অৱস্থাত পিতৃ হানি হয়। ই সকল কিন্তু পিতৃৰ দৰেই ঈশ্বৰ উপাসনাত সদায় ব্যস্ত আছিল আৰু তাৰ দ্বাৰা ভক্তসকলক আকৃষ্ট কৰিব পাৰিছিল।

এদিন স্বৰ্গদেউ, রুদ্ৰসিংহ ভ্ৰমণ কৰিবলৈ আহোঁতে গোবিন্দ মিশ্ৰ আৰু কৃষ্ণ মিশ্ৰদেৱে বৰতাল বজাই ঈশ্বৰ উপাসনা কৰি আছিল। ৰজাই বিষয়াসকলক এই দুজনা মিশ্ৰই কি উপাসনা কৰিছে তাৰ ভু ল'বলৈ কলে। ৰজাই সবিশেষ জনাৰ পাচত মিশ্ৰদ্বয়ৰ ধৰ্মৰ পৰীক্ষা লবলৈ মিছা নৈখন ওভোতাই বোৱাবলৈ আদেশ কৰিলে। এই আদেশত দুজনা মিশ্ৰ চিন্তাত পৰিল। নিশা সপোনত চিন্তাৰ সন্ধান পালে। সপোনত কলে যে তেওঁলোকে এখন শৰাই নৈবেদ্য আৰু অন্য খনত ফুলপুষ্পলৈ এনাই পানীত নামি ধ্যান কৰিলে মিছা উভতিব। পাচদিনা সপোনৰ মতেই মিছা নদীলৈ আহি এনাই পানীত নামি ধ্যান কৰিবলৈ ধৰিলে। ধ্যান কৰি থকা অৱস্থাত পানীৰ সোঁতে নৈবেদ্য শৰাই উটাই নিলে। শৰাই উটাই নিয়াৰ পিচতেই নৈখন উভতি বৈ মানুহৰ ঘৰদুৱাৰ ডুবাই বিপদৰ সঞ্চাৰ কৰিলে। ৰজাই এই কাণ্ড দেখি ধৰ্মপালক মিশ্ৰদ্বয়ক নৈখন আগৰ দৰে বোৱাবলৈ আদেশ দিলে। এদিন এবেলা নৈখন উভতি যোৱাৰ পিচত নৈ পুনৰ আগৰ দৰে ববলৈ ধৰিলে। ৰজাই মিশ্ৰদ্বয়ৰ এনে অদ্ভুত কাৰ্য্য দেখি হাতীদাঁতৰ গড়ুৰাসনেৰে নামঘৰৰ মণিকূট সজাই দিয়াই তিনিশ বিঘা মাটি দান কৰে। ভোৰ তালেৰে হোবোস হোবোস কৰি ধৰ্ম উপাসনা কৰাৰ কাৰণে হোবোসা মিশ্ৰ নামে খ্যাত হ'ল। এই হোবোসা মিশ্ৰই হোবোসা মিশ্ৰ সত্ৰ নামে সত্ৰ স্থাপন কৰিলে।

গোবিন্দ্ৰ মিশ্ৰৰ চাৰিজন পুত্ৰ। এওঁলোক হ'ল ৰামজীৱদেৱ, গোপালদেৱ,

জয়দেব আৰু দামোদৰদেৱ। কৃষ্ণমিশ্ৰদেৱ অপুত্ৰক আছিল। শিৱসিংহ ৰজাৰ দিনত ৰামজীৱনদেৱ কলীয়াবৰৰ হোবোসা সত্ৰৰ পৰা নগাঁৱলৈ আহি পুৰণিগুদামৰ অন্তৰ্গত বৰ্ত্তমান চলচলি মৌজাৰ তেৰতেৰি কিচামত পুনৰ সত্ৰ স্থাপন কৰিলে। ৰামজীৱন দেৱে হোবোসা সত্ৰৰ তিনিশ বিঘা মাটিৰ এক অংশ পাবৰ কাৰণে পুৰণিগুদামৰ পৰা কলীয়াবৰলৈ ঘনে ঘনে আহি গোচৰ দিছিলগৈ ( সম্ভৱ বৰফুকনক )। এখেতৰ খোজ বৰ বেগী আছিল। এখেতৰ খোজ কাটল আৰু কথাবাৰ্ত্তাত ৰজাই বিস্ময় মানি ফৰিং মিশ্ৰ নাম দিলে আৰু সত্ৰখনৰ নামো তেতেৰদৰেই অভিহিত কৰিলে। এই ফৰিং মিশ্ৰ সত্ৰৰ নামত থকা চলচলি মৌজাৰ ভেৰশ বিঘা মাটি কলীয়াবৰ হোবোসা সত্ৰৰ পৰা কাটি অৰ্পণ কৰা মাটি। *

## চৈতন্যপন্থী পুৰুষোত্তমদেৱৰ পৰা বঢ়া ৰাঘৰগঞা বা কহুঁৰাতলী সত্ৰ :—

১৬৪৪ খৃঃত শ্ৰীচৈতন্যদেৱৰ ধৰ্ম প্ৰচাৰৰ ভাৰ লৈ বঙ্গৰ পৰা চাৰিজন লোক অসমলৈ আহে। এই চাৰিজনৰ এজনৰ নাম আছিল পুৰুষোত্তম। এখেতে মাজুলীৰ কহুৰাতলীত সত্ৰ পাতে। এটা ধৰ্ম প্ৰচাৰ কৰিবলৈ আহি অন্য এটা ধৰ্মত বন্দী হৈ প্ৰচাৰ কৰিবলৈ যি আদৰ্শ দেখুৱালে সেই আদৰ্শ অসমৰ ধৰ্মীয় ইতিহাসত উজ্বল আখৰেৰে লিখা থাকিব। যি কি নহওক কহুৰাতলীত সত্ৰ পাতোতে এটা বাঘ ওলোৱাত পুৰুষোত্তমদেৱে বাঘৰ নেজত ধৰি ঘূৰাই ঘূৰাই মাৰি পেলাইছিল। তেতিয়াৰ পৰা কহুঁৰাতলী সত্ৰৰ নাম হ'ল বাঘৰ গঞা সত্ৰ। পুৰুষোত্তমৰ দিনত ৰজা আছিল ৰুদ্ৰ সিংহ। এইজনা ৰজাৰ দিনত পুৰুষোত্তমে এখন গীতা পুথি সংস্কৃতৰ পৰা অসমীয়ালৈ অনুবাদ কৰে। সম্ভৱ পুথিখন লিখি শেষ কৰে ১৬৭৭ খৃঃৰ জেঠ মাহত। তদুপৰি তেখেতৰ লিখনিত ডুবৰা বৰজনা বৰফুকন, মোমাই তামুলী, দিহিঙ্গীয়া বুঢ়াফুকন আদিৰ নাম উল্লেখ আছে। দিহিঙ্গীয়া বুঢ়া ফুকনে পুৰুষোত্তমক শৰণ লয়। সেই সময়ত তিতাবৰ,

* শ্ৰীবিৰজা গোস্বামী ( পুৰণিগুদাম ফৰিং মিশ্ৰ )ৰ সহায়ত

যোৰহাট আৰু গোলাঘাটত ধৰ্ম প্ৰচাৰ কৰি বহুতো শিষ্য কৰে। পুৰুষোত্তমৰ পৰা পাঁচ পুৰুষ যোৱাৰ পাচত জাতিৰামদেউৰ দিনত মানৰ উপদ্ৰৱ হয়। মানৰ উপদ্ৰৱত জাতিৰামদেউয়ে মাজুলীত থকা গজ ঘণ্টা, যুগল মূৰ্ত্তি আৰু বৰডবা দিহিঙীয়া বৰফুকনৰ বাৰীত পুতি থৈ নগাঁৱৰ লেতেৰী বিলৰ পাৰত আহি সত্ৰ পাতে। মান যোৱাৰ পাচত জাতিৰামদেউয়ে উক্ত বস্তু কেইপদ আনিবলৈ যোৱাত দিহিঙীয়া বৰফুকনৰ পুত্ৰই তেওঁক অন্য ঠাইলৈ যাবলৈ নিদিয়া হ'ল আৰু উক্ত বস্তু কেইপদো ঘূৰাই দিবলৈ অমান্তি হৈ প্ৰমাণ বিচাৰিলে। জাতিৰামদেউয়ে গজ ঘণ্টাৰ মুখখন উলিয়াই প্ৰমাণ কৰাত আৰু নগাঁৱত ইতিমধ্যে সত্ৰ পাতিছোঁ বুলি কোৱাত সকলোৱে সসম্মানে বিদায় দিয়ে। জাতিৰামদেউৰ মাত্ৰ এটি সন্তান, নাম হেমকান্ত। হেমকান্তৰ প্ৰাঁচ বছৰত পিতৃৰ মৃত্যু হয় বৰদোৱাত। হেমকান্তদেৱে বৰদোৱাত থাকি মহাপুৰুষৰ ধৰ্ম গ্ৰহণ কৰিলে। তেওঁৰ উপনয়ন ভকতে সকলেই পাতি দিছিল। এই উপনয়নত কলীয়াবৰত গোনামৰা সত্ৰাধিকাৰ শ্ৰীৰামে হেমকান্তদেউৰ পিতৃস্বৰূপে সহায় কৰিছিল। ধৰ্মৰ প্ৰতি তেখেতৰ ভক্তি দেখি শ্ৰীৰামে কলীয়াবৰলৈ লৈ আহি নিজৰ ঘৰতে কিছুদিন ৰাখে। পিচত সৰুভগীয়াৰ এশঘৰ মানুহৰ এটি নামঘৰৰ কাষত এজনা ৰূপৰ বামুণে ধৰ্ম প্ৰচাৰৰ কাৰণে তেখেতৰ নিজৰ সকলো মাটিবাৰী দি তেওঁ জামুগুৰিলৈ গুচি গৈছিল। হেমকান্তদেউক সৰুভগীয়াৰ এশঘৰ মানুহে সকলো ধৰণে সা-সুবিধা দি বামুণৰ ভেটিতে অস্থায়ীভাবে সত্ৰ পাতি দিয়ে। কিছুদিন থকাৰ পাচত নতুন মাটিত সত্ৰ স্থাপন কৰে। হেমকান্ত দেউৰ মৃত্যুৰ পাচত তেখেতৰ ডাঙৰ পুত্ৰ লক্ষ্মীকান্তদেউ সত্ৰৰ অধিকাৰ হৈ সত্ৰৰ সৌষ্ঠৱ দুগুণে বঢ়ায় আৰু বহুতো শিষ্যৰ মাজত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। তেখেতৰ মৃত্যুৰ পাচত গিৰিকান্ত দেউ সত্ৰৰ অধিকাৰ হয়। তেখেতৰ দিনত সত্ৰৰ প্ৰভাৱ পৰিলক্ষিত হয়। তেখেতে সংস্কৃত গ্ৰন্থৰাশি অধ্যয়ন কৰি আৰু গুৰু দুজনাৰ শাস্ত্ৰৰ গভীৰ তত্ত্ব সমাজত প্ৰকাশ কৰি যথেষ্ট সমাদৰ লাভ কৰিছিল।

সত্ৰৰ বৰ্ত্তমান অৱস্থা সিমান ভাল নহলেও ঐতিহ্য হেৰাই যাবলৈ দিয়া নাই। *

দক্ষিণপাট বা দেৱৰ সত্ৰ ঃ— ( নৃসিংহ থান )

স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনৰ নিজৰ তামুলী কুঁৱৰী এগৰাকীৰ মুখে বনমালী দেৱৰ অলৌকিক ৰূপ গুণৰ কথা শুনি তেখেতক কোচৰাজ্যৰ পৰা আহোম ৰাজ্যলৈ আনিবৰ অভিপ্ৰায়েৰে পত্ৰ দি তেখেতৰ ওচৰলৈ কটকী পঠালে। বনমালীদেৱে স্বৰ্গদেউৰ পত্ৰ পাই "বৰ্ত্তমান মই শ্ৰীক্ষেত্ৰলৈ যাম। শ্ৰীক্ষেত্ৰৰ পৰা উলটি আহি অসম ৰাজ্যলৈ যাম। পুনৰ কোচবিহাৰলৈ নাহিম" বুলি প্ৰত্যুত্তৰ দি বিদায় দিলে।

পাচে ১৫৭৫ শকত গোঁসাই বনমালীদেৱ শ্ৰীক্ষেত্ৰৰ পৰা আহি ঘিলাঠাই ( অভয়াপুৰী ) পোৱাৰ কথা জয়ধ্বজ সিংহই শুনি গোঁসাইক আগবঢ়াই আনি সকলো সুবিধা দি স্থাপন কৰিবলৈ শহুৰেক বৰসেনাপতিক ( ৰজাশহুৰ বৰফুকন ) আদেশ কৰিছিল। ৰজাৰ আদেশ পাই বৰসেনাপতিয়ে ঘিলালৈ মানুহ পঠায় আৰু নিজে পাণ্ডুঘাটলৈ আগবাঢ়ি গৈ বনমালীদেৱক অভ্যাৰ্থনা জনাই কলীয়াবৰলৈ লৈ আহিল। ৰজাই কলীয়াবৰত সত্ৰপাতি গোঁসাইক ৰখাৰ দিহা কৰিছিল। বনমালীদেৱৰ নামেৰে সেই কাৰণে সত্ৰখনিৰ নাম দেৱৰ সত্ৰ বুলি প্ৰখ্যাত হ'ল।

বনমালীদেৱে দেৱৰ সত্ৰত শ্ৰীশ্ৰীবাসুদেৱ বিগ্ৰহহে প্ৰতিষ্ঠা কৰিছিল। বনমালীদেৱৰ পৰা ষষ্ঠাধিকাৰ সহদেৱ গোঁসায়ে স্বপ্নাদিষ্ট হৈ কুন্দলী ( কন্দলী ) পাহাৰৰ পৰা নৃসিংহ মূৰ্ত্তি উদ্ধাৰ কৰি আনি দেৱৰ সত্ৰত স্থাপন কৰিছিল। তাৰ পিচত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে কীৰ্ত্তিসিংহ ( কীৰ্ত্তিচন্দ্ৰ ) বৰবৰুৱাৰ হতুৱাই দ'ল তৈয়াৰ কৰি দিয়াত সেই দ'লৰ ভিতৰত শ্ৰীশ্ৰীনৃসিংহ আৰু শ্ৰীশ্ৰীবাসুদেৱক বেলেগে বেলেগে প্ৰতিষ্ঠা কৰি ৰখা হৈছিল। পাচত "৺নৃসিংহৰ অত্যাচাৰত মই থাকিব নোৱাৰোঁ" বুলি ৺বাসুদেৱে স্বপ্ন দেখুৱাত বেলেগে ঘৰ সাজি ৺বাসুদেৱক দ'লৰ পৰা আঁতৰাই আনি

* শ্ৰীফটিক চন্দ্ৰ মহন্তৰ সহায়ত

ৰাখিছিল। এই নীতি আজি পৰ্য্যন্ত ভঙ্গ কৰা নাই। দুৰ্বৃত্ত মানহঁতে অসমৰ বহু দ'ল-দেৱালয় ধ্বংস কৰিছিল, কিন্তু ৬নৃসিংহ দেৱালয়ৰ ওচৰকে চাপিব নোৱাৰিছিল। দ'লৰ পৰা অহা উত্তাপ সহ্য কৰিব নোৱাৰি মানহঁতে দূৰতে পলায়ন কৰিছিল বুলি শুনা যায়।

আহোম সকলে ৰণযাত্ৰাৰ পূৰ্ব্বে প্ৰথমতে নৃসিংহত আৰু দ্বিতীয়তে সৌভাগ্যমাধৱত সেৱা জনাইছিল বুলি শুনা যায়। সত্ৰধনৰ ওচৰতে কমলেশ্বৰ সিংহৰ দিনত বৰবৰুৱাৰ হাতত সলাল গোঁহায়ে ৰাজদ্ৰোহৰ অপৰাধত প্ৰাণ সোধাইছিল। চক্ৰধ্বজ সিংহৰো বনমালীদেৱৰ প্ৰতি প্ৰগাঢ় ভক্তি আছিল। সত্ৰৰ ধৰ্মীয় মহত্ব অদ্ভুত। এবাৰ বেন্টিঙ্ক চাহাবে দহটকা ৰূপদি নৃসিংহ সেৱা জনাওঁতে অধিকাৰে এপাত তুলসী চাহাবক দিওঁতে বেন্টিঙ্কে প্ৰশ্ন কৰিছিল যে তুলসী পাতটিৰ মূল্য দহটকাতকৈ বেচি হব নোৱাৰে। গোঁসায়ে তেতিয়া উত্তৰ দিলে যে তুলসী পাতটিৰ মূল্য দহ টকাতকৈ কিয় এহেজাৰ টকাতকৈয়ো বহুগুণে বেচি। গোঁসায়ে পাল্লা এখনত একালে ৰূপৰ টকা দহটি আৰু অন্যকালে তুলসী পাতটি দিয়াত তুলসী পাতটিৰ ওজন বেছি হৈছিল। ধৰ্মৰ মাহাত্ম্য দেখি বেন্টিঙ্ক চাহাবে আচৰিত হৈ গোঁসাইক সেৱা জনালে। তাহানি নগাওঁ জিলাৰ উপায়ুক্ত ডউচন চাহাবে কিবা বিচাৰ কৰাৰ ক্ষেত্ৰত নৃসিংহত শপত খাবলৈ দিছিল। বনমালীদেৱৰ বিষয়ে শুনা যায় যে তেখেতে ৰোৱা বাঁহৰ জেওনিৰ পৰাও বোলে বাঁহগছ হৈছিল।

সত্ৰত অধিকাৰ হোৱাৰ পৰম্পৰা নাশ পালে দক্ষিণপটীয়া গোঁসাই আৰু বদন বৰফুকনৰ মাজত হোৱা শপতা শপতিৰ পাচৰ পৰাই। এই শপতা শপতি গদাপাণিক ৰজা পতাৰ সন্দৰ্ভতে হৈছিল। দেৱালয়ৰ ওচৰতে এটি পুখুৰী আছে আৰু চাৰিওকালে আছে এটি গড়ৰ চিন। *

* শ্ৰীমানিক চন্দ্ৰ খাওণ্ড দেৱৰ সহায়ত।

## শ্ৰৱণী সত্ৰৰ জগন্নাথদেৱৰ বংশাৱলী




## ৰূপনাৰায়ণদেৱৰ বংশাৱলী



# ঃ শ্যামকানুদেৱৰ বংশাৱলী ঃ



# থান

## দিহিং আৰু নমাটি থান :—

নমাটি সৰুভাগ, মাজুভাগ বাংশবাৰী আৰু বৰভাগ দিহিং। এই ভাগৰ লোক বৰিগাওঁ, ৰামতামুলী আৰু দাতকটা হুকলাত আছে। ওপৰোক্ত দুই থানত সেই সেই গোঁসাই আছিলহি। সেই গোঁসাইৰ প্ৰতি শ্ৰদ্ধাৰ চিন স্বৰূপে ভক্তসকলে সেই স্থান পবিত্ৰ জ্ঞান কৰি আহিছে। এই থান দুখন ক্ৰমে দয়াল আৰু সৰুভগীয়াত অৱস্থিত। এই থানৰ অস্তিত্ব এতিয়া হেৰাই গৈছে।

# নামঘৰ

## ভৰালী নামঘৰ :—

কলীয়াবৰ নামঘৰ সত্ৰৰ পবিত্ৰ ভূমি। প্ৰতি গাঁৱতে নামঘৰ আৰু সেই নামঘৰত আধ্যাত্মিক চিন্তা আৰু ভক্তিৰ স্বৰূপ বন্তি নুমুৱা নাই। এটা গৌৰৱৰ কথা যে ইয়াৰ জনজাতীয় অঞ্চল যেনে ঔগুৰি আৰু বামুনীত নামঘৰ প্ৰতিষ্ঠা হৈছে আৰু তাত মহাপুৰুষৰ গুণানুকীৰ্ত্তন হৈছে। ইয়াৰ প্ৰায়বোৰ নামঘৰৰে ধৰ্ম্মীয় মহত্ব আছে আৰু তাৰ ভিতৰত চটাই আলিৰ কাষত অৱস্থিত ভৰালী নামঘৰৰ মহত্ব বিশেষ ভাবে মন কৰিবলগীয়া। এই মহত্বৰ বাবে অসমৰ বিভিন্ন ঠাইৰ মানুহে কৃপা লাভৰ আশাৰে শৰাই আৰু তেল বন্তি দিয়েহি।

এই নামঘৰটি বালিসত্ৰৰ এটি শাখা। বালিসত্ৰৰ গোঁসায়ে এই অঞ্চলত শিষ্য সৰহ কাৰণে আৰু তাতোকৈ চিকনী পাহাৰৰ চৌধশ চামোনে ( অপদেৱতা ) বালিসত্ৰৰ বাপুৰাম দেউত শৰণ লোৱাৰ কাৰণে চিকনি পাহাৰৰ পশ্চিমধাৰে বৰ্ত্তমান দৌলপুখুৰীত প্ৰথমতে এই নামঘৰ স্থাপন কৰাই দিছিল। মানৰ আক্ৰমণত এই নামঘৰ পুৰি ধ্বংস কৰাত বাইজে চটাই আলিৰ কাষত সেই নামঘৰ প্ৰতিষ্ঠা কৰিলেহি। দ ঠাই

কাৰণে দৌলপুখুৰীৰ পৰা নাৱৰে মাটি আনি নামঘৰৰ ভেটি বান্ধিছিল। ইতিমধ্যে বাপুৰাম দেউত শৰণ লোৱা ভৰালীয়ে কেনেকৈ ভৰালী নামঘৰলৈ সৰলৰ খুটা দান দিছিল সেই কথা কৈ অহা হৈছে। এইয়া আজিৰ পুৰুষৰ বাবে সপোন যেন লাগিলেও বাস্তৱ ঘটনা। নামঘৰটিত মানে পোৱা শাল কাঠৰ চটি এটাই সেই দুৰ্য্যোগৰ দিনৰ স্বাক্ষৰ বহন কৰি আহিছে।

এই নামঘৰত বালিসত্ৰৰ গোঁসায়ে নাম লগোৱা, চাকি জ্বলোৱা, দেউৰী, বান্ধনি আৰু নামঘৰৰ সা-সম্পত্তি আৰু টকা পয়চাৰ তত্বাৱধান কৰিবলৈ ভৰালী হাজৰিকাক নিয়োগ কৰিছিল। এই ভৰালী হাজৰিকাৰ পৰাই গাঁৱৰ নাম ভৰালীগাওঁ। সত্ৰীয়া আৰ্হিৰ নামঘৰ কলীয়াবৰত এইটিয়েইহে দেখা যায়। বালিসত্ৰৰ অধিকাৰে আনকি নাট ভাওনাৰ চৰ্চ্চা অব্যাহত কৰি ৰাখিবলৈ সুকীয়া "জোৰা" ও শিকাই দিছিল। বালিসত্ৰৰ নামঘৰতো ভৰালী গাৱঁৰ অৱদান আছে আৰু সেয়ে সত্ৰৰ নামঘৰত প্ৰথম খোটালী ভৰালীৰ ৰাইজৰ বাবে আছুতীয়াকৈ ৰখা হৈছিল।

ত্ৰিশ বছৰমানৰ আগলৈকে নামঘৰত বহুত সাঁচিপতীয়া পুথি আছিল কিন্তু আমাৰ অৱহেলা আৰু অজ্ঞতাৰ বাবে অসংখ্য পুথি নষ্ট হ'ল। এই পুথি সমূহৰ সৰহভাগেই নাটক আছিল। ভৰালী নামঘৰত ভাওনা বুলিলে এসময়ত কলীয়াবৰত আলোড়নৰ সৃষ্টি হৈছিল। কাৰণ তাত কলীয়াবৰৰ বাচক-বনীয়া শিল্পী সকলক স্থান দিয়া হৈছিল। এই গাৱঁৰ ৺নিৰ্ম্মল হাজৰিকা, ৺ভোলাই শইকীয়া, ৺গুবিন গাওঁবুঢ়া আৰু ৺চন্দ্ৰকান্ত বৰাদেৱে ভৰালী নামঘৰৰ মহান ঐতিহ্য ৰক্ষা কৰাৰ কাৰণে যি ত্যাগ স্বীকাৰ কৰিলে সেই কথা আমি গৌৰৱেৰে সোঁৱৰণ কৰা উচিত। এনে ধৰ্ম আৰু কলা-কৃষ্টি প্ৰাণ লোকৰ অভাৱ আজি সকলো গাৱঁতে অনুভৱ কৰা হৈছে। এই অভাৱ পূৰণৰ বাবে যেন কাৰো চেষ্টা নাই। জাতিৰ বাবে ই বৰ মাৰাত্মক কথা হৈছে। সি যি কি নহওক বহুকাল পাৰহৈ গৈছে নামঘৰটিৰ তেল-বন্তি দপ্-মগাই জ্বলি আছে।

# মচজিদ

**কুঁৱৰীটোলৰ মচজিদ :—**

কুঁৱৰীটোল জয়ন্তীপুৰত অৱস্থিত মচজিদ দুটিয়েই ইয়াৰ পুৰণি মচজিদ। এই মচজিদ সজা চাৰিশ বছৰৰো বোলে অধিক হৈছে। এই মচজিদ দুটাৰ এটা মচজিদ বেচি পুৰণি। মচজিদৰ প্ৰায় কাম গাৱঁৰ লোকেই কৰিছিল। মচজিদ নিৰ্মাণ কালত শিল আৰু ইটা ভাঙোতে বা কঢ়িয়াওঁতে এই উৎসাহজনক গীতটি গাইছিল—

"পিটৰে মমিন পিটৰে ভাই,
যি নিপিটে তাৰ পিঠাৰ ভাগ নাই।"

# দৰগাহ

**কুঁৱৰীটোলৰ দৰগাহ ঃ—**

জয়ন্তীপুৰৰ মচজিদ সজাৰ পৰা প্ৰায় এশ মান বছৰৰ পাচত চেৰচাহ বাবা নামৰ এজন ফকিৰে গাৱৰ দক্ষিণ পুৱত কলঙৰ পাৰত এখন দৰগাহ স্থাপন কৰে। তাৰ চিন স্বৰূপে হাবিৰ মাজত অনাদৃত ভাবে দৰগাহৰ ভালেমান বস্তু পৰি পৰি আছে। লোক বিশ্বাস মতে ভুল কৰি অপবিত্ৰ ভাবেৰে তালৈ গলে অমঙ্গল ঘটে কিন্তু সেই বাবাৰ নামত কিবা বস্তু উচৰ্গা কৰিলে ভাল ফল পায়।

# গীৰ্জা

**হাতীগাঁৱৰ গীৰ্জ্জা ঃ—**

হাতীগাওঁ চাহ বাগিছাত অৱস্থিত গীৰ্জ্জাটিয়েই কলীয়াবৰৰ পুৰণি গীৰ্জ্জা। এই গীৰ্জ্জা ১৯২৯/৩০ চনত লাল চাহাব নামে বাগানৰ মেনেজাৰ এজনে প্ৰতিষ্ঠা কৰে ওৰাং, মুণ্ডা আৰু লোহাৰ জাতিৰ লোকৰ

সহায়েৰে। পৰিচালনাৰ ভাৰো এই লোক সকলৰ ওপৰতে ন্যস্ত কৰে। একাদিক্ৰমে আব্ৰাহাম মুণ্ডা, পিয়ুচচমা এক্কা, জুলিয়াচ ওৰাং, মত্তিযাচ ওৰাং আদিয়ে গীৰ্জ্জাটি পৰিচালনা কৰি গৈছে। এই গীৰ্জ্জাটিৰ অলপতি দূৰতে পাগলাদাঙ্গা নামৰ গাঁৱত ১৯৭১—৭৭ চনৰ ভিতৰত অন্য এটি গীৰ্জ্জা স্থাপন হৈছে। প্ৰটেষ্টাণ্ট বা ব্যাপ্তিষ্ট শাখাৰ লোক সকলেও বৰচোং, পানীগাওঁ, বামুণী, শাকমুঠি চাহ বাগিছা, মিছা চাহ বাগিছা আদি ঠাইত গীৰ্জ্জা সাজি যীশুৰ বাণী প্ৰচাৰ কৰিছে। পিচপৰা সম্প্ৰদায় আৰু মজদুৰ ভাই সকলেই এই ধৰ্ম গ্ৰহণ কৰিছে।

মন কৰিব লগীয়া কথা এয়ে যে হাতীগাৱঁত গীৰ্জ্জা স্থাপন হোৱাৰ আগতে পাদুৰী সকলে মজদুৰ আৰু পিচপৰা লোক সকলক তেওঁলোকৰ বিভিন্ন-অভাৱ অভিযোগৰ ভূ লৈ সেই অভাৱ দূৰ কৰি তেওঁলোকক মৰম আৰু করুণাৰ পাশত আৱদ্ধ কৰি ধৰ্ম প্ৰচাৰ কাৰ্য্য আৰম্ভ কৰিছিল। এই মৰম, করুণা নিশ্চয় মহাপুৰুষ শঙ্কৰদেৱৰ বাণীতকৈ কোনো বেলেগ নাছিল কিন্তু আমাৰ সত্ৰাধিকাৰ সকলে এই কথা পাহৰি গ'ল।

**পুৰণিগড় সত্ৰৰ বংশাৱলীঃ—**

সতানন্দৰ উপৰি পুৰুষ বৈকুণ্ঠৰ পুষ্পদন্ত পাৰিষদ, ৰাম অৱতাৰত সুমন্ত্ৰ মন্ত্ৰী আৰু শ্ৰীকৃষ্ণ অৱতাৰত সুদামা। শত বছৰৰ পিচত ঃ—



# তৃতীয় অধ্যায়

## ( গড়-প্ৰাশ্চি, কোঠ, বাহৰ, মৈদাম, আলি, পুখুৰী, সেতু, বাৰী )

## গড়-প্ৰাশ্চি

**ৰাঙলী ( ৰাঙলু ) গড় :—**

এই গড়টি স্বৰ্গদেউ প্ৰতাপসিংহৰ কীৰ্ত্তি। কলীয়াবৰৰ পূৰভাগত এই গড়টি অৱস্থিত। নিৰ্ম্মাণ কাৰ্য্য চামধৰা গড়ৰ সৈতে একে। ডঃ ৱেডৰ মতে ৰাঙলু গড়ৰ পৰাই কাজিৰঙা আৰম্ভ হৈছে।[১] এই গড়টি নষ্ট হোৱাত চক্ৰধ্বজসিংহই প্ৰথমবাৰ মোগলক ঘটুৱাৰ পাচত কলীয়াবৰলৈ আহি ভাল দৰে বন্ধোৱালে আৰু তাৰে পৰাই বিশ্বনাথত যজ্ঞ কৰালে আৰু এদিন গৈ চামধৰা গড চাই আহিছিলগৈ।[২] মানৰ আক্ৰমণৰ সময়ত এই গড়ৰ পৰাই মানহঁতে হাটবৰত বৃটিশ সৈন্যৰ লগত ৰণ দিছিল[৩] আৰু এই গড়তে বাহুলী ফুকনে পাৎশাহী সৈন্যলৈ অসমীয়া সৈন্যৰ বিৰুদ্ধে ৰণ কৰিছিল।

ডঃ পদ্মেশ্বৰ গগৈদেৱে "The Tai and the Tai Kingdom of Assam" নামৰ গ্ৰন্থত এই গড়টি কলঙৰ পৰাই নিৰ্ম্মাণ হৈছে বুলি কৈছে আৰু তেখেতে কৈছে যে গড়টিয়ে উজনী অসমৰ পৰা নামনি অসমক বিভক্ত কৰিছে। এসময়ত এই গড়টিয়েই বেহাৰ ৰাজ্যৰ পূৰসীমা

---

১ Kajiranga lies to the east and south east of Rangaligarh— Wade's Account. Page— 345

২ অসম বুৰঞ্জী— শৰৎ কুমাৰ দত্ত সম্পাদিত : পৃঃ ২৯

৩ আসাম বুৰঞ্জী— গুণাভিৰাম বৰুৱা : পৃঃ ১৫৭

আছিল বুলি গুণাভিৰাম বৰুৱাদেৱে তেখেতৰ আসাম বুৰঞ্জীত উল্লেখ কৰিছে।

চামধৰা গড়ঃ—

এই পৰ্ব্বত সদৃশ গড়টি বন্ধাৰ সময়ত অসমৰ পশ্চিম ফালৰ সীমা ভৰলীয়েই আছিল আৰু দেশখন মুছলমানৰ সঘণ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈ বুদ্ধি স্বৰ্গনাৰায়ণে এই গড়টি নিৰ্ম্মাণ কৰাইছিল।

১৫৩৭ শকৰ পুহ মাহত চৈয়দ আবুবকৰৰ মূৰ বিছিন্ন হোৱাৰ পিচৰ বছৰতে প্ৰতাপসিংহই ১৫৩৮ শকৰ মাঘ মাহত চামধৰা গড় নিৰ্ম্মাণ কৰাইছিল। গড়টি নিৰ্ম্মাণ কৰাওঁতে সেইটোৱেই আহোম ৰাজ্যৰ পশ্চিম সীমা হৈ থাকিব বুলি কল্পনা কৰা হৈছিল। কিন্তু চাওঁতে চাওঁতে আহোম ৰাজ্যৰ সীমা পশ্চিমে ৰবনদীলৈকে ছুইঁকি গ'ল। ৰবনদী বা কৰতোয়ালৈকে অসমৰাজ্য এসময়ত বিস্তৃত হলেও চামধৰা গড়ৰ ওপৰত আমাৰ ভাগ্য বহুবাৰ নিৰূপণ হৈছিল আৰু সেয়ে গড়টিৰ পতন ঘটিলে আমাৰ আৰু তিষ্ঠিবৰ উপাই নহৈছিল। গড়টি উত্তৰ পাৰে ভোমোৰাগুৰি পৰ্ব্বতৰ পৰা ২৫ মাইল দূৰৈত চামধৰা পাহাৰত লাগিছে আৰু দক্ষিণে ব্ৰহ্মপুত্ৰৰ পৰা নৈৰ ওচৰৰ সদাশিৱ পাহাৰত লাগিছে।

গড়টিৰ নাম চামধৰা দেউৰ পৰা উদ্ভৱ হৈছে বুলি এটি প্ৰবাদ আছে। দক্ষিণপাৰে গড়টিক বহুতে বুঢ়া-বুঢ়ী গড বুলিও কয়। ইয়াতে (গড়ৰ) শিৱস্থান। গড়টি লগা ঠাইতো শিৱস্থান দেখা যায়। দক্ষিণৰ চামধৰা গড়ৰ সৰিয়হতলী ঘাটতে ফুকন ডা-ডাঙৰীয়া সকলে (বৰ্ত্তমান আমবাগানৰ পৰা পূব দক্ষিণফালে) গদাপাণিক ৰজা পাতিছিল। এই গড়টি বাস্তৱিকতে অসমীয়া জাতিৰ শৌৰ্য্য-বীৰ্য্যৰ উজ্বল নিদৰ্শন।

বহুতে আকৌ মন্তব্য দিয়ে যে চামধৰা গড় উত্তৰ পাৰতহে আছে। এই সন্দৰ্ভত অন্ততঃ নগে ডঃ ভূঞাৰ "মীৰজুমলাৰ অসম আক্ৰমণ" আৰু গুণাভিৰাম বৰুৱাৰ "সৌমাৰ ভ্ৰমণ" পঢ়িলেই গম পোৱা যাব। ডঃ ভূঞাদেৱে উক্ত গ্ৰন্থত ভোমোৰাগুৰি পৰ্ব্বতৰ ওচৰৰ ব্ৰহ্মপুত্ৰৰ দুয়োকূলকে চামধৰা

বুলি কৈছে। আকৌ বৰুৱাদেৱে লিখিছে " ·· ··· ইয়াৰ পৰা ৰঙাগৰা পালো। ইয়াতে প্ৰথমতে নগৰ পতা হৈছিল। ··· ·· ৰঙাগৰাৰ পৰা মিছা নোপোৰা মানলৈকে আলিৰ দুয়োপাৰে হাবি। দক্ষিণ কালে শালনা, আমলখী প্ৰভৃতিলৈ যোৱা বাটৰ মুখ। আমাৰ আলিটি চামধৰা গড় নামে এটা গড় পাৰহৈ গৈছে। এই গড়েই কলীয়াবৰৰ পশ্চিম সীমা"।[৪]

মন কৰিবলগীয়া কথা এইয়ে যে এই পৰ্ব্বতসদৃশ গড়টি ভেদ কৰি কাচিৎহে শত্ৰু সৈন্যই গড়গাওঁ আক্ৰমণ কৰিব পাৰিছিল। প্ৰতাপসিংহই প্ৰথমতে মুছলমানৰ বিপক্ষে ৰণজয় কৰি এই গড়টি তৈয়াৰ কৰিছিল। মানাহো আৰু পঞ্চৰতনৰ ভৰি পিচলিলে অসমীয়া সৈন্যৰ তিষ্ঠিবৰ ঠাই আছিল গুৱাহাটী ; গুৱাহাটীত ভৰি পিচলিলে চামধৰা কিন্তু চামধৰাত ভৰি পিচলিলে তিষ্ঠিবৰ ঠাই নাছিল। কলীয়াবৰৰ ঐতিহাসিক গুৰুত্বও ইয়াতেই লুকাই আছে।

শ্যামলাগড় :—

এই বিখ্যাত গড়টি কামাখ্যা পাহাৰটিৰ ওপৰতে অৱস্থিত। সম্ভৱ সমৰ সজ্জাৰ সুবিধাৰ বাবে পাহাৰটিকে গড় স্বৰূপে ব্যৱহাৰ কৰিছিল। গড়টিৰ প্ৰাচীৰে কিন্তু বহুঠাই পৰিবেষ্টিত কৰি ৰাখিছে। মুছলমান ঐতিহাসিক পণ্ডিতসকলে এই গড়টিক শ্যামলাগড় বুলি কৈছে। বহুতো বুৰঞ্জী লিখকে এই গড়টিৰ অৱস্থান সম্পৰ্কে পৰিস্কাৰ সিদ্ধান্ত দিব পৰা নাই কিন্তু ডঃ ভূঞা আৰু ডঃ গগৈদেৱে গড়টিৰ সম্পৰ্কে সুন্দৰ অভিমত দিছে। ডঃ ভূঞাদেৱে তেখেতৰ গ্ৰন্থ "Aton Buragohain and his times"ত লিখিছে যে শিমলুগড় চামধৰা গড়ৰ বিপৰীতে ব্ৰহ্মপুত্ৰৰ দক্ষিণকুলত এটা পাহাৰৰ ওপৰত অৱস্থিত। গড়টি মানুহ আৰু প্ৰকৃতিৰ দ্বাৰা দুৰ্ভেদ্য হৈছে। গড়টিৰ অন্য অংশৰ চাৰিওফালে সুদৃঢ় গড় যাৰ কাষত আকৌ

---

[৪] ফুলচন্দন — ( বেণুধৰ শৰ্ম্মা ) দ্ৰষ্টব্য।

দ খাৱৈ। খাৱৈ জোঙাল জোঙাল বাঁহেৰে সালি ৰখা হৈছিল। ৫

আফগান সেনাপতি দিলেৰ খাঁ দাউদজাইৰ জীৱন বৃত্তান্তত খাহ নওয়াজখাঁৰ শিমলাগড়ৰ বৰ্ণনা পঢ়িলে বুৰঞ্জীৰ পাঠক মাত্ৰেই মোহিত নহৈ নোৱাৰে। নওয়াজখাঁই লিখিছে যে শিমলা গড় দুৰ্জয় আৰু গগণস্পৰ্শী আৰু তাক অৱৰোধ কৰা অতি দুৰূহ। দুৰ্গৰ দুয়োফালে বহল আৰু ওখ প্ৰাচীৰ। দক্ষিণফালে এই প্ৰাচীৰ চাৰিক্ৰোশ বিস্তৃত হৈ এটি ওখ পাহাৰত লাগিছেগৈ। উত্তৰৰ প্ৰাচীৰ তিনিক্ৰোশ বিস্তৃত হৈ এখন ভাঙৰ নদীত লাগিছেগৈ। দুয়ো প্ৰাচীৰৰ মাজত বুৰুজ আৰু বাহিৰে দ খাৱৈ। প্ৰত্যেক ঠাইতে সৰুবৰ অনেক হিলৈ সজাই থোৱা হৈছিল।

সলাগড় ঃ—

চুহুংমুঙৰ দিনৰ পৰা সলাগড় আৰু সলাকোঠৰ উল্লেখ আছে। প্ৰতাপসিংহৰ দিনত এই গড়টি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে চণ্ডি মন্দিৰৰ পৰা কাপালিকাটিলৈকে আৰু লুইতৰ পৰা পাকৰি গুৰি পাহাৰলৈকে সংযোগ আছিল।

চুহুংমুঙৰ দিনত ফ্ৰাচেনমুঙ বৰগোঁহাইৰ মৃত্যুৰ সময়ত ৰজা সলা-কোঠতে আছিল। মন কৰিবলগীয়া কথা এইয়ে যে উত্তৰপাৰৰ দৰে দক্ষিণপাৰতো সলাগড় আছে যিটোৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। গড়টি কুকুৰাকটাৰ উত্তৰ মূৰৰ পৰা পশ্চিমে ৰজা বাহৰৰ ওচৰলৈকে বিস্তৃত। বৰ্ত্তমান এই গড়ৰ ওপৰতে কলঙৰ তৃতীয় বান্ধ পৰিছে।

---

৫ "The fort of Simalugarh on the south bank opposite Samdhara was an impregnable one made so by nature and by man. It was situated on the top of a high hill with the Brahmaputra on the north and was surrounded on the other sides by a moat bristling with bamboo panjies or spikes." —Aton Buragohain and his times— Dr. S. K. Bhuyan. Page — 25.

৬ মীৰজুমলাৰ অসম আক্ৰমণ —ডঃ ভূঞা পৃঃ ৪২

**দিকলু গড় ঃ—**

জয়ধ্বজ সিংহৰ দিনত এই গড় বন্ধোৱাৰ কথা বুৰঞ্জীত থাকিলেও তাৰ চিন মোকাম এতিয়া নাই। সেইয়ে নাই দেওপানী গড়ৰো।

**কেচকাটি গড় ঃ—**

মিছাকোঠৰ পৰা পুৱফালে কিছু দূৰ আহি আকৌ উত্তৰলৈ বিস্তৃত হৈ মিছা জুৰিত লাগিছেগৈ। গড়টি নিৰ্ম্মাণ কৰোতে বোলে বহুত কেচু ওলাইছিল। আকো কোনোৱে কয় যে এই ঠাইত মানে অসমীয়াক কচুকটা দিছিল— মানুহক চাঙৰ ওপৰত তুলি জুই দি পুৰিছিল। এইফালৰ পৰা গড়টিৰ নাম কচুকটা বুলিও বহুতে কব খোজে।

**খৰাগড় ঃ—**

জয়সাগৰৰ পাৰত, গদাপাণিৰ স্মৃতি চিন। অনুমান কলীয়াবৰত বাহৰ কৰি থাকোতেই বা মোগলক ইটাখুলী ৰণত ঘটুৱাৰ আগতে নিৰ্ম্মাণ কৰাইছিল।

## কোঠ

**মিছা কোঠ ঃ—**

কলীয়াবৰৰ প্ৰধান কোঠ হ'ল পোতাকলঙ, মিছা, সালনা পাহাৰ, শিমলুগড় আৰু দিজুৰ কোঠ। এই কোঠৰ ভিতৰত মিছা কোঠটিহে জাকত জিলিকা হৈ আছে। এই কোঠটি বৈশিষ্ট্যপূৰ্ণ। কোঠটোত প্ৰৱেশ কৰিলে এটা দুৰ্গত প্ৰৱেশ কৰা যেন লাগে। মন কৰিবলগীয়া কথা এই যে কোঠটোৰ লগত কেইবাটাও গড় সংযোগ হোৱা দেখা গৈছে। দুখৰ কথা এই বিলাক ইতিমধ্যে ধ্বংস প্ৰাপ্ত হৈছে।

পোটাকলঙৰ কোঠে আমাৰ বাবে এক ডাঙৰ আদৰ্শ ৰাখি থৈ গৈছে যি আদৰ্শ হল দেশৰ বাবে জীৱন বলীদানৰ। ডঃ ভূঞাই মীৰজুমলাৰ অসম আক্ৰমণত লিখিছে যে লেচাম হাতীবৰুৱাই গড়ৰ ভিতৰৰ পৰা

গুলাই আছি মুছলমানৰ লগত ৰণ কৰি অসাধাৰণ বলবীৰ্য্য দেখুৱাই প্ৰাণ হেৰুৱাইছিল। মুছলমানে হাতীবৰুৱাৰ সাহপিত্ত জুখিলে বুকুৰ কলিজা ফালি। হাতীবৰুৱা ৰণত পৰাৰ পিচতো অসমীয়া সৈন্যই প্ৰাণটাকি ৰণ কৰিছিল। তেওঁলোকৰ পৰাজয় নহ'লহেঁতেন, কিন্তু নগঞা ভোটাই ডেকাই শত্ৰুক পোতাকলঙ আৰু দিজুৰ কোঠত সোমাবলৈ বাট দেখুৱাই দিছিল। কোঠৰ চৰ্দ্দাৰ পুনাই বৰা উপায়ন্তৰ হৈ সলাই পলাই গৈছিল। এফালে দেশপ্ৰেমৰ আদৰ্শ আৰু আনহাতেদি বিশ্বাসঘাটকতা আৰু দেশ-দ্ৰোহীতাৰ কলঙ্কিত বুৰঞ্জী উযোখনেই একে সময়তে ৰচনা হ'ল। ওপৰোক্ত দিজু কোঠটিয়ে বৰ্ত্তমান মিছাকোঠটিকে বুজাব পাৰে কাৰণ সেইটোৱেই সেই ঠাইৰ সুদৃঢ় কোঠ। ইয়াৰ বাহিৰেও কমলেশ্বৰ সিংহৰ দিনত উত্তৰ পাৰে ডফলা আৰু মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ চিলাবন্ধা বিলৰ কাষত কোঠ মাৰিছিলাহ।

# বাহৰ

কলীয়াবৰত দুটি বাহৰৰ নাম পোৱা হৈছে— তাৰে এটা হৈছে ৰজাবাহৰ আৰু অন্যটি হৈছে বাঙলীবাহৰ।

ৰজাবাহৰ চুকাফাৰ দিনতে স্থাপিত। ভূঞা আগমনৰ বুৰঞ্জীত এই কথা স্পষ্ট। এই ৰজাবাহৰতে সেই বৈশিষ্ট্যপূৰ্ণ নীল বট গছজোপা। পূব-দক্ষিণে কলঙ আৰু উত্তৰত হাতীমূৰা আৰু কামাখ্যা পাহাৰেৰে ঠাইডোখৰ স্বাভাবিকতে সুৰম্য আৰু সুৰক্ষিত। অন্যহাতেদি শ্যামলী পাতেৰে শোভিত বৰগছ জোপাই মানুহৰ মন সুদূৰৰ পৰাই আকৃষ্ট কৰিছিল।

অন্যটি বাহৰ হ'ল বাঙলীবাহৰ। প্ৰতাপ সিংহই বাঙলীবাহৰ সজোৱাৰ কথা তামুলী ফুকনৰ বুৰঞ্জীয়ে কয়। এই বাহৰ দুটিৰ উপৰিও ৰুদ্ৰসিংহ, চক্ৰধ্বজ সিংহ আৰু ৰাজেশ্বৰ সিংহযো বাহৰ সজোৱাই থকাৰ কথা বুৰঞ্জীয়ে কয়।

# মৈদাম

**ৰূপসন্দিকৈৰ মৈদাম :—**

এই মৈদামটিয়েই কলীয়াবৰৰ প্ৰসিদ্ধ মৈদাম বুলি পৰিগণিত। মৈদাম টিৰ গাম্ভীৰ্য্যতালৈ চাই বহুতে তাক লাচিত বৰফুকনৰ মৈদাম বুলি কব খোজে। কোনোৱে আকৌ ইয়াক ল'ৰাৰজাৰ মৈদাম বুলি কয়। ল'ৰাৰজা দক্ষিণপাটীয়া গোঁসাইৰ প্ৰিয় শিষ্য কাৰণে গোঁসায়ে এই ঠাইত মৈদাম দিয়াই বুলি অনুমান। কিন্তু যিহেতু ইয়াৰ নাম ৰূপদোল বুলি মানুহৰ মুখে মুখে চলি আহিছে তেনেক্ষেত্ৰত এই মৈদামটি লাচিত বা ল'ৰাৰজাৰ বুলি কৈ দিব নোৱাৰি।

**বৰবৰুৱাৰ মৈদাম :** শিলঘাট মাউট গাৰ্ডত।

# আলি

**ম'হবৰা বা মহেবন্ধা আলি :**

এই আলিটো চামধৰা গাঁৱৰ কাষেদি দেউৰীচিলাবন্ধা হৈ লাওখোৱা পৰ্য্যন্ত গৈছেগৈ। এই আলিৰ কাষেদি কদম খুঁতি গৈছে। শুনা যায় ম'হবৰাই হাতীৰ পিঠিত মাউট তুলি দি সেই মাউট নেদেখা কৰি সেই আলিটো বন্ধাইছিল। কামাখ্যা পাহাৰৰ শ্যামসাগড়ৰ প্ৰাচীৰৰ পৰা চামধৰা গড়ত লগাই সম্ভৱ পশ্চিম দিশ দুৰ্ভেদ্য কৰিবলৈ চেষ্টা কৰিছিল এই আলিটো সংযোগ কৰি।

ম'হবৰা এৰ কৰ্ত্তব্যপৰায়ণ লোক আছিল বুলি শুনা যায়। তেওঁৰ কাৰণে সত্ৰাধিকাৰসকলে মৰমত তামোল আগবঢ়ালে তেওঁ সেই তামোল নাখাই আলিটোৰ দ ঠাইত পেলাই দিবলৈ কয়। তাৰ দ্বাৰাই তেওঁৰ কৰ্ত্তব্যপৰায়ণতা আৰু ৰাজসেৱাৰ যি নিদৰ্শন ডাঙি ধৰিলে সি সচাঁকৈয়ে প্ৰশংসনীয়। এই আলিৰ কীৰ্ত্তি কমলেশ্বৰ সিংহৰ।

**গাভৰু আলি :**

এই আলিটো ম'হবৰা আলিৰে অংশ যেন অনুমান হয়। এই অংশ

ওখ আৰু বৰ বহল বাবে গাভৰু আলি নাম দিব পাৰে। ব্ৰহ্মপুত্ৰৰ পানীয়ে এই অংশত বিৰাট হেঁচা দিয়ে বাবে এই আলিটো এনে দৰে নিৰ্ম্মাণ কৰাৰ আৱশ্যক হৈছিল। উল্লেখযোগ্য যে আলিটোৰ এই অংশত চটাই আলিৰ দৰে বৃহৎ আহঁত গছ দেখা যায়।

## চটাই আলি :

প্ৰতাপসিংহৰ স্মৃতিৰে বিমণ্ডিত এই আলিটো কলীয়াবৰৰ এটা বৈশিষ্ট্যপূৰ্ণ আলি। আলিটো খজাবাহৰৰ কিছু ওচৰৰ পৰাই আৰম্ভ হৈ ইফালে চামধৰা গড় য'ত সংযোগ হৈছেগৈ তালৈকে গৈছেগৈ। আলিটো ৰাতি জোৰ বান্ধি তৈয়াৰ কৰিছিল বুলি শুনা যায়। জোৰবান্ধি তুই চটিয়াই আলিটো পোন কৰা হৈছিল। আলিটিয়েদি বোলে চাৰিটা হাতী জোৰ পাতি যাব পৰাকৈ বন্দোৱা হৈছিল। বৈশিষ্ট্যপূৰ্ণ কথা এইয়ে যে এই আলিটোৰ কাষে কাষে ৰূপ সন্দিকৈৰ মৈদাম, ভৰালী নামঘৰ, বচাদৈয়া গাওঁ, চৰাই খোলা ( চৰাই খেদা ) অৱস্থিত। দুখৰ কথা আলিটো মানুহে কাটি-চিঙি বহু ঠাইত তাৰ অস্তিত্বই শেষ কৰি দিছে।

## ৰাজখোৱা আলি :

এই আলিটো চতিয়াল, বকৰাচুকৰ পৰা আখিবঙ্গা গাঁৱিকুৰিত সংলগ্ন হৈছে। তাৰ পৰা পহুকটা আলিৰে চটাই আলিত মিলিত হৈছে। আলিৰ কাষে কাষে নিৰ্দ্দিষ্ট প্ৰণালীত আহঁত গছ দেখা যায়। এই আলিটো চতিয়াল অঞ্চলৰ মূল যাতায়তৰ সম্বল। এই পথেদিয়েই বোলে ভৰালী বৰুৱাই সুন্দৰ হাজৰিকাৰ কন্যা কমলাক বিয়া কৰাই নিছিল। ৰাজখোৱা আলিত তাহানি ফাকুখেলি সকলো ৰাইজ ( সম্ভৱ গোটেই চতিয়ালৰ ) গোট খাইছিলগৈ আৰু তাত খেলিহে ঘৰাঘৰি গৈছিল। ফাকুখেলা আহঁতে তাৰেই বাৰ্ত্তাবহন কৰি আছে। এই আলিৰ পৰা আকৌ গড়ৰ টিকালৈ যোৱা আলি।

## ঢেকীয়াল ফুকন আলি :—

এই আলিটো কুঠবীত। দিফলুৰ কাণে কাণে বোলে আছিল। ইয়াৰ কিন্তু চিন মোকাম এতিয়া নাই। উল্লেখযোগ্য যে মোৱামৰীয়া বিদ্রোহৰ সময়ত ঢেকিয়াল ফুকনে সৈন্য সামন্তৰে উজাই আহি পূর্ণানন্দ বুঢ়াগোঁহাইক সহায় কৰিছিলহি।

## গোঁহাই আলি :—

কুঠবীতে। সম্ভৱ সলাল গোঁহাইৰ কীর্ত্তি।

## জোৰ বন্ধা আলি :

নিজ কলীয়াবৰৰ ওচৰৰ পৰা কলঙৰ পাৰে পাৰে যোৱা আলিটোক জোৰ বন্ধা আলি বুলি কয়। সম্ভৱ ৰাতি জোৰ লৈয়েই বন্ধা হৈছিল।

## চিকিৰি আলি :—

চিকিৰি আলি এতিয়া চিকিৰি গৰু বাট। এই আলিটো চটাই আলিৰ পৰা অনুমান ৰাঙলু গড় পর্য্যন্ত যাবলৈ পাৰে বা চিকনি-সলাল সংযোগ কৰি তৈয়াৰ কৰিব পাৰে।

## বাঘৰ আলি :—

পূবথৰীয়াৰ গুৱালবৰুৱা চুকত।

## হাওৰা আলি :—

চামগুৰি সত্ৰৰ উত্তৰ পশ্চিম দিশে এই আলিটো অৱস্থিত। আলিটো সংযোগ হৈছে পানীজানৰ ওচৰত।

## বজাবাহৰ আলি :—

কমলেশ্বৰ সিংহৰ দিনত বজাবাহৰ আলি নির্ম্মাণ হোৱাৰ কথা তামুলীফুকনৰ বুৰঞ্জীত উল্লেখ আছে। উল্লেখযোগ্য যে বজাবাহৰৰ

মাজখণ্ডত বহুতো সৰু বৰ আলিৰ চিন দেখা যায়। অৱশ্যে জোৰবন্ধা আলিটোও এই আলি হ'ব পাৰে।

**ছয়গাওঁ আলি ঃ—**

কুৰুঁৱাটোলৰ পৰা শিলঘাটলৈ যোৱা আলিটোক ছয়গাওঁ আলি বুলি কয়। সম্ভৱ এই আলিটিকে আশ্রয় কৰি ছখন গাওঁ বহিছিল। এই ছখন গাওঁ নিশ্চয় লাঙ্গি, তেলীয়া. জয়ন্তীপুৰ, চিলাবন্ধা, চামধৰা, বাঘৰ চুকেই হ'ব।

## পুখুৰী

**ভবালী বৰুৱা'ৰ পুখুৰী ঃ—**

চন্দ্ৰধ্বজ সিংহৰ দিনত থিক শৰাইঘাটৰ ৰণৰ আগে আগে যি ভয়ানক পানীৰ আকাল হৈছিল সেই আকাল দূৰ কৰিবলৈ ভৱালী বৰুৱাই জয়সাগৰৰ পাৰত পুখুৰী খন্দোৱাইছিল। জয়সাগৰ পুখুৰীয়ে সেই স্মৃতি এতিয়াও ৰক্ষা কৰি আহিছে। এই সম্বন্ধে এটা কাহিনী আছে— পানীৰ আকালত প্ৰজাৰ হাহাঁকাৰ হ'লত ভৱালীবৰুৱাই জয়সাগৰৰ পাৰত পুখুৰী খন্দালে হয় কিন্তু পানী নোলাল। তেওঁক ৰাতি সপোন কৰালে যে তেওঁৰ সাতজনী ঘৈণীয়েকৰ সৰুজনীক জলকুঁৱৰীক উৎসৰ্গা কৰিলে পানীৰ আকাল দূৰ হ'ব। প্ৰজাবৎসল ভৱালী বৰুৱাই প্ৰজাৰ হিতৰ বাবে সৰুজনী ঘৈণীয়েকক জলকুঁৱৰীৰ নামত অৰ্পণ কৰিছিল। ৰাইজে গোলে গায়ন-বায়নৰ জোৰাৰে সৰুজনী ঘৈণীয়েক কমলাক নি পুখুৰীত উৎসৰ্গা কৰিছিল।

## সেতু

**কলীয়াভোমোৰা দলং ঃ**

কমলেশ্বৰ সিংহৰ দিনত প্ৰতাপবল্লভ কলীয়াভোমোৰা বৰফুকনে বিশেষকৈ সামৰিক সুবিধাৰ বাবে গভীৰ ভাৱে চিন্তা কৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ

আৰু দক্ষিণ কূল সংযোগ কৰি সেতু নিৰ্ম্মাণ কৰিবলৈ আগবাঢ়িছিল। কলীয়াভোমোৰাই অসংখ্য খুটা কাটি সেতুৰ যো-জা কৰোঁতেই তেওঁৰ মৃত্যু হ'ল আৰু তেওঁৰ সপোন বাস্তৱত পৰিণত নহল। কিন্তু এই সপোন আঁজি বাস্তৱত পৰিণত হ'ব— কলীয়াভোমোৰা দলং নিৰ্ম্মাণেৰে।

# পুৰণি বাৰী-ঘৰ

## সলাল গোঁহাইৰ বাৰী :

পিচৰ অধ্যায় অৰ্থাৎ ইতিহাস প্ৰসিদ্ধ ঠাই সমূহৰ আলোচনাত বাৰী আৰু পুখুৰী সমূহৰ কথা উল্লেখ কৰা হৈছে। সেইবোৰৰ ভিতৰত তিনিখন বিশিষ্ট বাৰী হৈছে ফুকনৰ বাৰী (বৰফুকনৰ দোপদৰ), সলাল গোঁহাইৰ বাৰী আৰু বৰবৰুৱাৰ বাৰী। ইয়াত মাত্ৰ সলাল গোঁহাইৰ বাৰীৰ বিষয়ে কিছু কথা উল্লেখ কৰিম। এই বাৰীখন সলাল বাগিছাৰ দক্ষিণে অৱস্থিত। বুঢ়া আম কঠালবিলাকে সেইকথা ঘোষণা কৰি আছে। বৰজুৰিৰ কাণে কাণেই হাতীগাওঁ চাহবাগিছা পৰ্য্যন্ত সলাল গোঁহাই আৰু নগৰ সলালৰ অৱস্থান আছিল বুলি সহজেই অনুমান হয়। পিচকালে পাহাৰ (বালক পাহাৰ কাৰ্বি আংলোং) ৰ চৰতে চটাই আনিবৰে সুবিধাৰ বাবে গোঁহাইক সেই ঠাইত স্থাপন কৰা হৈছিল। এই ঠাইত তিনিটা ডাঙৰ পুখুৰীও আছে। মানৰ আক্ৰমণৰ পাচত গোঁহাই সালনা বৰজুৰি পাহাৰৰ দক্ষিণে থল গঙ্গাৰ পাৰত থাকেগৈ। কুঠৰীত যিখন গোঁহাই বাৰী, সেইখনো সলাল গোঁহাইৰ বাৰী বুলিয়েই অনুমান। কাৰণ তাহানি সলাল সালনাইদি মধ্য অসমলৈ যোৱা গোপন পথ আছিল। গতিকে সময়ত তেওঁ সৈন্য পৰিচালনাৰ বাবে কুঠৰীতো থাকিব পাৰে। কাৰণ মাজুলীলৈকে তেওঁৰ শাসন আছিল। ডঃ ভূঞাই "Anglo-Assamese Relations" নামৰ গ্ৰন্থত লিখিছে— "সলাল গোঁহাই মাজুলীৰ পূব মূৰকে ধৰি ব্ৰহ্মপুত্ৰ আৰু কলং নদীৰ মাজৰ ঠাইৰ শাসনকৰ্ত্তা।

তেওঁৰ শাসনৰ অধীনত চাৰিদুৱাৰৰো এক অংশ পৰিছিল । তেওঁৰ মূল শাসনকেন্দ্ৰ আছিল কলীয়াবৰত য'ত তেওঁ লাগতিয়াল সৈন্য বাহিনী ৰাখিছিল যাৰে ভূটিয়া. মিৰি আক দফলা আক্ৰমণ প্ৰতিহত কৰিছিল ।



# চতুর্থ অধ্যায়

## ইতিহাস প্রসিদ্ধ ঠাই।

**পূৰথৰীয়া ঃ—**

ভূঞাসকল প্ৰথমে আহি থৰ লোৱা (মুঠ হৈ থকা) ঠাইৰ পৰাই এই নামৰ জন্ম। আগতে নাম আছিল পূৰ্ব্বথৰীয়া ; ইয়াৰ পিচত পূৰথৰীয়া ৰূপে বিখ্যাত হ'ল। ভূঞা বুৰঞ্জীখনে পূৰথৰীয়াৰ ভূঞাসকলৰ বিষয়ে এটি সুন্দৰ চিত্ৰ দাঙি ধৰিছে। সেই বুৰঞ্জীখনৰ আলমতে এই বিষয়ে আলোচনা কৰিম। তাৰ আগতে দুই এটি কথা উন্মুকিয়াৰ খুজিছোঁ। অসমৰ পূৰ্ব্বকালে যিসকল ভূঞা পথমতে বাস কৰিছিলহি সেই সকলে নিজকে আঁৰিমত্তৰ মন্ত্ৰী সমুদ্ৰৰ পুত্ৰ শান্তনু আৰু সামন্তৰ বংশধৰ বুলি পৰিচয় দিয়ে। শান্তনু আছিল বৈষ্ণৱ আৰু সামন্ত আছিল শাক্ত। শান্তনুৰ পুত্ৰসকল আছিল নৰ্গাৱত আৰু সামন্তৰ পুত্ৰসকল আছিল লক্ষ্মীমপুৰত। এই সান্তনুৰ পুত্ৰসকল এসময়ত গঙ্গাৰ পাৰত বাস কৰিছিল কিন্তু তেওঁলোক মুচলমানৰ আক্ৰমণত পূৰ্ব্বকালে আহি আহি এসময়ত কমতাৰজাৰ তলত বাস কৰিছিলহি। এই সম্বন্ধে কনকলাল বৰুৱাদেৱৰ Early History of Kamrupa ৰ ১৮৯ পৃষ্ঠাতো আছে—

"... .. ..These Bhuyans were Originally in Kanauj. When the Muslims occupied that country and began to kill cows and Brahmans, they migrated to Gaur, There also the muslims followed them and committed atrocities on the Hindus The Bhuyans then removed themselves to Kamata and settled there."

এই ভূঞাসকলে আকৌ কামৰূপত বাস কৰিবলৈ লৈ ঠাইৰ নাম দিলে কনৌজপুৰ। অনুমান হয় দুৰ্লভ নাৰায়ণৰ দিনত যি কেইটা কনৌজপুৰীয়া পৰিয়াল আহি পুৱ কামৰূপত বাস কৰিছিলহি সেইসকলকলৈ ৰজাই নিজৰ ৰাজ্যখন শক্তিশালী কৰাৰ ইচ্ছা কৰিছিল। কাৰণ ইতিমধ্যে সেই অংশত দেওঁলোকৰ শাসন দুৰ্বল হৈ পৰিছিল। বৰুৱাদেৱে একে গ্ৰন্থতে কৈছে—

"It appears that during Durlov Narayan's reign some families of this colony (Kanaujpur) were settled by him in Eastern Kamrupa where the authority of the Kamata Kings were getting weaker and weaker.."

বৰুৱাদেৱৰ এই কথাৰ সুৰতে সুৰ মিলাই ভূঞা বুৰঞ্জীখনে কৈছে। এতিয়া তলৰ কথাখিনি চাওক।

কমতাৰ ৰজাই কনৌজপুৰৰ পৰা অহা ব্ৰাহ্মণ আৰু কায়স্থ ভূঞা সকলক প্ৰথমতে বন্দুকা নামে ঠাইত থাকিবলৈ দিহা কৰি দিছিল। কিন্তু পৰ্ব্বতীয়া নদীৰ উৎপাতত সেই ঠাই এৰি কাজলী মুখলৈ আহিল। তাত লেঙ্গিমাগুৰি নামে ঠাইত বাস কৰিলেহি কিন্তু তাতো কপিলীৰ অত্যাচাৰত থাকিব নোৱাৰি কমতেশ্বৰক অন্য ভাল ঠাই খুজিলে। কমতেশ্বৰে তেতিয়া সৌমাৰলৈকে য'তে ভাল ঠাই পায় তাতে থাকিবৰ বাবে আদেশ দিলে। ভূঞা সকলে এই আদেশ পাই নাও আৰু ঠাই দেখুৱা মানুহ সুবৰ্ণ কটকীক লগতলৈ পুৱফালে আগবাঢ়ি আহিল। দুখন নাৱেৰে শ্ৰীহৰি আৰু চণ্ডীবৰ কায়স্থ আৰু ৰঘুপতি, লোহাৰ আৰু বায়ন— এই তিনিজন ব্ৰাহ্মণ ব্ৰহ্মপুত্ৰইদ আহি শিঙ্গৰীৰ বিপৰীতে থকা আলি পুখুৰীত উপস্থিত হ'ল। বাকী পাঁচখন নাৱত হৰি, শ্ৰীপতি, শ্ৰীধৰ, চিদানন্দ, সদানন্দ, কৃষ্ণপণ্ডিত, ৰামবৰ, ধৰম আৰু মথুৰা— এই নজন কপিলীৰে উজাই কলঙেদি আহি কলীয়াবৰৰ বৰভাগ কছাৰীৰ নগৰ পাই তাতে থাকিল। বৰভাগত মাটিৰ কথা সোধাত তেওঁৰ পিতৃ দুলাল কছাৰী ৰজাৰ ওচৰলৈ ভূঞা সকলক পঠাই দিলে। দুলালে

সুবর্ণ কটকীৰ পৰা সকলো বুজিব পাৰি ঠাই দিবলৈ মাস্তি হল আৰু তেওঁৰ সক পুত্ৰ দিচিয়ালৰ পশ্চিম খণ্ড মাটি ভূঞা সকলক দেখুৱাই দিলে। পশ্চিম মূৰত শ্ৰীধৰ, মধ্যত শ্ৰীপতিৰ পুত্ৰ কাজলী ভূঞা থাকিবলৈ ললে। প্ৰথমে ভূঞাসকল আহি থিতাপি লোৱা ঠাইখণ্ডই হ'ল পূৰ্ব্বথৰীয়া বা পুৰথৰীয়া। পুৰথৰীয়াত গাওঁ স্থাপন হোৱাৰ লগে লগে কনৌজৰ পৰা ভূঞা সকল আহি কলীয়াবৰ ভৰি পৰিলহি। ইয়াৰ ফলত কছাৰিবিলাকে নিজৰ ঠাই এৰি আঁতৰি যাবলৈ আৰম্ভ কৰিলে।

হৰি, চিদানন্দ আৰু সভানন্দ এইলোক তিনিজন কলঙৰ দক্ষিন পাৰে বহিল। ব্ৰাহ্মণ চাৰিজনৰ কৃষ্ণপণ্ডিত চতিয়াললৈ আহিল। ৰামবৰ আৰু মথুৰাক দুগ্নাৰে উপাসনা কৰা মাধৱৰ পূজাৰি কৰি মাটি বাৰী দি ৰাখিলে। পুৰথৰীয়াত প্ৰথমে অহা নজনৰ তিনিজন থাকিল। এই সকল হ'ল ব্ৰাহ্মণৰ বায়ন, কায়স্থৰ শ্ৰীপতিৰ পুত্ৰ কাজলী ভূঞা আৰু শ্ৰীধৰ ভূঞা। প্ৰথমতে অহা ভূঞা সকলৰ লগত কমাৰ, কুমাৰ আৰু কৈবৰ্ত্তৰ দুজনকৈ বৃত্তিয়াল লোক আহে। পিচত অহা ভূঞাসকল পূৰ্বতে অহা ভূঞা সকলৰ সহায়কাৰী হৈ বহিছিল সি যি কি নহওক নৱদ্বীপ, বন্দুকা, কেতাহি আৰু কনৌজৰ পৰা বিভিন্ন মানুহ আহি কলীয়াবৰ ভৰি পৰিলহি। কলীয়াবৰত লোকবসতি বাঢ়ি যোৱাৰ কাৰণে কমতেশ্বৰে ভূঞাসকলক (পূৰ্ব্বতে অহা) সকলোৰে ওপৰত মূৰব্বী পাতিলে। ভূঞা সকলে কাজলীক মুখীয়াল পাতিলৈ শাসন চলাবলৈ ধৰিলে। ভূঞাসকল অস্ত্ৰ-সস্ত্ৰ বিদ্যা বুদ্ধিত পাৰ্গত আছিল।

শ্ৰীধৰৰ পুত্ৰ বিষ্ণুবৰ আৰু তেওঁৰে পুত্ৰ হ'ল হৰিহৰ। এই হৰিহৰৰ দিনতে চুকাফাই সৌমাৰত থকা চিংফৌ. মৰাণ, চুতীয়া, বৰাহী কছাৰী আদি জাতিক জয় কৰি কলীয়াবৰ পালেহি। ইয়ালৈ আহি আহোম সৈন্যই ব্ৰহ্মপুত্ৰৰ পাৰত হাতীমূৰা পাহাৰৰ ওচৰত বাহৰ সাজি ভূঞাসকলৰ ওচৰলৈ দূত পঠাই যুদ্ধ আহ্বান কৰিলে। পাচত দূতে ভূঞা সকলক যি কথা কলেহি সেই কথাৰ একো অৰ্থ বুজি নাপালে। সেই কাৰণে

ভূঞাসকলে চাৰিজন লোকৰ হাতত পত্ৰ দি কলে যে যদি পত্ৰৰ কথা বুজি নাপায় তেন্তে তেওঁলোকক ভূঞা সকলৰ ওচৰলৈ মাতিছে বুলি কব। অৱশেষত পত্ৰৰ কথা বুজিব নোৱাৰাত বুঢ়াগোঁহাই, বৰগোঁহাইবে আঠজন লোক আৰু লগত আঠজন সৈন্যেৰে ভূঞাসকলৰ সমাজ পালেহি। ভূঞাসকলৰ সমাজত তেওঁলোকে একো কথা নকলত তেওঁলোকক কেইদিনমান ৰাখিলে। তেওঁলোকে ভূঞাসকলৰ পাণ্ডিত্য পূৰ্ণ কথা-বতৰা আৰু শাসন দক্ষতাৰ কথা চুকাফাক কোৱাত চুকাফা নিজে আহি জখলাবন্ধাৰ ওচৰত কলঙৰ উত্তৰপাৰে বাহৰ সাজি তাৰ পৰা ভূঞাসকলৰ ওচৰলৈ অহাযোৱা কৰি থাকিবলৈ ধৰিলে। ভূঞা সকলৰ ব্যৱহাৰত চুকাফা আচৰিত হল। হবৰে কথা কাৰণ সৌমাৰত তেতিয়া ভূঞা সকলৰ দৰে বিদ্বান আৰু জ্ঞানীলোক নাছিল। চুকাফাই শাসনত সহায় কৰিবলৈ কেইজনমান পণ্ডিত আৰু কাৰ্য্যদক্ষলোক ভূঞাসকলক খোজাত তিনিজন পণ্ডিত ব্ৰাহ্মণ আৰু সাতজন কায়স্থ পণ্ডিত দিলে।

ৰাজসভাত ৰখা দুজনক লেখাৰু কৰি ৰাখিলে। তাৰ ভিতৰত এজন হ'ল গাঁৱলীয়া লেখাৰু। বাকী চাৰিজনক মাটি-বাৰী দিবৰ বাবে কাকতী পাতিলে। ব্ৰাহ্মণ দুজনক পণ্ডিত পাতি পঢ়াশালি স্থাপন কৰি দিলে আৰু এজনক পাতিলে বেজ। ভূঞাসকল মেটেকা পথাৰতে থাকিম বুলি কোৱাত আহোম সকলে ৰাজধানী আনি ওচৰতে স্থাপন কৰিলে। কিছুদিনৰ পাচত ভূঞা সকলৰ ভাষা আহোমসকলে বুজি ললে।

ভূঞাসকল সৌমাৰত কিছুদিন থাকোতেই ইঘৰ সিঘৰ কৰি বহুত মানুহ গৈ সৌমাৰত বাস কৰিবলৈ ধৰিলে। চুকাফাৰ মৃত্যুৰ পাচত তেওঁৰ পুত্ৰ চুতেউফা ৰজা হয়। তাৰ পাচত চুখাংফাই ভূঞাসকলক জয় কৰিবলৈ সৈন্য পঠায়। এনেকাৰ্য্যত কৰ্মচাৰী হৈ থকা ভূঞাসকলক গাঁৱলীয়া লেখাৰুৱে গাওঁ-চাওঁ ভাঙি কলীয়াবৰলৈ লৈ আহিল। তেতিয়াৰ পৰা গাঁৱলীয়া লেখাৰুৱে নাম পালে গাওঁ ভঙা লেখাৰু। গাঁৱলীয়া লেখাৰুৱে এই কাৰ্য্যত বহুতদিন বিষয় বাব পোৱা নাছিল।

শ্ৰীধৰৰ নাতি হৰিহৰৰ পুত্ৰ দামোদৰ আৰু সেই দামোদৰৰ পুত্ৰ কৃষ্ণৰামৰ

দিনতে মহাপুৰুষ শঙ্কৰদেৱ জন্ম হৈ পবিত্ৰ বৈষ্ণৱ ধৰ্ম প্ৰবৰ্ত্তন কৰি অন্ত্যজাতিকো মহন্ত পাতিলে। কছাৰী, বৰাহী আদি জাতিক ঈশ্বৰ ভক্ত পাতি উত্তম হিন্দুলৈ নিছিল।

কৃষ্ণৰামৰ পুত্ৰ জয়ৰাম গৰ্ভত থাকোতেই কৃষ্ণৰামৰ মৃত্যু হ'ল। জয় ৰামৰ পুত্ৰ হৰিৰাম। এই তিনি পুৰুষত আহোম ৰজাই যদিও তলতীয়া কৰি লৈছিল শাসনৰ ভাৰ ভূঞাসকলৰ ওপৰতে দিছিল। হৰিৰাম ভূঞাৰ দিনত কলীয়াবৰলৈ বৰফুকন আনি বহুৱায়। মোমাই তামুলী বৰবৰুৱাই তেতিয়া'ই নগাওঁ পাতে আৰু কলীয়াবৰতো পুৰণবীয়াত তুশঘৰ পুৰাই গাওঁ পাতি কাজলীৰ পৰিনাতি কনাইক শইকীয়া পাতে আৰু চতিয়ালত তুশ ঘৰ পাতি শইকীয়া পাতিলে বলাইক। তাৰ লগে লগে হাজৰিকা, বৰা আদি বিষয় উলিয়াই ভূঞা সকলক সেই বিষয় দিবলৈ ধৰিলে। হৰিৰামৰ পুত্ৰ পৌৰাম। এই পুৰুষতো আহোম ৰজাৰ বিষয়-বাব পোৱা নাছিল। এওঁৰ পুত্ৰ শুকমুনি, জগন্নাথ আৰু সনাতন। এই পুৰুষত শুকমুনি ৰজাঘৰীয়া গায়ন হৈ শিলৰ খুটা মৰা মাটি ভোগ কৰিছিল। জয়ধ্বজ ভৰালীবৰুৱাৰ জীয়েকক জগন্নাথলৈ বিয়া দি বৰ শইকীয়া পাতি (শতাধিপ) দিয়াত পৌৰাম ভূঞাই তেওঁলোকৰ ভূঞাৰ নাম সনাতনত থাকিবৰ কাৰণে ইচ্ছা কৰিলে। পাচে ভৰালীবৰুৱাই আগলৈ বিষয় নাপালে লোকে নামানৰ বুলি অনেক বুজোৱাত "বাৰু ভূঞাৰ নাম ৰাখি বিষয় দিয়াবি" বুলি কোৱাত বৰফুকনৰ ওচৰত পৰামৰ্শ কৰি ৰাজসভালৈ গৈছিল।

ওপৰত কোৱা ভৰালীবৰুৱায়েই ভৰালীবৰুৱা পুখুৰী খন্দোৱাইছিল।

কুঠৰী :—

দক্ষিণে গভীৰ ওখচাপৰ মিকিৰ পাহাৰৰ শাৰি, উত্তৰে বিশাল ব্ৰহ্মপুত্ৰ আৰু কাজিৰঙাৰ গভীৰ অৰণ্য, পশ্চিমে কাঞ্চনজুৰি আৰু বুঢ়া পাহাৰৰ মাজৰ ঠাইখনেই কুঠৰী। পুবৰ বাগৰি আৰু দিৰিং নৈ আৰু পশ্চিমৰ মালিনী তুপো কুঠৰীৰ বক্ষত সোমাই পৰিছে। যথা দিফলু, দিৰিং,

দেওপানী, ভালুক জুৰি, হাৰমতী, নজান, শিঙ্গিজুৰি আৰু কাঞ্চনজুৰিৰে কুঠৰী বিধৌত। বাঘমাৰি, গেলাবিল; পেলুবিল আদি বিলেৰে কুঠৰী জিপাল।

কুঠৰী নামটি সম্ভৱ কোট্টৰী বা কোটৰীৰ পৰা উদ্ভৱ হৈছে। সংস্কৃতত কোটৰী, কোটবি আৰু কোট্টাবি "উলঙ্গ নাৰী" অৰ্থাৎ দিগম্বৰী যিটোৱে ভাৰতীয় দেৱীক বুজায়। দি, চি চৰকাৰৰ "শক্তিপীঠ' ( Sakta Pithas ) গ্ৰন্থৰ মহাপীঠ নিৰূপনম্ অংশত কৈছে "ব্ৰহ্মৰন্ধ্ৰং হিঙ্গুলায়াং ভৈৰৱী ভীম লোচনঃ। কোট্টৰী সা মহাদেব ত্ৰিগুণা যা দিগম্বৰী॥" গতিকে নিসন্দেহে কব পাৰি যে কুঠৰী এসময়ত শাক্ত উপাসনাৰ ঠাই আছিল। ওচৰৰ হাতীমুৰাৰ দুৰ্গা মন্দিৰ আৰু বুঢ়ীমাই থানে তাৰেই সংকেট দি যায়।

আকৌ কোঠৰ পৰাও ঠাইখণ্ডৰ নাম কুঠৰী হৈছে বুলি ভাবিবৰ থল আছে কিয়নো শুনা যায় তুৰ্ব্বকৰ ৰণত আমাৰ সৈনাই এই ঠাইত কোঠ মাৰিছিল। কুঠৰীৰ দক্ষিণে পাহাৰৰ ওচৰত থকা গোঁহাই গাওঁ আৰু সেই গাঁৱলৈ যোৱা বজা আলিয়ে ঐতিহাসিক গুৰুত্ব ডাভি ধৰিছে। ।াহাই গাঁৱত এটি পুখুৰী আছে আৰু তাত কেইবছৰমানৰ আগলৈকে টি বৰটোপ পৰি থকা দেখা গৈছিল।

এই ঠাইত আদিতে মিকিৰ কছাৰী মানুহে বাস কৰিছিল। কছাৰী গাঁৱে কছাৰীসকলৰ বসতিৰ কথা প্ৰমাণ কৰিছে। মালিনীতুপৰ মালিনী বোলে বাণাসুৰৰ মালিনী আছিল।

কুঠৰীৰ এতিয়াৰ মানুহবিলাক মানৰ আক্ৰমণৰ পিচত আহি বহিছেহি। প্ৰথমতে পাম পাতি তাৰ পিচত গাওঁ গঢ়িলে। কুঠৰী এতিয়া অসমৰে এখন আকৰ্ষণীয় ঠাই। এই আকৰ্ষণৰ মূল প্ৰাকৃতিক সৌন্দৰ্য্য, সম্পদ বন্যজন্তু আৰু নিৰ্জন অৰণ্য। এই সমূহে কবি, চিত্ৰকৰ আৰু ভ্ৰমণকাৰীক হাতবাউলীদি মাতে। কুঠৰীৰ লগত শিল্পীপ্ৰাণ চন্দ্ৰফুকনৰ চন্দ্ৰজ্যোতি নিবিড়ভাৱে মিহলি হৈ আছে।

**কাজিৰঙ্গা ঃ—**

ই কাৰ্বি শব্দ— "কাজিৰ — এ—বং "ৰ পৰা উদ্ভৱ হৈছে। "কাজিৰ — এ— বং "ৰ অৰ্থ কাজিৰ গাওঁ।[১] কাজি হৈছে এগৰাকী কাৰ্বি ছোৱালী। প্ৰবাদ আছে কাজি আৰু ৰংহাঙৰ অবৈধ বিবাহৰ বাবে সিহঁতক দিফলুৰ পাৰত থাকিবলৈ দিয়ে। কাজি বোলে অসমীয়া ছোৱালী আৰু ৰংহাং আছিল কাৰ্বি। কাজি ভাল কাজীয়েই আছিল; তাই দিফলুৰ পাৰত তাত লগাই এদিনতে কাপোৰ বৈ উলিয়াইছিল। কাজি আৰু ৰংহাঙৰ বংশ বৃদ্ধি হৈ যিখন গাওঁ হ'ল সেইখনেই হ'ল কাজিৰঙ্গা। এটা কথা পৰিস্কাৰ যে কাজিৰঙ্গা এসময়ত কাৰ্বিসকলৰ আদি বাসস্থান আছিল আৰু তাৰ পৰাহে তেওঁলোক দক্ষিণ-পশ্চিম ফালে বসতি বিস্তাৰ কৰিবলৈ ধৰিলে। তাৰ মূলতে যে কছাৰী আক্ৰমণ সেই কথা অনস্বীকাৰ্য্য। ভূঞা বুৰঞ্জীখনে কাজিৰঙ্গাক কলিযাবৰৰ ( কছাৰী ৰজা ) পুতেক বুলি কৈছে।

এসময়ত কাজিৰঙ্গা বুলিলে ৰাঙলু ( ৰাঙলী ) গড়ৰ পৰা পুব আৰু দক্ষিণ পুব অংশকে বোলা হৈছিল। সেই কথা আগৰ অধ্যায়ত কৈ আহিছো।

কাজিৰঙ্গাৰ মাজত ডাঙৰ গাওঁ থকাৰ উমান পোৱা হৈছে. তাত মানুহে নামঘৰ প্ৰতিষ্ঠা কৰি চিৰস্থায়ী বসবাসৰ থিক কৰি লৈছিল কিন্তু ১৯০৮ চনত সংৰক্ষিত বনাঞ্চল ঘোষণা কৰাৰ পিছত এই গাওঁবিলাক স্থানান্তৰিত হবলৈ বাধ্য হ'ল। এই গাওঁবিলাক হ'ল শেনচোৱা, বগৰিআটি, শিঙ্গিমাৰি আৰু তেলীয়া। তেলীয়া চাপৰি এখন ডাঙৰ চাপৰি আছিল। বৰ্ত্তমান কুঠৰীৰ ভাওনাৰ "জোৰা" কাজিৰঙ্গা গাঁৱত শিকা জোৰা। এই গাওঁবিলাকৰ স্মৃতি আজি আম কঠালৰ বাৰী আৰু ঘৰ-দুৱাৰৰ ভেটিয়ে জীয়াই ৰাখিছে। উল্লেখযোগ্য যে দৰঙৰ বিশ্বনাথ চাৰিআলিৰ ওচৰৰ বাঘমাৰি আৰু গড়েহাবিৰলোক এই অঞ্চলৰ পৰা যোৱা। বন্য জন্তুৰ উপদ্ৰৱতে এই গাওঁবিলাক স্থানান্তৰিত হৈছিল। আকৌ কিছুমান গাঁৱৰ

[১] Spectrum Sept. Oct. 1976 : The Route of Karbi Migration to Assam — Gopal Ch. Medhi.

মানুহ কলীয়াবৰবে অন্য ঠাইত আহি বাস কৰিবলৈ ধৰিলে।

এসময়ত কাজিৰঙাৰ ধানখেতি বিখ্যাত আছিল বুলি বুৰঞ্জীয়ে প্ৰমাণ কৰে। কেপ্তেইন ওবেলচক যেতিয়া গৌৰীনাথসিংহই মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ আনিছিল সেই সময়ত সৈন্য বাহিনীৰ ৰচদ-পাতি যোগান ধৰা ক্ষেত্ৰত পূৰ্ণানন্দ বুঢ়াগোঁহায়ে কাজিৰঙাৰ পৰা চাউল সংগ্ৰহ কৰাৰ কথা চিন্তা কৰিছিল [১]। এনে মন্তব্যই কুঠৰী আৰু কাজিৰঙা অঞ্চলৰ অৰ্থনৈতিক গুৰুত্বৰ কথা সূচায়।

১৯১৬ চনৰ কাজিৰঙা গেম্ চেংচুৰেৰী বুলি ঘোষণা কৰা হয় আৰু এতিয়া ই আমাৰ ৰাষ্ট্ৰীয় উদ্যানত পৰিণত। ইয়াৰ এশিঙীয়া গড়ে পৃথিবীৰ নানা লোকক আকৰ্ষণ কৰে।

বাগৰি :—

ভূঞা বুৰঞ্জীখনৰ মতে বাগুৰি. কাজিৰঙা, চিকুনি আৰু তুলাল কলীয়াবৰৰ পুতেক। কলীয়াবৰৰ পিচত পুতেকহঁতক চাৰি ঠাইত ৰাজ্য ভাগ কৰি দিয়ে। এই বাগুৰিৰ পৰাই বাগৰি হৈছে বুলি অনুমেয়।

দেওচুৰ :—

এই নামটোকে দেও পূজাৰ লগত সম্পৰ্ক থকা বুজায়। "দেও"ৰ লগত "চুৰ" শব্দৰ সংযোগে কোনোবা দেও বা দেৱ-মূৰ্ত্তি চুৰ কৰি নিয়াৰ সংকেত দিয়ে। মন কৰিবলগীয়া কথা যে গোপাল মাধৱ মূৰ্ত্তি দেওচুৰ অঞ্চলৰ বৰঘোপ বিলত পোৱা হৈছিল। দেওচুৰ আজি কিছুদিনলৈকে বৰ ভোগালী ঠাই আছিল। মাছ, গাখীৰ যথেষ্ট ধৰণে পোৱা হৈছিল। ইয়াৰ চাপৰিত সৰিয়হ, আলু, কচু আদি খেতি কৰিছিল। ইয়াৰ টনি কাটি, মলহাখোৱা, দিফলু, বৰচাকুলী আৰু সৰুচাকুলী মাছৰ কাৰণে বিখ্যাত আছিল কিন্তু আজি সেই ভোগৰ সামগ্ৰী ব্ৰহ্মপুত্ৰই সামৰি ললে।

---

[১] **Anglo-Assamese Relations— S. K. Bhuyan.**

**Page— 364**

**কেঞ্চাই পানীখোৱা ঘাট :—**

বামদয়ালী মাৰোৱাৰীসকলে অসমত বেহা-বেপাৰ কৰিবলৈ আহি জিৰণি লোৱা ঠাই। এওঁলোকে ব্ৰহ্মপুত্ৰৰ এৰাসুঁতিবিলাকত সাধাৰণতে নাও ৰাখি বেহা-বেপাৰ কৰাটো এটা দস্তুৰ আছিল।

**ঘোঁৰাকাটি :—**

তুৰ্ব্বকখানৰ অশ্বাৰোহী সৈন্যক অসমীয়া সেনাই এই ঠাইতে ঘোঁৰাৰে সৈতে কাটিছিল বুলি এটি প্ৰবাদ আছে। মানৰ আক্ৰমণৰ সময়ত শিৱসাগৰৰ বহুতো পৰিয়াল উত্তৰপাৰৰ পৰা দক্ষিণপাৰলৈ ঘোঁৰাকাটি আৰু আমগুৰি অঞ্চলত বাস কৰিবলৈ লয়। ইয়াৰে কেইবাটাও পৰিয়াল এতিয়াও চিকনি-বৰহোলা অঞ্চলত আছে। তাৰে দুই এঘৰ আহি হাতবৰত বসতি কৰেহি।

**বাঙলু :—**

বাঙলু বা বাঙলীগড়ৰ পৰাই এই নামৰ উদ্ভৱ হৈছে। ইয়াত চাৰিটা পুৰণি পুখুৰী আছে। এই কেইটা হ'ল — কলাখোৱা, জকাই, শিল আৰু বহুচলা পুখুৰী। জকাই পুখুৰীটোক কোনো কোনো লোকে কেন্দুপুখুৰী বুলিও কয়। শুনা যায় কলাখোৱা ঘৰৰ মানুহ গহপুৰত আছে। বাঙলীগড়ৰ পুৱৰ পুখুৰীটোক বাতুলী পুখুৰীও বোলে। এই বাতুলী বৰুৱাৰ ঘৰৰ মানুহ বোলে সৰুচৰাই খাটত আছে।

**চিকনি :—**

ইতিপূৰ্বে কৈ অহা হৈছে যে চিকনি কলিয়াবৰৰ পুতেক। এই ঠাইত কছাৰী পুখুৰী আৰু হকলাজুৰি বৰ্ত্তমান। হকলাজুৰিৰ পাৰত এসময়ত হকলা বৰাৰ ঘৰৰ মানুহ বাস কৰে।

**কুকুৰাকটা :—**

কুকুৰাকটাই প্ৰাগজ্যোতিষৰ দানৱৰাজ নৰকাসুৰৰ ৰাজ্যৰ পূৱসীমাৰ সংকেট

দিছে বুলি আগৰৱালাদেৱে কৰ খোজে। এই কুকুৰাকটা পাহাৰৰ ওপৰেদিয়েই ৰাঙলুগড় গৈ চিকনি পাহাৰত লাগিছেগৈ। কুকুৰাকটাৰ উত্তৰ মূৰতে সলাগড়। কুকুৰাকটা আৰু সলাগড়ৰ মিলন থলীতে কলঙৰ দক্ষিণপাৰে চাৰিওফালে গড়ৰে বেৰা এদোখৰ ঠাই আছে। তাৰে এটা প্ৰাচীৰৰ ওপৰেদি ৩৭ নং ৰাষ্ট্ৰীয় পথটি গৈছে। সম্ভৱ এইটিয়েই সলাগড়ৰ কোঠ বা ৰাঙলী বাহৰ হব।

**চলা ( সলা ) :-**

সলাগড়ৰ পৰা এই নামৰ উৎপত্তি হৈছে। এসময়ত সলাগড়ৰ দক্ষিণে কলঙৰ সুঁতি এটি বৈছিল। এই সুঁতিৰ নাম আছিল সলা নৈ। এই সুঁতি বা নৈ মৰি এতিয়া হ'ল চলা বিল।

**জখলাবন্ধা :—**

জখলাবান্ধি কলঙৰ পানী তোলাৰ ব্যৱস্থাৰ কাৰণে ঠাইডোখৰৰ নাম হ'ল জখলাবন্ধা। এই ঠাইত কলঙে পাক লৈ দক্ষিণে ঠিয় গড়াৰ সৃষ্টি কৰিছিল আৰু সেয়ে জখলাবান্ধি পানী তোলা হৈছিল। মানৰ দিনত মানৰ ঘাটত ( অৰ্থাৎ বৰ্ত্তমান বজাৰ বহাৰ ঠাইত ) এনেদৰেই মানহঁতে জখলাবান্ধি লৈছিল বুলি শুনা যায়। আকৌ গদাপাণিৰ ৰাজ্যাভিষেকৰ পাচত জখলাবন্ধীয়া গোঁসাইৰ সত্ৰলৈ তেখেত স্বৰ্গদেউক জখলাৰে উঠোৱা হৈছিল। ইত্যাদি নানা ঘটনা জখলাবন্ধাৰ লগত জড়িত আছে। নসত্ৰৰ বুৰঞ্জীত ইতিমধ্যে উল্লেখ কৰা হৈছে কেনেকৈ জখলাবন্ধা সংস্কৃত টোলৰ ছাত্ৰ সকলক সুবিধাৰ কাৰণে জখলাৰ ব্যৱস্থা কৰিছিল। জখলাবন্ধা পদ্ধতি আমি চক্ৰধ্বজ সিংহৰ দিনতো দেখা পাইছোঁ। আহোমৰ ইটাখুলি দখলৰ বেলিকা অভয়াপুৰীয়া ৰাজখোৱা জগঙ্গগোঁহাই প্ৰমুখ্যে আমাৰ সৈন্যই জখলাবান্ধি পুৱতি নিশা ইটাখুলি উঠিছিলগৈ।

এই ঠাইত পুৰণি পুখুৰী নাই। ইয়াত তিনিখন পুৰণি বাৰীৰ সন্ধান পোৱা হৈছে যেনে বৰবৰুৱা বাৰী, বামুনৰ বাৰী আৰু গোঁহাই বাৰী। নিৰ্দ্দিষ্ট প্ৰণালীৰ ঢাপ আৰু আলিবিলাকে ঠাইডোখৰৰ বৈশিষ্ট্য

ডাঙি ধৰে। মানৰ আক্ৰমণৰ পিচত মাজুৰিয়াল, মিৰিসন্দিকৈ চ'টতাই অলীয়া গোঁহাই আৰু ঢেকীয়াল ফুকনৰ পৰিয়াল আছি ইয়াত থাকেহি। মহাপুৰুষ শঙ্কৰদেৱৰ নাতি বোৱাৰী আই কনকলতাও ১৫৯০ শকত জখলাবন্ধাৰ ঘাটতে পৰলোক হয়। জখলাবন্ধাৰ আশে পাশে সোণ শালৰ বাৰী আৰু থাঁৰ পোৱাৰ সন্ধান পোৱা হৈছে।

## ঢেঁটুচেপা বাটচ'ৰা :—

জখলাবন্ধা সত্ৰৰ বাটচ'ৰাটিয়েই এই নাম পাইছিল। ইয়াৰ লগত এটি মনোৰম কাহিনী লুকাই আছে। পলাতক গদাপাণি কিছুদিন জখলাবন্ধা সত্ৰৰ ম'হজাকৰ বৰগুৱাল হৈ আছিলহি। শকত আৱন্ত আৰু বলীষ্ঠ কাৰণে গদাপাণিক বৰগুৱাল পতা হৈছিল। বৰগুৱাল কিন্তু সত্ৰলৈ অহা নাছিল। তেওঁ ব্ৰহ্মপুত্ৰৰ পাৰতে অৰ্থাৎ আঁৰি কাটি মুখতে প্ৰায় ম'হজাকৰ লগতে থাকে। এবাৰ সত্ৰত ভাওনা-সবাহ হ'লত অন্য গুৱালসকলে বৰগুৱালক সকলো দায়িত্ব দি সত্ৰলৈ গুচি আহিল। সকলো গুৱাল গুচি অহাত গদাপাণিয়েই সৰ্বেসৰ্বা হ'ল। ম'হৰ জাকটিত এজনী বাঁজী ম'হ আছিল আৰু তাই গুৱালহঁতক বৰ আমনি দিছিল। তাইৰ ওপৰত গদাপাণিৰ আগৰেপৰা নজৰ আছিল। গতিকে সুযোগ মিলিল। গদাই সেইৰাতি ম'হজনী মাৰি যিমান পাৰে সিমান খালে আৰু যিখিনি নোৱাৰিলে পুতি থলে। ভাওনা গ'ল — অন্য গুৱাল সকল ম'হ জাকলৈ আহিল। সিহঁতে ম'হজনী দেখা নাপাই সন্ধান ললে কিন্তু নাপালে, বৰগুৱালেও নকলে। ইতিমধ্যে ব্ৰহ্মপুত্ৰৰ কাষত ম'হজনী খোৱাৰ চিন পাই বৰগুৱালেই তাইক কিবা কৰিলে বুলি সন্দেহ কৰি গোঁসাইক জনালে। গোঁসায়ে বৰগুৱালক সত্ৰলৈ মাতি পঠালে। সত্ৰলৈ আহোঁতে অন্য দুজনা গুৱালো আহিল। বাটচ'ৰাত সিহঁত দুটাক ডিঙিত চেপি ধৰি কিছু দূৰ লৈ যোৱা দৃশ্য গোঁসায়ে মন কৰি আছিল। গোঁসাইৰ আগত বৰগুৱাল ৰূপী গদাপাণিয়ে যেতিয়া সেৱা জনালে তেতিয়া গোঁসায়ে সেইজনযে গদাপাণিৰ বাহিৰে অন্য কোনো নহয়

ভালদৰে বুজি পালে আৰু ম'হজনীৰ কথা একোৱেই মুলিয়ালে। গোঁসায়ে নিশাটো সত্ৰত ৰাখি ভালদৰে খুৱাই আশীৰ্ব্বাদ দি পঠাই দিলে। *

**সৰুভগীয়া :—**

কোনো কোনোৱে কৰ খোজে যে সৰুভোগ নামৰ এজন মানুহৰ পৰা গাৱঁৰ নাম হৈছে সৰুভগীয়া। বাস্তৱিকতে সৰুভাগ কছাৰীৰ পৰাহে গাওঁখনৰ এই নাম হৈছে। দুলাল কছাৰীৰ চাৰিজন পুত্ৰ- ৰৰভাগ, সৰুভাগ, চতিয়াল আৰু ডিচিয়াল।

গাওঁখন চটাই আলিৰ কাষত অৱস্থিত। গাৱৰ নামঘৰটিৰ নাম ৰূপৰ নামঘৰ বুলি আগতেই কৈ আহিছোঁ। এই গাৱৰ ওচৰতে ৰূপ সন্দিকৈৰ মৈদাম ৰূপদৌল। গাওঁখনত পুৰণি পুখুৰী নাই। পুখুৰীৰ ভিতৰত শেলানী পুখুৰী উল্লেখযোগ্য। ওচৰতে এখন গৰিয়াবাৰী।

**গড়মুৰ :—**

সলাগড় আৰু বাঙলীগড়ৰ মূৰত অৱস্থিত। গড়ৰ মূৰত অৱস্থিত বাবে গড়মূৰ।

**চোঁৰাগুৰি :—**

চোঁৰাগুৰি সম্ভৱ চোৰাগছৰ প্ৰাধান্যৰ বাবে সৃষ্টি হৈছে। বুৰঞ্জীত আমি চোঁৰাতলগুৰি গড়ৰ নাম পাইছোঁ। গতিকে এই নামৰ গড় থাকিবও পাৰে। শুনা যায় চোঁৰাগুৰিত এজোপা ডাঙৰ চোঁৰাগছ আছিল।

**মিকিৰঘাট :—**

কুকুৰাকটা পাহাৰৰ কাষত। এসময়ত তাত মিকিৰসকল বাস কৰিছিল। তাৰ পৰা আহি এওঁলোকে ৰৰহোলাত গাওঁ পাতেছি। গাঁৱৰ নাম ৰখা হ'ল কিলিং।

---

* শ্ৰীমানিক চন্দ্ৰ খাওণ্ডৰ পৰা শুনা।

## চিকনি গোঁহাই গাওঁ ঃ

এই গোঁহাইসকল পূৰ্ব্বতে কুঠৰী গোঁহাইগাৱঁত আছিল। ইয়াত এটা ডাঙৰ পুখুৰী আছে নাম গোঁহাই পুখুৰী। এই গোঁহাইসকলক মেচাগড়ীয়া বুলি জনা গৈছে।

## ভটাবাৰী ঃ—

সম্ভৱ ভোটাই ঢেকাৰ পৰা এই নাম সৃষ্টি হৈছে। কলীয়াবৰত ভোটাই ঢেকাৰ ঘৰ নহলেও এই ঠাইত তেওঁক বধ কৰিব পাৰে।

## পৰীয়া হোলা ঃ—

জখলাবন্ধা শেনচোৱা গাওঁৰ কাষত। এই হোলাত বোলে সৈন্য পুতিছিল।

## মানভুই ঃ—

দয়াল গাঁৱৰ পিচফালে চটাই আলিৰ কাষত। মানৰ আক্ৰমণৰ সময়ত মান বিলাক এই ঠাইতো আছিল বুলি মানুহে কয়। অৱশ্যে এই মানভুঁই "মানমাটি"ৰ দৰে মাটিও হ'ব পাৰে।

## গৰীয়াবাৰী ঃ—

কলঙৰ পাৰত খাউগুচুকৰ ওচৰত। মুছলমান কাৰিকৰসকল আছিল। ইয়াৰ কিছু দূৰতে লো শালৰ বাৰী।

## দয়াল ঃ—

ভবানী বৰুৱাৰ শাসনত সহায় কৰা লোক আছিল দয়াল হাজৰিকা। এই দয়াল হাজৰিকাৰ পৰা গাৱঁৰ নাম হৈছে। এই গাঁৱৰ ওচৰতে গোপাল আতাৰ প্ৰিয় শিষ্য যদুমণি আতাৰ বৰজন পুত্ৰ সনাতনদেৱৰ দিহিং সত্ৰৰ থান।

## ঢেকীয়াল কটিয়ৰী :—

এই দুখন গাওঁ দেৱৰ সত্ৰৰ পশ্চিম ফালৰ পৰা সকভগীয়ালৈকে কলঙৰ পাৰে পাৰে অৱস্থিত। দুই গাঁৱৰ মাজেদি এটি পুৰণি আলি গৈছে। আলিটো দক্ষিণপটীয়া আলি বুলি অনুমান হয়। পূৰ্ব্বতে ঢেকীয়াল কটিয়ৰীৰ মূল মানুহ চাৰিঘৰহে কিন্তু মানৰ দিনত অন্য লোক ভাগি আছি গাঁৱৰ পৰিসৰ বঢ়ায়। কটিয়ৰীৰ মানুহখিনি দেৰগাৱৰ পৰা অহা

আকৌ শুনা যায় ঢেকীয়াল, কটিয়ৰী আৰু শেনচোৱাৰ মূল মানুহ কেইঘৰ আই কনকলতাৰ লগত অহা মানুহ। আইৰ মৃত্যুত মানুহ তিনিঘৰ কলীয়াবৰতে ৰৈ গ'ল বুলি শুনা যায়। এই কেইজন মানুহ আইৰ নৌকা চালক আছিল। স্মৰণ যোগ্য যে কলীয়াবৰে ভীমা বায়ন, গন্ধীয়া গায়ন কৈবৰ্ত্ত আৰু লক্ষ্মণ ওজা বনিয়াক শঙ্কৰে ধৰ্মৰ মত শুনাইছিল, আৰু তেওঁলোকে শঙ্কৰত শৰণ লৈ ভকত হৈছিল। *

## শেনচোৱা :—

ডঃ ভূঞাদেৱে "স্বৰ্গদেউ ৰাজেশ্বৰসিংহ" গ্ৰন্থত লিখিছে— "এওঁলোকৰ (শেনচোৱাৰ) কাম আছিল চৰাই চোঙত শেন পোহা আৰু শেনক শিক্ষা দিয়া আৰু ৰজাৰ আগত শেন মেলি ৰং দেখুউৱা।" এই নামৰ গাওঁ কলীয়াবৰত দুখন।

## বৰাগীচুক :—

জখলাবন্ধা থাওগুৰ চুকৰ ওচৰত।

## থাওগুৰ চুক :—

বৰাগীচুকৰ ওচৰত। শুনা যায় চটাই অলীয়া গোঁহায়ে বিশ্বাসী কাৰণে থাওগু পাতিছিল। থাওগু যন্ত্ৰৰামক ৰজাই বনমালীদেউক আনিবলৈ পঠাইছিল। সেয়ে এই থাওগুসকলৰ দক্ষিণপাট সত্ৰৰ লগত ওতঃপ্ৰোতঃ সম্বন্ধ।

---

* বিয়াল্লিশৰ বিপ্লৱত নগাওঁ— মহেন্দ্ৰ নাথ হাজৰিকা পৃঃ ১৮।

**সোণাৰি গাওঁ :—**

"অসমত সোণ কমোৱা ব্যৱসায়"ৰ আলোচনা প্ৰসঙ্গত মণিৰাম দেৱানে কৈছে যে পৰ্ব্বতীয়া নৈবোৰত ভাল সোণ পোৱা যায়। সোঁত কম নৈৰ সোঁতত, সোণ ভাজ থাকে। লুইত, দিহিং, টেঙ্গাপানী, পকৰা, সোৱণশিৰি দিজু, কাকৈ, ধনশিৰি, দিক্ৰং আদি নৈত সোণ কমোৱা হৈছিল বুলি দেৱানে উল্লেখ কৰিছে। জয়ধ্বজসিংহৰ দিনত কুৰি হাজাৰলৈকে সোণোৱাল মানুহৰ সোণ কমোৱাই জীৱিকাৰ উপায় আছিল। কিন্তু অসম ইংৰাজৰ তললৈ যোৱাৰ সময়ত উত্তৰ পাৰৰ চাৰিশ সোণোৱাল পাইকৰ ওপৰত কৰ বহুৱাত অসমৰ শেষৰজন ৰজাৰ ভাগত ১৫০ কি ১৬০ গোট সোণোৱাল মানুহহে পৰিছিলগৈ। অসমৰ ৰজা ভাগিবৰ সময়ত বিশ্বনাথ আৰু সোণাৰি চাপৰিত ১০ কি ১৫ গোট সোণোৱাল মানুহ আছিল।[৩] কেপ্তেইন ওৱেলচ যেতিয়া গড়গাঁৱলৈ উজাই আহে তেতিয়া হাতীমূৰাৰ ওচৰত মানুহক সোণকমোৱা কথা আমি পাইছো।[৪] দেৱানে সম্ভৱ হাতীমূৰাৰ ওচৰৰ চাপৰিকে সোণাৰি চাপৰি বুলিছে। সি যি কি নহওক এই সোণোৱাল মানুহৰ পৰাই সোণাৰি হৈছে বুলি অনুমান হয়। এই গাঁৱৰ সোণাই হাজৰিকাৰ বাবীয়ে এইটো কথা প্ৰমাণ কৰিছে যে এই সোণাই হাজৰিকা সোণোৱালহঁতৰ ওপৰত বিষয়া আছিল। এই সোণাই হাজৰিকাৰ পৰাও গাঁৱৰ নাম সোণাৰি গাওঁ হৈছে। আকৌ কামাখ্যা পাহাৰৰ পৰা নামি অহা সোণাই নৈখন সম্ভৱ সোণ কণাৰ বাবে প্ৰসিদ্ধ আছিল। গতিকে এই সোণাই নৈৰ পৰাও গাঁৱৰ নাম উৎপত্তি হব পাৰে। কাৰণ যিয়েই নহওক কিয় সোণাৰি গাঁৱৰ লগত যে সোণৰ সম্বন্ধ আছে সেই বিষয়ে কোনো সন্দেহ নাই।

---

৩ মণিৰাম দেৱান ( বেণুধৰ শৰ্ম্মাৰ ) দ্ৰষ্টব্য।

৪ "Welsh had witnessed the process of gold washing on a bed of sand near Hatimura." Anglo-Assamese Relations— S. K. Bhuyan, Page—339

সোণাইৰ অন্য এটি নাম হ'ল দেওধা জুৰি। এই দেওধা বা দেওধাই নামটিয়ে এটা কথা প্ৰমাণ কৰে যে এসময়ত তাৰ পাৰত দেওধাইসকল বাস কৰিছিল বা "দেওধা" যেহেতু সংস্কৃত "দেৱধাৰি"ৰ অৰ্থ বুজোৱা বড়ো শব্দ[*] গতিকে এই জুৰিৰ পাৰত বড়োসকল থাকিব পাৰে।

জানিব পৰা গৈছে গাওঁখনৰ স্থাপন কাল পাঁচশ বছৰৰ অধিক হব। আদিতে এই অঞ্চলটিয়েই কলীয়াবৰ বুলি খ্যাত। তাৰ আগতে ই সামন্ত নগৰ আৰু বকাসুৰৰ ৰাজ্য বুলি জনাজাত।

সোণাৰি গাঁৱৰ জন্ম বৃত্তান্তত আৰু এটি কথা লুকাই আছে। পদ্ম আতাই ১৫৯৫ শকত কমলাবাৰী সত্ৰ স্থাপন কৰাৰ পাচত চতুৰ্ভূজক সোণাৰি গাঁৱত ধৰ্ম প্ৰচাৰ কৰিবলৈ পঠায়। এতিয়াৰ লোকসকল চতুৰ্ভূজৰে বংশধৰ। পদ্মআতাই হেম নামৰ এজনকো সোণাৰি গাৱলৈ পঠায়। এখেত থকা ঠাইক গোঁসাই ভেটি বোলে। বৰ্ত্তমানৰ মৌজাৰি নামধৰৰ ঠাইডোখৰেই এই ভেটিৰ স্থান। এখেতে তাতে সত্ৰ পাতি ধৰ্ম বিলায়।

এই গাঁৱত কেইবাডোখৰো ঐতিহাসিক গুৰুত্বপূৰ্ণ ঠাই আছে। এই ঠাই সমূহে গাওঁখনৰ ঐতিহাসিক বিশেষত্ব সুন্দৰ ভাৱে প্ৰকাশ কৰিছে। তলত এই বিষয়ে আলোচনা কৰা হৈছে।

(১) মালগড়া :-

বৰ্ত্তমান কুমাৰ দলনি আৰু মদাৰগুৰিৰ ওখ ঠাইডোখৰকে মালগড়া বোলে। সোনাৰি গাঁৱৰ বহুৱা দলৈ বৰ বলী লোক আছিল। এবাৰ ৰজাৰ মালে তেওঁক মাল যুঁজলৈ আহ্বান কৰিলত বহুৱা দলৈ এই ওখ ঠাইত উঠি ৰজাৰ মালৰ লগত যুঁজ দিলে। যুজত ৰজাৰ মাল পৰাজিত হ'ল। সেইদিন ধৰি মালগড়া। বহুৱা দলৈ থকা ঠাইক বহুৱা বাৰি বোলে। উল্লেখযোগ্য যে কোচৰজা নৰনাৰায়ণৰ দিনত ভাটীৰ পৰা বহুত মাল আহিছিল।

---

[*] আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী। পৃষ্ঠা— ৪৪০।

(২) লিগিৰি থাট ঃ-

গজপুৰীয়া খেলৰ পৰা মাজখেলৰ সক বাটচ'ৰালৈকে বেল আলিৰ কাষত যিখন ত্ৰিকোণাকাৰ পথাৰ আছে তাৰ নাম লিগিৰি থাট। তাত বৰফুকনৰ লিগিৰিহঁত আছিল বুলি সহজে অনুমেয়।

(৩) ধোদ গড়া ঃ -

কামাখ্যা গাঁৱৰ পিচফালে চাহবাগিছাৰ কাষতে এটা ঠিয় গড়া আছে। এই গড়াটিকে বহুদিনৰ পৰা ধোদ গড়া বুলি জনা যায়। ধোদসকলৰ দ্বাৰাই আলি বন্ধোৱাৰ সময়তে ইয়াতো বৰফুকনৰ দ্বাৰাই এই গড়টি বন্ধায় পাৰে।

(৪) ধোৱা পাঁচি ঃ-

সোণাৰি পথাৰত। ৰজা দিনৰ ধোৱাসকলৰ বাসস্থান হব।

(৫) ধুবুনী পুখুৰী ঃ-

কলীয়াবৰ মাধ্যমিক বিদ্যালয়ৰ ওচৰত। সম্ভৱ ৰজাৰ ধুবুনীহঁতে কাপোৰ ধুইছিল।—

(৬) দেমেৰা ( দমৰা ) পুখুৰী ঃ

কামাখ্যা গাঁৱৰ মূৰত আত্মগোপনকাৰী গদাপাণিয়ে বোলে এই ঠাইত এটা দমৰা ম'হ খাইছিল।

(৭) সোণাই হাজৰিকাৰ বাৰী ঃ-

এই বাৰীখন দহপুৰামানৰ হ'ব। এই বাৰীতে এটা পুখুৰী আছে নাম বৰপুখুৰী। এই বাৰীখন সোণাৰি বাগিছাৰ কাষতে। বাৰী আৰু পুখুৰীলৈ চাই সোণাই হাজৰিকাযে এজন প্ৰতাপী লোক আছিল বিশ্বাস কৰিব পাৰি।

**(৮) কাকতী বাৰী :—**

সোণাৰি পথাৰৰ পূবফালে ৷ লিগিৰি খাটৰ ওপৰ অংশ । ইয়াৰ অনতিদূৰতে পতুম পুখুৰী আৰু বৰফুকনৰ দোপদৰ ।

**(৯) কাকৈ পুখুৰী :—**

বেল আলিৰ কাষতে গোসানী খাটৰ পাঁচপুৰামান কপিত মাটি কামাখ্যা গোসানীৰ পূজাসেৱা চলাবৰ কাৰণে আছে । এই মাটিৰ কাষতে কাকৈ পুখুৰী । ইয়াৰ মাটি কালি বিশ বিঘাৰ কম নহব ।

**(১০) বায়নৰ বাৰী :—**

প্ৰমত্তসিংহই কামাখ্যাৰ বৰ বায়নক এঘাৰ বিঘা একঠা সোতৰ লোচা মাটি দান দিছিল বুলি জানিব পৰা হৈছে । এই বায়নৰ নাতি পুতি এতিয়াও জীৱিত ।

**(১১) কালায়া বাৰী :—**

কামাখ্যা মন্দিৰত কালী বজাবলৈ শিশু কেওটক মাটি বাৰী দি পাতে । এই বাৰীৰ নাম কালীযা বাৰী ।

**(১২) বাখৰ পুখুৰী :**

জখলাবন্ধা— শিলঘাট পথৰ কাষত থকা এটা সৰু পুখুৰী । বাখৰ বৰা হয়তো কিছুদিন ইয়াত থাকিব পাৰে ।

সোণাৰি গাঁৱত আদি বাসিন্দাৰ ভিতৰত চতুৰ্ভুজৰ উপৰিও আৰু এজন লোকৰ নাম পোৱা যায় । এখেতৰ নাম ওজা হাজৰিকা । এখেত বোলে আদি বাসিন্দা আৰু এখেতৰ অনুৰোধ ক্ৰমে পদ্ম আতাই চতুৰ্ভুজক পঠায় বুলি শুনা যায় । এখেতৰ পুত্ৰ সুনন্দ, পুনন্দ, বলাই আৰু মাধৱচৰণ । সুনন্দৰ পুতেক গেলা, গেলাৰ পুতেক নাথ আৰু নাথৰ পুতেক বুক্ আৰু ষটিক । এই ঠাইৰ মানুহ তেতেলীগুৰি আৰু মৌজাৰি চুকৰ ।

মৌজাবি চুকৰ উৎপত্তি সম্বন্ধে জনা যায় যে আহোম ৰজাই বুকুৰামক ( ৰাঘৰ পুত্ৰ ) হাজৰিকা পাতিছিল ।

গজপুৰীয়া চুকৰ উৎপত্তি হৈছে গজপুৰীয়া মানুহৰ পৰা । এই লোকসকল মান ভগনত যোৰহাটৰ গজপুৰৰ পৰা আহি খিতাপি লৈছিলহি ।

**ৰজাবাহৰ (বাহৰ ভেটি) :—**

এই বিষয়ে আগৰ অধ্যায়ত কিছু উল্লেখ কৰি অহা হৈছে। ৰজা-বাহৰৰ ওচৰতে খাৰনি, খাৰঘৰৰ বাৰী, কুমাৰ পুখুৰী, আৰু যখৰীয়া পাহাৰ । শ্যামলাগড়ৰ পূৱদিশত এই বাহৰ । এই ঠাইত নানাধৰণৰ বৰটোপৰ গুলী পোৱা হৈছে আৰু এনেধৰণৰ কিছুমান ৰাজ্যিক সংগ্ৰহালয়ে সংৰক্ষণ কৰিছে । এই বিলাক বস্তুৰ আৱিষ্কাৰে ঠাই খণ্ডৰ সামৰিক গুৰুত্বৰ কথা প্ৰমাণ কৰে । ৰজাবাহৰৰ পূৱত সলাগড় আৰু উত্তৰ-পশ্চিমত বিখ্যাত শ্যামলা গড় । এই ৰজাবাহৰৰ ধ্বংসচিন আজিৰ পৰা এশ বছৰৰ আগলৈকে দেখা গৈছিল ।

**৩১। খাৰঘৰৰ বাৰী :—**

ৰজাবাহৰৰ ওচৰতে ইয়াংো গৰখীয়া লৰাই আজি কিছুদিনৰ আগলৈকে বৰতোপৰ গুলী পাইছিল । পোৰা লোহাচুৰ এতিয়াও খান্দিলে পোৱা যায় ।

**শিলঘাট :—**

উত্তৰত কামাখ্যা আৰু ব্ৰহ্মপুত্ৰ, পূৱত শ্যামলাগড়ৰ প্ৰাচীৰ, পশ্চিমত দুইমুনি শিলাৰ মধ্যস্থলতে শিলঘাট । এই শিলঘাট গৱেষণাৰ ঠাই বুলি ভাবিবৰ থল আছে । প্ৰাচীন যুগৰ পৰা আহোম যুগলৈকে এই অঞ্চলে বহু ইতিহাস আৰু কাহিনী লুকুৱাই ৰাখিছে ।

শিলঘাটৰ চাংচকী টিলা আৰু মানুহ কটা টুমনিয়ে ঠাইখণ্ডৰ বিশেষত্ব বঢ়াইছে । এই ঠাইৰে ডেকা স্যোণৰ বনিয়া হৰিদাসক শঙ্কৰদেৱে পোন

প্ৰথমে নিজ ধৰ্ম শুনাইছিল। ৬ ইয়াতে আকৌ মহাত্মা গান্ধীয়ে ১৯২১ চনত বিদেশী বস্তু বৰ্জ্জনৰ বাণী শুনাইছিলহি। দিনটি আছিল ভাদ্ৰমাহৰ শ্ৰীকৃষ্ণৰ জন্মাষ্টমী।

শিলঘাটত সামন্ত নগৰ নামে যিখন নগৰ আছিল বুলি শুনা যায় সেইখন নগৰ শালস্তম্ভ ৰজাৰ সেনাপতি মহাসামন্ত সুচিত্তৰ হ'ব বুলি অনুমান হয়। উল্লেখযোগ্য যে কামাখ্যা পাহাৰটিৰ অন্য এটা নাম সামন্তগিৰি।

## বাঘৰচুক :—

ম'হৰবা আলিৰ কাষতে এই গাওঁ। মানৰ দিনত ফুটা নাৱত মাটিৰ চপৰাৰে ফুটা ঢাকি মাজপানীত নাও ডুবাই বহুত মান মাৰিলে বাবে ৰজাই এই মানুহখিনিক বাঘ নাম দিলে। এই বাঘৰ দৰে সাহিয়াল মানুহৰ পৰাই বাঘৰ গাওঁ (বাঘৰ চুক)। আহোম ৰজাই উগ্ৰসাহসী মানুহক বাঘ উপাধি দিছিল। বাঘৰ ভূঁই এনে লোকক দিয়া মাটি বুলি বিশ্বাস হয়।

## মাউট গাওঁ :—

আহোম যুগত এই ঠাইত হাতী শাল আছিল। হাতী শালৰ আনকি পুখুৰী আছে। হাতীৰ গোহপালৰ দায়িত্বত আছিল মাউট সকল। এই মাউট সকলৰ পৰাই মাউট গাওঁ। মাউট গাৱঁৰ কাষতে নাওজান।

## চাম ধৰা :—

বাঘৰ চুকৰ ওচৰতে চামধৰা গাওঁ। ঐতিহাসিক গুৰুত্ব সম্পন্ন চাম ধৰা গড়ৰ পৰা এই নামৰ উৎপত্তি হৈছে। ৰজাই ইয়াত এহেজাৰ চামধৰীয়া মানুহ ৰাখিছিল বুলি জনা যায়। গাৱঁৰ ঐতিহ্য ইয়াতে লুকাই আছে। মন কৰিব লগীয়া কথা এইয়ে যে উত্তৰ পাৰৰ

৬ বিয়াল্লিশৰ বিপ্লৱত নগাওঁ। মহেন্দ্ৰ নাথ হাজৰিকা। পৃঃ ১৮।

ভোমোৰাগুৰি পাহাৰৰ অন্য এটি নাম আছিল চামধৰা। শুনা যায় চামধৰাত চাওখাও, চাওবেথাও আৰু চাও পাঠান নামে তিনিজন দেৱতা আছিল। ইয়াৰ চাওবেথাও দেৱতাই ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত মানুহ ধৰি (লম্ভি) লৈ ব্ৰহ্মপুত্ৰৰ সিপাৰ হৈছিল। সেই দেৱতাৰ নামেই চামধৰা। ইয়াত দেৱতাৰ নামত অৰ্পণ কৰা মাটি আছিল। চামধৰা দেউৰ স্মৃতিৰ চিন স্বৰূপে এখন দীঘল দা আৰু শৰাই এতিয়াও আছে। এই চামধৰা গাঁৱৰ কাষতে কলংচুৰ বেতমেলা আৰু টেপৰ তলীয়া ফুকনক লালুক-সোলাই কটাইছিল। ইয়াত এটা পুৰণি পুখুৰী আছে। বৰদোৱাৰ শান্তিজানৰ ধ্বংস চামধৰাৰ পৰাই আছিল আৰু টেম্বুৱনী জান বান্ধিব'ল চামধৰাৰ মানুহো গৈছিল বুলি গুৰুচৰিতে উল্লেখ কৰিছে।

## বালিটিকা :

লাচিতৰ চাউদাংসকল থকা ঠাই বুলি জনা গৈছে।

## চিলাবন্ধা :

কোনো কোনোৱে কব খোজে যে চিলাৰাইক বন্দী কৰি ৰখাৰ কাৰণে ঠাইডোখৰৰ নাম চিলাবন্ধা হয়। আকৌ কোনোৱে কয় যে যিহেতু শেনচোৱা গাঁৱৰ ওচৰতে অৱস্থিত গতিকে ৰক্ষাক চিলা উকৰাই আনন্দ দিওঁতা লোক হ'ব পাৰে। এই ক্ষেত্ৰত দুয়োটা যুক্তিয়েই প্ৰতীয়মান হয় যেন লাগে। বেণুধৰ শৰ্ম্মাদেৱে চিলাৰাই দেৱানক বন্দী কৰা ঠাই বুলি মন্তব্য কৰিছে। চিলাবন্ধা দুখন, নিজ চিলাবন্ধা আৰু দেউৰী চিলাবন্ধা। দেউৰী চিলাবন্ধাৰ মূল পৰিয়াল হৈছে মুকুৱাৰ ঘৰ, লেপেতাৰ ঘৰ, কেশৰীৰ ঘৰ, কাকতীৰ ঘৰ, কলী মেধীৰ ঘৰ আৰু মধু ভৰালীৰ ঘৰ। মুঠ ওঠৰ ঘৰ মানুহ নন্দিকেশ্বৰ দেৱালয়ৰ আশে পাশে থকা বুলি জানিব পৰা হৈছে। নিজ চিলাবন্ধাৰ প্ৰায় লোক কৈবৰ্ত্ত জাতিৰ। দুয়োখন গাঁৱতে পুৰণি ব'ৰিঘৰ বা পুখুৰী নাই।

## বৰভকতি :—

সন্তানন্দ বৰভকতৰ স্মৃতিৰ চিন স্বৰূপ এই গাওঁখন। এখেতৰ স্মৃতিত

বৰভকতি সত্ৰ স্থাপিত হৈছে। বৰভকতিৰ ওচৰতে বৰফুকনৰ দোপদৰ। ফুকনৰ বাৰীয়ে সেই কথা ঘোষণা কৰি আছে। বিৰ্ভিন্ন পুখুৰী, সৰু ডাঙৰ ভেটি আৰু সৰু সৰু গড় সমূহলৈ চাই বৰফুকনৰ দোপদৰ বুলি সহজে অনুমান হয়। ভূঞা বুৰঞ্জীখনতো ম'হমৰা (গোনামৰা) সত্ৰৰ বিপৰীতে বৰফুকনৰ দোপদৰ বুলি কৈছে। এই ঠাইতে আছে কাকতী বাৰী, বামুণৰ বাৰী, বচা পুখুৰী, হাঁহচৰা পুখুৰী, ভদীয়া পুখুৰী, পদুম পুখুৰী, সৰু পুখুৰী, বৰ পুখুৰী আৰু কছাৰী পুখুৰী। কছাৰী পুখুৰীটো ডুলাল বা কানাইবৰৰ হ'ব পাৰে। এই ঠাইৰ উত্তৰে শ্যামলাগড় আৰু দক্ষিণে খৰাগড়— গদাপাণিৰ স্মৃতিচিন। অনুমান এই ঠাইৰ ওচৰতে থাকিয়েই গদাপাণিয়ে নিযয়াইতৰ শাস্তি বিহিছিল আৰু এই ঠাইৰ প্ৰাকৃতিক সৌন্দৰ্য্যত মুগ্ধ হৈ গদাপাণিয়ে নাম দিছিল মনপুৰ। এই ঠাইত ঠিয় হলে হাজাৰ বিজাৰ কাহিনী হাজাৰ বিজাৰ ইতিহাসে মনত লুকাভাকু খেলি যায়। এই গাঁৱৰ বিশিষ্ট পৰিয়াল ঢেকেৰি, চমুৱা, কলীয়াদলৈ, কাকতী, লাখটকীয়া আৰু বৰাগী। কলীয়াদলৈক বোলে ৰজাই এঢোল মাটি দিছিল।

## মিৰি ভেটি :—

আহোমৰ দিনত নিজ কলীয়াবৰৰ পশ্চিমে আৰু সোণাৰি গাঁৱৰ পূৱে এখন মিৰিগাওঁ আছিল। গাওঁখন আছিল কপিলৰ পাৰত। তেওঁলোকৰ প্ৰধান কাম আছিল সোণ বমোৱা, এইদৰে সোণ গলাই বছৰেকত এতোলাকৈ সোণ ৰজাঘৰত দিব লাগিছিল। সোণাৰি গাঁৱৰ দেওধাই আৰু টাঙনি বন্ধা নামৰ জৰিৰ পুৰণি নাম যেনে সোণাই আৰু ৰূপহী বোলে মিৰি সকলে দিয়া নাম। মিৰি সকলেও দেওধাই জৰিত সোণ কমাইছিল বুলি জানিব পৰা হৈছে। শুনা যায় এই কামত লাভৱান নোহোৱাত মিৰি সকল এই ঠাইৰ পৰা গুচি যায়। *

---

* ৺চাৰিৰাম হাজৰীকাৰ পৰা শুনা।

**দলিবাৰী চুক :—**

বাস্তৱিকতে ই তৃলীয়া বাৰী। পাগবন্ধা বৰুৱাৰ লগতে উজনীৰ পৰা এঘৰ তৃলীয়া বৰফুকনৰ দোপদৰলৈ অনা হৈছিল। এই তৃলীয়া থকা ঠাইৰ পৰা মুখ বাগৰি দলিবাৰী হয়।

**পাগ বন্ধা :-**

পাগবন্ধা মানুহ বৰফুকনে উজনীৰ পৰা অনাইছিল বুলি ইতিমধ্যে কৈ অহা হৈছে। এওঁলোক প্ৰথমতে সোৱৰ্ণশিৰীৰ মুখত বাস কৰিছিল। মানৰ আক্ৰমণত এই বৰুৱা সকলৰ সৰহখিনি যেনি তেনি গুচি গল।

**ঢোগুৰ মুখ :—**

বৰভকতিত। বৰফুকনৰ দোপদৰৰ পৰা কলঙলৈ এটা সুৰঙ্গ থকাৰ ইংগিত দিয়ে এই ঢোগে।

**গুৱাল বৰুৱাচুক :—**

গুৱাল বৰুৱাৰ নামৰ পৰাই সম্ভৱ উৎপত্তি। এই গাঁৱত বাঘৰ আলি, আৰু বৰুৱাখাট ( সম্ভৱ ভৰালী বৰুৱাৰ)ৰ সন্ধান পোৱা হৈছে। ইয়াৰ পুখুৰী গৰুমৰা আৰু বান্দৰ। এই গাৱঁত বাসুদেউ থান নামে এখন থান আছে। লৰা-ছোৱালীয়ে খোজ কাঢ়িব নোৱাৰিলে থানত ঠোকেৰে কল আৰু লাখুটি দিয়া নিয়ম। গাৱঁৰ মূল পৰিয়াল ভৰালী বৰুৱা, গুৱাল বৰুৱা, কেটাহী আৰু পাগবন্ধা বৰুৱা।

**ৰণচৌ :—**

এই ঠাই মাধতাৰিৰ ওচৰতে৷ ৰণচৌ ৰণচৌৱাল ( ৰণুৱা ) মানুহৰ পৰা উৎপত্তি এই ৰণচৌৱাল মানুহ নিশ্চয় বৰফুকনৰ তলত সাজু হৈ থকা সৈন্য হব পাৰে দেৱাল আৰু ডেৱালৰ দৰে।

**লাঙ্গি চুক :**

বজাই বোলে এদিন খাগৰি কাটিবলৈ আদেশ দিলে এই লোকসকলক।

তেখেতসকলে ডাঙৰ ডাঙৰ খাগৰি লাঙ্গে লাঙ্গে ৰজাৰ আগত দিয়াত ৰজাই সন্তোষ পাই নাম দিলে লাঙ্গি। লাঙ্গি মানে দীঘল। গাঁৱৰ বিখ্যাত পৰিয়াল বাৰুৱতীৰবা আৰু তামুলী। উল্লেখযোগ্য যে বাৰুৱতীৰবা মনিৰাম বুলি এজন লোকে বাৰু ( বায়ু ) কোবাই সাতটা ঘৰ পাৰ হৈছিল। এনেকৈয়ে এবাৰ বাঘৰ চোঙত বাৰু কোবাই চোঙৰ বাঘৰ সন্ধান দি ৰজাৰ প্ৰিয়পাত্ৰ হৈছিল। বাৰু কোবোৱা সামগ্ৰী আজি কিছুদিনৰ আগলৈকে আছিল বুলি জানিব পৰা হৈছে। প্ৰথম ৰবফুকন লাঙ্গি পাণিসিয়াৰ পৰাও গাঁৱৰ নাম হয় বুলি অনুমান কৰিব পাৰি।

**জমখলা :**-- কদম স্তুতীত থকা বৰ ঘাটত নাও বন্ধা আৰু খোলাৰ পৰা জমখলা ( জমা আৰু খোলা ) হৈছে বুলি অনুমান হয়। আকৌ যম নামে এজন বিখ্যাত খেতিয়কৰ খলাৰ পৰা গাঁৱৰ নাম হৈছে বুলি বিশিষ্ট সাহিত্যিক ৺ৰাপাৰাম হাজৰিকাদেৱে কব খোজে। এই গাঁৱৰ পূবফালে আহোমবাৰী নামে এখন ঠাই আছে। আহোম যুগত গাওঁখনৰ গুৰুত্ব আছিল বুলি ভাবিবৰ থল আছে।

**জয়ন্তীপুৰ :-**

এইটো পিচত দিয়া নাম। প্ৰকৃতাৰ্থে মৰীয়া গাওঁ। এওঁলোক ৰজাৰ অন্য কামত নলগাত পিতলৰ কামত লগালে। পিতল মৰিয়াই বাচন-বৰ্ত্তন গঢ় দিয়া কাৰণে নাম পালে মৰীয়া। এওঁলোকৰ বিষয়ে ঈজিপ্তৰ এজন ডাক্তৰে আলোচনা কৰিছে বুলি বেণুধৰ শৰ্মাদেৱে আমাক কৈছে। শৰ্মাদেৱৰ মতে কুঁৱৰীটোলৰ এই মুছলমান লোক সকল আদিতে মুছলমান নাছিল; তেওঁলোকক মুছলমান হবলৈ বাধ্য কৰিলে। এওঁলোক অসমীয়া মানুহেই আছিল। এওঁলোকে সাপ, শিল আদি পূজা কৰিছিল। নৃতত্ত্বৰ মতে মৰীয়া এটা অষ্ট্ৰিক খেলো।

**ঔগুৰি :—**

ঔগুৰি বড়োসকলৰ বাসস্থান। এই লোকসকল এসময়ত পুৰণি সালনাত বাস কৰিছিল কিন্তু বৰভগীয়াৰ মৌজাদাৰ ৺মুক্তাৰাম বৰুৱাদেৱে

বাঘভালুক হাতী আদি বন্য জন্তুৰ পৰা ৰক্ষা পৰিবলৈ ঔগুৰিত বহুবায়। ঔগুৰি চামগুৰা গড়ৰ পূবে আৰু মিছাকোঠৰ দক্ষিণে অৱস্থিত কাৰণে আহোম যুগত এই অঞ্চলৰ ঐতিহাসিক গুৰুত্ব অধিক আছিল বুলি অনুমান হয়। এই কথা পুৰণি পুখুৰী সমূহেই প্ৰমাণ কৰে। এই পুখুৰী বিলাক হ'ল— গৰীয়া পুখুৰী, ভেৰভেৰীয়া পুখুৰী, কঠীয়া পুখুৰী, লখাই পুখুৰী, হকলা পুখুৰী, সাপেখাটী পুখুৰী, আম পুখুৰী, বৰমুতলী, সৰু মুতলী, খৰাহাবি পুখুৰী, বগৰিগুৰি পুখুৰী, বালি পুখুৰী, হাতী-পুখুৰী, গেলা পুখুৰী আৰু নৈদাম পুখুৰী। এই গাঁৱত পুৰণি বাৰীঘৰ নাই। ঔগুৰি পথাৰত টকাৰ চাক, টেকেলী, কড়ী আৰু সোণৰ মোহৰ পোৱা কথা গাঁৱৰ মানুহৰ পৰা শুনা যায়।

## বৰভগীয়া :—

বৰভগীয়া নামটিৰ উৎপত্তি সম্পৰ্কে কেইবাটাও কাহিনী আছে। একমতে আঁৰিমত্তৰ বৰপাত্ৰেকৰ ভাগত এই ঠাইখন পৰিছিল। দ্বিতীয়মতে কোনো কোনো লোকে কয় যে এই ঠাইত এজোপা ডাঙৰ বৰগছ আছিল আৰু সেই বৰগছ জোপা ভাগি পৰা কাৰণে ঠাইখনৰ নাম বৰভগীয়া হয়। কিন্তু ভূঞা বুৰঞ্জী খনত পৰিষ্কাৰ ৰূপে আছে যে তুলাল কছাৰীৰ পুতেক বৰভাগৰ ভাগত এইখণ্ড পৰিছিল আৰু সেই কাৰণে তেওঁৰ নামৰ পৰাই বৰভাগ বা বৰভগীয়া হৈছে। এই গাঁৱত দোম টাঙনী, লহকৰ পথাৰ, ম'হখুটি, ঠিয় টাঙনী আদি পুৰণি ঠাইৰ সন্ধান পোৱা হৈছে। এই ঠাইৰ পুৰণি পুখুৰী হ'ল বামুণী পুখুৰী, পাৰিয়া পুখুৰী, বুঢ়া পুখুৰী, লতা পুখুৰী, সুপন পুখুৰী আৰু লহকৰ পুখুৰী। পুৰণি পৰিয়ালৰ ভিতৰত কঢ়াল বৰুৱা, জপং হাজৰিকা, বগৰি বোতলা আৰু দফলা।

## নাম গাওঁ :—

শুনা যায় ৰুদ্ৰসিংহ মিছা বাহৰত থকাৰ সময়ত বাৰুবিয়াল, হোৰোসা, নঘোৰা আৰু কলাকটা নামে চাৰিখন সত্ৰৰ নামৰ ধ্বনিয়ে

তেওঁক মুগ্ধ কৰিছিল। অনবৰত নাম প্ৰসঙ্গ হৈ থকাৰ বাবে বজাই নাম দিলে নাম গাওঁ। কালক্ৰমত নবোৱা আৰু কলাকটা সত্ৰ তাৰ পৰা গুচি যায়। সত্ৰৰ ভেটিৰ চিন কিন্তু এতিয়াও আছে।

## পানীগাওঁ :—

পানীৰ অত্যাচাৰ বেচি কাৰণে গাঁৱৰ নাম পানীগাওঁ হ'ল। পানীগঞা পুখুৰীৰ পাৰত কাঠৰ ভুঞা বাস কৰিছিল। তাতে গোপাল আতাও প্ৰায় এবছৰ কাল আছিল বুলি শুনা যায়। তেখেতৰ মৃত্যুৰ পাচত তেওঁৰ শিষ্য সকলে অস্থি আনি থান পাতিছিলহি।

## মিছা :—

বৰ্ত্তমান হালোৱা গাঁৱৰ পশ্চিমে ভেমেশ্বৰ গাওঁ আৰু তাৰ পশ্চিমেই মিছামুখ গাওঁ। মিছামুখ আৰু ভেমেশ্বৰ গাওঁ— দুয়োখনেই ক'লাজ্বৰত উচ্ছন্ন হ'ল।

মিছা নামটিৰ উৎপত্তি মিছা জুৰিৰ পৰা হৈছে। কলঙৰ পানী বাঢ়িলে মিছাৰ গতি বন্ধ হৈ যায় আৰু অকল সেয়ে নহয় সেইকালে কলঙৰ পানী উজাই বৈ মিছাৰ অস্তিত্ব নাইকীয়া কৰি দিয়ে। এই সম্বন্ধে আৰু এটি কাহিনী আছে। যেতিয়া আঁৰিমত্তৰ পিতৃ বধৰ কলঙ্ক কলঙে কঢ়িয়াই আনে তেতিয়া মিছাই সেই কলঙ্ক বাধা দিবলৈ লৰ দিয়ে কিন্তু নোৱাৰিলে। এই ব্যৰ্থতাতে মিছাৰ জন্ম। মিছাৰ ঐতিহাসিক গুৰুত্ব ইয়াৰ কোঠ আৰু কেচুকাটি গড়ে ঘোষণা কৰি আছিছে।

## দিজু :

দিজুত যে এখন গাওঁ আছিল সেই কথা গোবিন্দ এলেঙি সত্ৰৰ বুৰঞ্জীত উল্লেখ কৰা হৈছে। এই গাঁৱৰ চিন এতিয়া নাই। ইয়াত এটা কোঠ থকাৰ কথা বুৰঞ্জীয়ে কয়। মিৰজুমলাৰ অসম আক্ৰমণত দিজু নৈয়ে এক বিশেষ ভুমিকা গ্ৰহণ কৰিছিল। ইয়াৰ ওচৰতে পল্টনকুচা।

**সলাল :—**

"সলালৰ শিল" বুলি এটি ফকৰাই সলালৰ বৈশিষ্ট্য বঢ়াইছে। নশ সলালৰ পৰাই সলাল নামৰ জন্ম হৈছে বুলি কব পাৰি। এই মানুহবিলাক সলাল গোঁহাইৰ তলতীয়া মানুহ।

**দলগাওঁ :—**

দ ঠাইত অৱস্থিত কাৰণে দ-গাওঁ আৰু তাৰ পৰাই মুখ বাগৰি দলগাওঁ হৈছে বুলি অনুমান হয়। গাওঁখনযে পুৰণি ইয়াৰ আঠটা পুখুৰীয়েই প্ৰমাণ কৰে। এই পুখুৰী কেইটা হৈছে-- গৰুপোতা পুখুৰী, লেঙ্গেৰা পুখুৰী, দোমৰ পুখুৰী, ম'হগুৱাল পুখুৰী আৰু বামুণৰ পুখুৰী। পুৰণি বাৰী হৈছে— কচলুখোৱা বাৰী, যমনী বাৰী, দলাঘটা হোলা আৰু বাৰিকৰ ঘুলি। ইয়াৰ পৰিয়াল হৈছে— বচোৱাল, খহুৱা, বাৰিক, কচলুখোৱা, হয়বৰা আৰু বনকাক ( বনবাঘ )। এই বনকাকৰ মানুহেই রুদ্ৰসিংহ মিছাবাহৰত থাকোতে এটা জীয়া বাঘ পোৱালি ধৰি নি উপহাৰ দিছিল। ৰজাই ইয়াতে মুগ্ধ হৈ নাম দিলে বনবাঘ। বনবাঘৰ পৰাই বনকাক হৈছে। পহু আৰু বাঘধৰাৰ সঁজুলি আজি কিছু দিনলৈকে আছিল।

**ববালিগাওঁ :—**

বৰ আলিৰ কাষত অৱস্থিত কাৰণে ববালিগাওঁ। এই বৰ আলি হয়তো চতিয়ালৰ পূৱ সীমাৰ আলিটোকে বুজাব পাৰে। এই আলিটো কেচুকাটি গড়লৈকে বিস্তৃত আছিল বুলি অনুমান হয়। ববালি গাঁৱৰ মানুহ প্ৰথমতে বামুণীৰ চিত্ৰশঙ্কৰ দেৱালয়ৰ ওচৰত তামোল বাৰী নামে গাঁৱত বাস কৰিছিল কিন্তু তাত পানীৰ অত্যাচাৰত থাকিব নোৱাৰি বৰ আলিৰ কাষত আশ্ৰয় লয়হি। দাৰিগঞ্জিও নিশ্চয় বৰ আলিৰ কাষতে [ দ্বাৰ ] সৃষ্টি হোৱা গাওঁ।

**কুঁৱৰীটোল : —**

কুঁৱৰীসকলৰ টোল [ বাহৰ ]ৰ পৰাই কুঁৱৰীটোল হৈছে। যেতিয়া

চন্দ্ৰসিংহই বঙ্গ অভিযানৰ পাতনি মেলে তেতিয়া তেওঁ সকলো কুঁৱৰীকে আনি কুঁৱৰীটোলতে ৰাখেছি। কুঁৱৰীসকলৰ দায়িত্বত থাকে হাজৰিকা, গণক, গোঁহাই আদি লোকসকল। তাৰোপৰি ৰগাজনীয়া গোঁসাইয়ে বিশেষ তত্ত্বাৱধান লৈছিল বুলি শুনা যায়। মানৰ আক্ৰমণতো চন্দ্ৰকান্ত সিংহই কুঁৱৰীসকলক এই টোলত ৰাখি ৰণ দিছিল। বাস্তৱিকতে এই টোল পূৰ্ব্বৰে পৰা অৰ্থাৎ মুছলমানৰ লগত আহোমৰ ৰণ প্ৰবল ৰূপে লগাৰ লগে লগে সৃষ্টি হ'ব পাৰে বুলি অনুমান হয়।

## গোমোঠা :-

গোমোঠা গাঁৱৰ মানুহখিনি লাচিত বৰফুকনৰ লগত অহা চহৰীয়া বৰুৱা বুলি জনা গৈছে। ইয়াত কিন্তু এই বৰুৱাসকলৰ উপৰিও লিগিৰিৰ বংশৰ মানুহো আছে। গাঁৱৰ পূৱফালে এখন বাৰী আছে নাম বৰুৱা বাৰী। সম্ভৱ চহৰীয়া বৰুৱাসকল থকা বাৰী হ'ব পাৰে। ইয়াৰ পোতা পুখুৰীত বোলে মানে লবা-ঢোৱালী পুতিছিল।

চহৰীয়া বৰুৱাসকল কিবা কাৰণত পূৱণিগুদামলৈ গুচি যায় আৰু তাত থাকিবলৈ লয়। তাত থাকোতে মানৰ লগ লৈ অসমীয়াৰ ওপৰত অত্যাচাৰ কৰাত ৰাইজৰ শাও পায় আৰু তাতে তেওঁলোকৰ ভেটি উচ্ছন্ন হ'ল। শুনা যায় বহু চহৰীয়া বৰুৱাই এই শাওৰ ভয়ত সেই উপাধি বৰ্জ্জন কৰিছিল।

## চতিয়াল :—

স্থুলাল কছাৰীৰ পুতেক চতিয়ালৰ পৰা ঠাইদোখৰৰ নাম চতিয়াল হৈছে বুলি ভূঞা বুৰঞ্জীখনে কয়। পূৱে চটাই আলিৰ পৰা পশ্চিমে চতিয়ালৰ গৰুবাটলৈকে বিস্তৃত ঠাইখণ্ডই চতিয়ালৰ অন্তৰ্গত। এই ঠাইৰ প্ৰায় লোক পূৱথৰীয়াৰ পৰা অহা। মোমাই তামুলী বৰবৰুৱাই হৰিনাম ভূঞাৰ দিনত দুশ ঘৰ মানুহ [ ভূঞা ] আনি চতিয়ালত পাতি শইকীয়া পাতিলে বলাইক। হয়তো সেই সময়তে এশঘৰ মানুহৰে গাওঁ বহি কিছুলোকে নাম দিলে শয়েক মুঠি। তাৰ পৰাই হ'ল আজিৰ শাকমুঠি।

এই ঠাইত পুৰণি পুখুৰী নাই। পুৰণি বাৰী হ'ল বামুণৰ বাৰী আৰু নেওগৰ বাৰী। ইয়াৰ বাহিৰেও নগাজেটি, গোঁসাই ঘাট আদি পুৰণি ঠাইৰ সন্ধান পোৱা হৈছে। গাঁৱৰ বিশিষ্ট পৰিয়াল হৈছে— কাঠৰ ঘৰ, তাঁতীৰ ঘৰ, খিউনবাৰ ঘৰ, চৌৰাৰ ঘৰ, চাউলখোৱাৰ ঘৰ, চুটি বৰাৰ ঘৰ, আৰু নেওগৰ ঘৰ।

**বকৰা চুক :—**

কনাই শইকীয়াৰে পুত্ৰ প্ৰজাবৎসল জয়ধ্বজ ভবালীবকৰাৰ জন্ম ঠাই। ভবালীবকৰাই বৰফুকনৰ সৈতে লগ হৈ কেনেকৈ দৰঙৰ নতুৰাৰত গাওঁ পাতিছিল সেই কথা আগেয়েই আলোচনা কৰা হৈছে।

**কেনকেনীয়া :—**

কুনকুনী বৰাৰ গাওঁ। শুনা যায় কুনকুনী বৰাৰ বঙ্গাদিনীয়া ফলি আছিল। গাঁৱৰ বিশিষ্ট পৰিয়াল হৈছে কমাৰৰ ঘৰ, দল ডুবিৰ ঘৰ আৰু হৰমোহনৰ ঘৰ। পুৰণি বাৰী ঘৰৰ ভিতৰত হকলা হোলা আৰু ফলি কৰা টিকা।

**চেলেঙ :—**

হাতবৰৰ ওচৰত। গাঁৱৰ পৰিয়াল হৈছে বাকৰতী বৰা।

**নাহৰ :—**

নাহৰ বৰা কটকীৰ পৰা গাঁৱৰ নাম।

**হাতবৰ :—**

খেতবৰৰ প্ৰাধান্যৰ বাবেই হাতবৰ হৈছে বুলি বেণুধৰ শৰ্মাদেৱে কব খোজে। খেতবৰৰ পৰাই হেতবৰ আৰু তাৰ পৰাই হাতবৰ। আহোমৰ দিনত যে চকী আছিল সেই কথা ভলাগুৰি সত্ৰৰ বুৰঞ্জীত আলোচনা কৰা হৈছে। মানৰ আক্ৰমণত হাতবৰত কৰ্ণেল বিচাৰ্ডৰ অধীনত ইংৰাজ

সৈন্যই মানৰ বিৰুদ্ধে ৰণ কৰিছিল। যেতিয়া কৰ্ণেল বিচাৰ্ড আৰু কৰ্ণেল মেক্‌মেৰিণৰ নিৰ্দ্দেশত বৃটিশ সৈন্য আহি কলীয়াবৰ পালেহি তেতিয়া এটা মান সৈন্যৰ দল হাতবৰত প্ৰবেশ কৰিছিলহি। ইংৰাজ সৈন্যৰ আগমনৰ বাতৰি পাই মান সৈন্য হাতবৰ এৰি বাঙলুগড় পাইছিলগৈ। এই হাতবৰতে কেপ্তেইন হৰ্স'বাৰ্গক চাৰিটা সৈন্য বাহিনীৰে ৰখা হৈছিল। এই সৈন্যই মানক খেদি নি বাঙলুগড়ৰ সিপাৰ কৰি দিছিল।

## সোন্দৰ :—

সুন্দৰ হাজৰিকাৰ পৰা গাঁৱৰ নাম হৈছে। সুন্দৰ হাজৰিকাৰ ঘৰৰে ছোৱালী আছিল ভৰালীবৰুৱাৰ সৰুজনী ঘৈণীয়েক কমলা যি কমলাক প্ৰজাৰ মঙ্গলৰ বাবে ভৰালীবৰুৱাই জলকুঁৱৰীক অৰ্পণ কৰিছিল। ভৰালী-বৰুৱা পুখুৰীয়ে তাকে সোঁৱৰাই আছে। গাঁৱৰ প্ৰধান বাৰী হৈছে মালৰ বাৰী, মেধি বাৰী আৰু কাঠৰ বাৰী।

## বৰিগাওঁ :-

বৰিগাঁৱত দুটা পুৰণি পুখুৰী আছে— দোমৰ পুখুৰী আৰু কৰুণা·য় পুখুৰী। বাৰী আছে বামুণৰ বাৰী, দোমৰ বাকৰি, বাকৰ হোলা, আৰু পতীয়া বাকৰি। পুৰণি পৰিয়াল হৈছে— জোলা শইকীয়া, লাইপানী ভাগৱতী, চাংমাই আৰু পাঠকৰ ঘৰ। এই গাঁৱৰ কাষতে ফুকনৰ বাৰী।

## ৰামতামুলী চুক :—

আতন বুঢ়াগোঁহাইৰ লগৰীয়া এজনৰ নাম ৰাম তামুলী। এই ৰাম তামুলীৰ লগত এই তামুলীসকলৰ কিবা সম্পৰ্ক থাকিব পাৰে। এই তামুলী সকল মানৰ আক্ৰমণত মেচাগড়ৰপৰা আহিছিল। গতিকে "মেছাৰ তামুলী" ৰ লগতো এইলোক সকলৰ সম্পৰ্ক থাকিব পাৰে। ৰাম তামুলীচুবৰ ওচৰতে ফুকনৰ বাৰী আৰু ফুকনৰ হাতীবন্ধা ঠাই।

## দাঁত কটা :—

কথাতে কয় দাত কটা ৰুকলা আঁখিৰঙা পচলা। এনেবোৰ ফকৰাই

গাওঁসমূহৰ ক্ৰম বুজাই যায়। দাত কটা মূলতে দাধৰা ৰবা (ফুকনৰ লগৰীয়া মানুহ) ৰ পৰা সৃষ্টি হৈছে বুলি অনুমান হয়। শুনা যায় দাধৰা ৰবাই দুই তিনি ঘৰ মানুহ জপিয়াই পাৰ হৈ শত্ৰুৰ দাঁত কাটিছিল।

**হকলা :**

হকলা ৰবাৰ গাওঁ।

**শাক মুঠি :—**

চতিয়ালৰ আলোচনা প্ৰসঙ্গত শাকমুঠিৰ কথা উল্লেখ কৰা হৈছে। এটা বৰ গৌৰৱৰ কথা যে "শয়েক ভূঞা" সকলেই অৰ্থাৎ শাকমুঠিৰ (শয়েক মুঠি) লোকসকলেই দৌল পুখুৰীত দৌলোংসবৰ পাতনি মেলিছিল আৰু তাৰ পৰাই জন্ম দিছিল "হাজাৰ" সংস্কৃতিৰ। মানৰ আক্ৰমণৰ সময়ত এই শয়েক সকলৰ কিছু দৌল পুখুৰী অঞ্চলত বাসকৰাৰ প্ৰমাণ পোৱা যায়। হয়তো মোমাই তামুলীয়ে গাওঁ বহুৱাৰ পাচত তেওঁলোকে ক্ৰমে বংশ বিস্তাৰিত হৈ বা বাসৰ সুচলৰ বাবে অন্য ঠাইলৈ গৈছিল আৰু তেনেকৈয়ে সম্ভৱ দৌলপুখুৰী অঞ্চলত গাওঁ পতাৰ আৱশ্যকতা বোধ কৰিছিল। এই গাঁৱত বহুতো পুৰণি বাৰী ঘৰৰ নাম পোৱা হৈছে, যি বোৰৰ নাম শুনিলে আজিৰ মানুহ আচৰিত হ'ব। এই বাৰীবোৰ হৈছে তুলুকাবাৰী, বেজী (বেজীয়া ভূঞা) বাৰী, চেঙ্গাই বাৰী, শুতাৰ বাৰী, পতিকা বাৰী, বেকাৰ বাৰী, স্বৰ্ণ বাৰী, ভীমৰ বাৰী, গবৈ বাৰী, মনপুৰৰবাৰী, ৰবাই খাটী বাৰী, আৰু বৰ (ৰবাৰ) বাৰী। ইয়াত এটা আলি আছে নাম চিকিৰি। গাঁৱত পুখুৰীটোৰ নাম গেলা পুখুৰী। ভালুকৰ শিলৰ মূৰ্ত্তি এটা আছিল বাবে ইয়াৰ অন্য এটা নাম হ'ল ভালুক পুখুৰী। এই পুখুৰীৰ আৰু এটি নাম আছে — সেইটো হ'ল ৰঙা পুখুৰী। ৰঙা বাঘ শইকীয়াৰ পৰা এই নামৰ জন্ম হৈছে। গাঁৱৰ প্ৰধান পৰিয়াল হৈছে কাকতী ৰবা আৰু ৰঙা বাঘ শইকীয়া। ওপৰোক্ত ভালুক পুখুৰীৰ লগত এটা সুন্দৰ কাহিনী নিহীত হৈ আছে। শুনা যায় কাকতি ৰবা বংশৰ

এজনী ঘোৰাপীৰ থামটিয়ে ধৰি লৈ গৈছিল। এইদৰে এজনী জীয়েকে মাকৰ ভেটি চাবলৈ হাতীৰে কপীয়াগৰলৈ আহিছিল। কিন্তু দুখৰ কথা ইতিমধ্যে ভালুকৰ মূৰ্ত্তিটো পুখুৰীৰ পাৰৰ পৰা নাইকীয়া হ'ল আৰু সেয়ে সন্ধান উলিয়াব নোৱাৰিলে।

## আখিবঙ্গা :—

দৰঙত বঙ্গাচকুৱা আৰু উদমাৰিৰ ওচৰৰ পাৰ্কুপ পাহাৰত চকুবঙ্গা। আখিবঙ্গা হাজৰিকাৰ পৰা এই নাম হৈছে। এই গাঁৱৰ ওচৰতে ৰাজখোৱা আলি। এই গাঁৱত এখন বিশিষ্ট বামুণ গাওঁ আছিল আৰু তাতে বাইবেলৰ প্ৰথম অসমীয়া অনুবাদক আত্মাৰাম শৰ্মাই কিছুদিন আশ্ৰয় লৈছিল। এই গাঁৱতে সুসমালোচক তীৰ্থনাথ শৰ্মা আৰু ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা দেৱৰ পিতৃ-পিতামহৰ ভেঁটি আছিল বুলি জানিব পৰা হৈছে।

## গাবিকুৰি :—

গাবিকুৰি নামটিৰ অৰ্থ বহুতে বহুত ধৰণে কৰ খোজে। গাঁৱৰ বৃদ্ধ সকলে কয়যে তুৰ্ব্বকৰ হাতত বধ হোৱা মূলাগাভৰুক একুৰি মুণ্ডহীন তিকতাৰ সৈতে মৈদাম দিছিল। যদি এইটো সত্য হয় তেন্তে গাবিকুৰি গাঁবিকুৰি হব লাগিব কাৰণ গাঁবি মানে মূৰহীন দেহ। গাঁৱৰ পুৰণি পুখুৰী হ'ল সোৰাপুখুৰী, চিকিৰি পুখুৰী, কটকী পুখুৰী, গতি পুখুৰী, ভকতৰ পুখুৰী, মকৰা পুখুৰী, কাঠৰ পুখুৰী আৰু কাকতী পুখুৰী। পুৰণি বাৰী হৈছে ভগা শইকীয়াৰ বাৰী, হাতীমৰাৰ বাৰী আৰু তেলীয়া বাৰী। এই বাৰী সমূহে একোটা পৰিয়ালৰ চিত্ৰ ডাঙি ধৰে। গাঁৱৰ মূল পৰিয়াল হৈছে হেঙুল বৰা, নেওগ, কাকতী বৰা, চাউলখোৱা, পচলা খোৱা, সামৰি খোৱা, লেলা বৰা, হাতীমৰা, গন্ধীয়া বৰা আৰু নাজিৰ বৰা। এই পৰিয়াল সমূহৰ ভিতৰত হেঙুল বৰা পৰিয়ালৰ সৈতে এটি কাহিনী জড়িত হৈ আছে। কাহিনীটো হৈছে ধনঞ্জয় বিষয়া ঘোঁৰাত উঠি গুৱাহাটীৰ বৰফুকনৰ দোপদৰৰ পৰা গড়গাঁৱলৈ আহি থাকোতে বৰষকল্লাই

লগ পাই তেওঁৰ ৰূপত মুগ্ধ হৈ নিজৰ ছোৱালী বিয়া দিবলৈ মন কৰিলে। ইফালে ধনঞ্জয়ৰ আগৰ গৰাকী ভাৰ্য্যা আছিলেই। ৰৰনকৰাৰ অনুৰোধত ধনঞ্জয়ে আকৌ বিয়া কৰাবলৈ মান্তি হ'ল। ৰৰৰকৰাই ধনঞ্জয়ক চাৰিও ফালে শিমলু গছ ৰোৱাই নিৰ্দ্দিষ্ট এদোখৰ মাটি থাকিবলৈ দিছিল। ধনঞ্জয় তাতে বাস কৰি থাকিল। ধনঞ্জয়ক পয়ন্তা খোৱা পথাৰত পাঁচপুৰা মাটি দান কৰিলে। এই মাটিক আজিও "মান মাটি" বোলে। ধনঞ্জয়ৰ পুত্ৰ হ'ল নিৰাম্বৰ, দয়াবৰ, বিশ্বাম্বৰ আৰু চানবৰ।

ভৰালী গাওঁ ঃ—

ভৰালী হাজৰিকাৰ পৰা গাঁৱৰ নাম হৈছে বুলি আগতে উল্লেখ কৰি আহিছোঁ। ভৰালী হাজৰিকা ভৰালী নামঘৰৰো ভৰালী আছিল। ভৰালী হাজৰিকাৰ বংশৰ দুজন লোক আহোম ৰজাৰ কটকী আছিল। তাৰ ভিতৰত নিধি কটকী বিখ্যাত। ভৰালী নামঘৰটি কিয় স্থাপন হ'ল সেই বিষয়ে বালিসত্ৰৰ বুৰঞ্জী আৰু ভৰালী নামঘৰ আলোচনা প্ৰসঙ্গত উল্লেখ কৰা হৈছে। গাঁৱৰ পুৰণি বাৰী বহুতো। সেইবোৰ হল— দোমৰবাৰী, ৰবাৰ বাৰী, ঘিনবাৰী, ৰবাগীবাৰী কোঢ়া (কোঢ়াৰ ঘৰৰ)ৰ বাৰী, ধোৱাৰ বাৰী, দৌলগুৰি, লেহু পথাৰ (লেহুৰ ঘৰৰ), মালৰ টিকা (মালৰ ঘৰৰ), আৰু বাঘৰ ভূঁই। পুখুৰীৰ ভিতৰত ৰবাগী পুখুৰী, বিল পুখুৰী আৰু ভৰালী পুখুৰীয়েই প্ৰধান। গাঁৱৰ মাজত আৰু এটা পুখুৰী আছে কিন্তু তাৰ নাম নাই। সম্ভৱ পানীখাবৰ কাৰণে ভৰালী হাজৰিকাৰ নিৰ্দ্দেশত পুখুৰীটো খন্দোৱা হৈছিল। গাঁৱৰ পুৰণি পৰিয়াল হৈছে শিক্দাৰৰ ঘৰ, মনাইৰ ঘৰ, গেৰাৰ ঘৰ, বেজৰ ঘৰ, ধোৱাৰ ঘৰ, পকৰা ৰবাৰ ঘৰ, কদলীৰ ঘৰ, ঘিনৰ ঘৰ, কোঢ়াৰ ঘৰ, ৰবাগীৰ ঘৰ, দোমৰ ঘৰ, আৰু মালৰ ঘৰ। উল্লেখযোগ্য যে এই অঞ্চলটিক ৰচাদৈয়া বুলি বুঢ়া সকলে আজিও কয়।

দৌল পুখুৰী ঃ--

দৌল উৎসৱ বা হেজাৰ সংস্কৃতিৰ ভেটি। ইয়াত দুটা পুৰণি পুখুৰী

আছে— এটা হ'ল দৌল পুখুৰী আৰু আনটি হল সনাই পুখুৰী। এই সনাই ঘৰৰ এজন বুঢ়াই ছকুৰি মানৰ গোহালি ঘৰত কোমল চাউল খুৱাই পুহি মাৰিছিল বুলি শুনা যায়। এইয়া এতিয়া কাৰ্বি সকলৰ বাসস্থান।

**নশ :—**

তুৰ্কবকৰ নশ বন্দী সৈন্যক বোলে ৰাখিছিল।

**বামুণী :—**

এই বামুণীতে বোলে পাণ্ডৱ সকল থাকি বকাসুৰক বধ কৰিছিল।

**লাওখোৱা :—**

"মণিৰাম, পিয়লীৰ ফাঁচীৰ পাচত ঢেকীয়াল ফুকনে বৃটিশৰ দ্ৰোহ কৰিছিল বুলি "বঙ্গাল হৰকৰা" নামে কলিকতাৰ এখন দৈনিক বাতৰি কাকতে প্ৰচাৰ কৰিছিল আৰু সন্দেহ কৰা হৈছিল যেন তেওঁ কন্দৰ্পেশ্বৰ সিংহক ভটিয়াই নিওঁতে তেওঁক সাক্ষাত কৰিবলৈ লাওখোৱা ঘাটলৈ গৈছিল।

**ভোজখোৱা : –**

ভোজখোৱা চাপৰি ব্ৰহ্মপুত্ৰৰ কাষৰীয়া ঠাই। এই চাপৰিত অসমীয়াই মানক ভোজ খাবলৈ দি বধ কৰিছিল বুলি শুনা যায়।

**ফুলগুৰি : -**

দেওচুবৰ ওচৰত তাত বৰটোপ থকালৈ চাই এসময়ত সামৰিক ঘাটি আছিল বুলি অনুমান। এই ঠাইৰ ওচৰৰ বাঘচাৰ বিজাৰ্ভত আজিৰ পৰা প্ৰায় ৩৪ বছৰৰ আগতে বন্য মানুহৰ সন্ধান পোৱা হৈছিল। ইহঁত গছৰ ফেৰেঙনিত শোৱে। গাৰ বৰণ তেজাল বগা। চুলি পাতল। কিন্তু ইহঁত বৰ ওখ প্ৰায় সাত ফুট। ইহঁতে মাতে

বন্য জন্তুৰ দৰে। বাঘচাৰ বিজাৰ্ডৰ ওচৰত পাহাৰৰ ওপৰত এটা পুখুৰী আছে। এই ঠাই বাং কুকুৰৰ বিহাৰ ভূমি।

## আক্ৰোহী বালি ঃ

শিৱদত্ত বৰফুকন, হেলিমেলি সলাল গোঁহাই আৰু হৰদত্ত চৌধুৰীৰ লগত মিলি বৰকান্দাজইঁতৰ সহায় লৈ তেৰ বছৰীয়া বাপী গোঁহাইক ৰজা পাতি গৌৰীনাথ সিংহৰ দ্ৰোহ আচৰাত বৰফুকনক বন্দী কৰা হ'ল আৰু সলাল গোঁহাইক ধৰিবলৈ মৰঙ্গীখোৱা গোঁহাই আৰু ওপৰ দৈয়ঙ্গীয়া ৰাজখোৱা ভোমোৰা কলীয়াক লগত মানুহ দি পঠাই দিলে। এওঁলোক আহি আক্ৰোহী বালিত ৰ'লহি। ইয়াৰ পাচত বুদ্ধি কৰি সৌভাগ্য মাধৱলৈ আনি বন্দী কৰি মিছাতে ৰখা হ'ল। টঙনিয়াই মৰা হ'ল দক্ষিণপাট সত্ৰৰ ওচৰত।

এই আক্ৰোহী বালি আক্ৰোহী ভট্টাচাৰ্য্যৰ খাটেই হ'ব বুলি বিশ্বাস। এই খাট জয়সাগৰৰ দক্ষিণ-পশ্চিম কাষত।

---

# পঞ্চম অধ্যায়

## সাংস্কৃতিক উৎসৱ অনুষ্ঠান

**কলীয়াবৰৰ হেজেকৰা ভাওনা :—**

দৰং জিলাৰ জামুগুৰি অঞ্চলৰ বাৰেচহৰীয়া ভাওনাৰ আলোচনা প্ৰসঙ্গত জামুগুৰিৰ লগতে কলীয়াবৰৰ নামো উল্লেখিত নোহোৱাকৈ নাথাকে। শালস্তম্ভ আদি অনাৰ্য্য ৰজাসকল বা আহোম স্বৰ্গদেউ সকলৰ দিনৰতো কথাই নাই তাৰো আগৰে পৰাই ব্ৰহ্মপুত্ৰৰ দুয়োকূলৰ এক সাংস্কৃতিক সমন্বয় লক্ষ্য কৰা যায়। ভোমোৰাগুৰি পাহাৰ আৰু দুইমুনি শিলাৰ মধ্যস্থলত অৱস্থিত মহামুনি চ্যৱন আৰু কন্যকাশ্ৰমে লুইতৰ দুয়োকূলৰ সংস্কৃতি একেডাল সূতাৰে গাথি পেলাইছে। ব্ৰহ্মপুত্ৰই এসময়ত ভোমোৰাগুৰি শিলঘাটৰ কামকুট পাহাৰৰ মাজেৰে প্ৰবল ধাৰেৰে প্ৰবাহিত হোৱাৰ পূৰ্ব্বে বিশ্বনাথ, হাতীমূৰা, কামকুট, দুইমুনি শিলা আৰু ভোমোৰাগুৰি পাহাৰ সম্ভৱ আজিৰ দৰে বিচ্ছিন্ন নাছিল। এই পাহাৰ সমূহত শিৱ আৰু শক্তি পূজা অহোৰাত্ৰই চলিছিল। স্বৰ্গৰ অঙ্গ দৰঙৰ লগতে কলীয়াবৰৰ এই অঞ্চলো স্বৰ্গীয় আলোকেৰে উদ্ভাষিত হৈছিল।

সু-প্ৰসিদ্ধ শালস্তম্ভ ৰজাসকলৰ দিনত উত্তৰ আৰু দক্ষিণকূল ৰাজনৈতিক আৰু সাংস্কৃতিক বান্ধোনেৰে বান্ধ খাই আছিল।

আহোমসকলৰ দিনতো এই দুইকূলৰ মাজত এক মধুৰ সমন্বয় স্থাপন হৈছিল আৰু সেই সমন্বয় গঢ়ি উঠাত বিশেষকৈ বৰঙণি যোগাইছিল স্বৰ্গদেউ জয়ধ্বজসিংহই। এই কথা আগৰ অধ্যায়ত আলোচনা কৰা হৈছে।

নতুৱাৰ গাওঁ পতাৰ দিন ধৰি এই অঞ্চলৰ লগত কলীয়াবৰৰ সম্বন্ধ আগতকৈ নিবিড় হৈ পৰিছিল। স্বৰ্গদেউসকলে কলীয়াবৰৰ দৰে সেই অঞ্চলতো দৌল দেৱালয় স্থাপন কৰি সাংস্কৃতিক বিনিময় সুচল কৰি দিছিল। মানৰ আক্ৰমণৰ পিচত নতুৱাৰ অঞ্চলে আকৌ নতুন ৰূপ ললে কাৰণ সেই দুৰ্য্যোগৰ বেলিকা কলীয়াবৰৰ পৰা মানুহ ভাগি সেই অঞ্চল ভৰি পৰিছিল আৰু মানৰ আক্ৰমণৰ পিচত বহু পৰিয়াল তাতে বৈ গৈছিল। এই নতুন পৰিয়াল সমূহেও নতুৱাৰ অঞ্চলৰ সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত কম ৰেখাপাত কৰা নাই।

আলোচা হেজেকৰা বা বাৰেচহৰীয়া বা বাৰেগঞাৰ ভাওনাৰ কঠীয়াও স্বৰ্গদেউ সকলেই পোন প্ৰথমবাৰৰ বাবে কলীয়াবৰৰ পবিত্ৰ মাটিত সিচিছিল। অৱশ্যে তেতিয়া তাৰ ৰূপ আছিল আগতকৈ বেলেগ ধৰণৰ। কলীয়াবৰৰ পৰা পৰিয়াল সমূহ গৈ নতুৱাৰ অঞ্চল ভৰি পৰাৰ লগে লগে ইয়াৰ সাংস্কৃতিও বিস্তাৰিত হৈ তুয়োকুল এক মিলনতন্ত্ৰীত বান্ধি পেলায়। লুইতৰ দুয়োকুল সাংস্কৃতিক ডৌৰে প্ৰাবিত কৰিলে। আজি নতুৱাৰৰ কলা সংস্কৃতিক কলীয়াবৰীয়াই যেনেকৈ মোৰ বুলিব পাৰে ঠিক সেইদৰে নতুৱাৰ অঞ্চলৰ মানুহেও কলীয়াবৰৰ খিনিও নিজৰ বুলি কৈ গৌৰৱ কৰাৰ নৈতিক অধিকাৰ নাই জানো?

এক লুইতপৰীয়া সংস্কৃতিয়েই একালত কলঙ বা কপিলীপৰীয়া সংস্কৃতিৰ সৃষ্টি কৰিছে। হাজাৰী বা বাৰেচহৰীয়া ভাওনাৰ জন্ম বৃত্তান্ত পৰ্য্যাবেক্ষণ কৰিলে নগাওঁৰ কলীয়াবৰ আৰু দৰঙৰ জাগমুগুৰি অঞ্চলৰ সাংস্কৃতিক ঐক্যমন্ত্ৰৰ কথা স্পষ্ট হৈ পৰাৰ লগে লগে আৰু এটা কথা প্ৰতিপন্ন হ'ব আৰু সেইটো হ'ল এই সাংস্কৃতিক বস্তি হাজাৰী বা বাৰেচহৰীয়া ভাওনাৰ শুভ উদ্বোধনৰ স্থান ক'ত।

স্বৰ্গদেউ শিৱসিংহৰ দিনৰ পৰা কলীয়াবৰৰ দৌল-দেৱালয় সমূহত বিশেষকৈ প্ৰধান দেৱালয় শ্ৰীশ্ৰীসৌভাগ্য মাধৱত দৌল উৎসৱ আৰু শ্ৰীকৃষ্ণৰ জন্মাষ্টমীত সদৌ কলীয়াবৰৰ ৰাইজে সহযোগ কৰিছিল আৰু এই উৎসৱ হাজাৰ জনৰ উৎসৱলৈ ৰূপান্তৰিত কৰিছিল কিন্তু এটা কথা মন কৰিব

লগীয়া যে সেই উৎসৱে "হাজাৰ" সংস্কৃতিৰ ধ্বজা পুতিব নোৱাৰিলে। সম্ভৱ তাৰো আগৰেপৰা স্বৰ্গদেউসকলে দোল উৎসৱ আৰু শ্ৰীকৃষ্ণৰ জন্মাষ্টমী উৎসৱত বিশেষ গুৰুত্ব দিয়াৰ সময়ত চিকনি পাহাৰৰ পশ্চিম প্ৰান্তৰ দোল পুখুৰীত শাকমুঠিৰ "শয়েক ভূঞা" সকলে সলাল গোহাইৰ পৃষ্ঠপোষকতাত এই দোল উৎসৱ বিৰাট পয়োভৰেৰে পতাত আগ ভাগ লৈছিল। বাস্তৱিকতে কবলৈ গলে কলীয়াবৰ আৰু জামুগুৰিৰ হেজেৰুৱা বা বাৰেচহবীয়া ভাওনা উৎসৱৰ জন্ম হৈছিল এই চিকনি পাহাৰৰ পৰা কিছু দূৰৈত অৱস্থিত দোল পুখুৰীত। দোলৰ ভেটি আৰু পুখুৰীয়ে আজিও সেই কথা ঘোষণা কৰি আছে। আজি হাতবৰ বা কলীয়াবৰৰ অন্য ঠাইত যি হেজেৰুৱা ভাওনা পতা হয় তাৰ গৌৰৱৰ অধিকাৰী শাকমুঠিৰ 'শয়েক' সকল। যি সময়ত দোল পুখুৰীত দোল উৎসৱৰ আৰম্ভ হৈছিল সেই সময়ত নিশ্চয় তুশ চকিয়াল আৰু তুশ পুৰথৰীয়াৰ গাৱঁৰ ৰূপ আগতকৈ সলনি হৈ গৈছিল। যি কোনো কাৰণতে নহওক কিয় মানুহৰ বসতি পাতল হৈ পৰিছিল আৰু ঘন হৈ পৰিছিলগৈ সেই উচ্চ শ্যামল ভূমি দোল পুখুৰী অঞ্চলত। কলীয়াবৰৰ মাজ বুকুত ব্ৰহ্মপুত্ৰৰ অবাধ জলধাৰাই প্লাবিত কৰি বসবাসত বাধা সৃষ্টি কৰাৰ কাৰণে হয়তো তেনে পৰিবৰ্ত্তন সধাৰ আৱশ্যক হৈছিল। সি যি কি নহওক এদিন আকৌ এটি শুভ-মুহূৰ্ত্তত শয়েকসকল চটাই আলিৰ কাষলৈ ক্ৰমান্বয়ে আহি গাওঁ পাতি বহিলহি। সেই সময়তে তেওঁলোকৰ লগতে নাম আহিল তেওঁলোকৰ মৰমৰ দোল উৎসবটিও— হেজাৰ সংস্কৃতিৰ জন্ম দিবলৈ। এদিন আকৌ 'শয়েক' সকলৰ পৃষ্ঠপোষকতাত দোল উৎসৱৰ পাতনি মেলা হ'ল চটাই আলিৰ পশ্চিম ফালৰ বহল পথাৰত। দোলগুৰি পথাৰৰ দোলৰ ভেটিয়ে সেই কথা ঘোষণা কৰি আছে। সেই সময়ত এই উৎসৱ পাতোতে খোৱা পানীৰ সুবিধাৰ কাৰণে ৰজাদিনীয়া পুখুৰীৰ আশ্ৰয় লব লগা হৈছিল। যি কি নহওক চটাই আলিৰ কাষৰ বৰ্ত্তমান শাকমুঠি, ভৰালী, আখিৰঙ্গা, গাঁৰিকুৰি আৰু দলগাঁৱৰ মাজত দোল উৎসৱ পতা হ'ল আৰু লগে লগে এই সাংস্কৃতিক বন্তিগছি আৰু উজ্জ্বল হৈ জ্বলি উঠিল। শয়েক ভূঞাসকলৰ

পৃষ্ঠপোষকতাত বচাদৈয়া অঞ্চলৰ সমূহ ৰাইজে সহযোগিতা আগবঢ়ালে। বচাদৈয়া অঞ্চল মুখৰিত হ'ল - মুখৰিত হ'ল এই অঞ্চলৰ বন-বিৰিণা-বাঁহনি গছনি আৰু কলনি।

শাকমুঠি শয়েকৰ দৌল উৎসৱে এদিন আকৌ গভীৰ হাবি-বন ফালি কলঙৰ কালে গতি কৰিলে। বচাদৈয়াৰ পৰিসৰ আগতকৈ বিস্তৃত হ'ল - বহল হ'ল মানুহৰ মনো। এইবাৰ আকৌ আখিৰঙ্গা গাঁৱৰ কাষৰ ৰাজখোৱা আলিৰ উত্তৰফালে বৰায়া পুখুৰীৰ ওচৰৰ বহল পথাৰত দৌল উৎসৱৰ পাতনি মেলা হ'ল এক নতুন ৰূপেৰে - নতুন উদ্যমেৰে। এনেদৰেই শাকমুঠি শয়েকৰ দৌল উৎসৱটিও আগবাঢ়ি কলঙৰ কালে আহি থাকিল। এসময়ত যেতিয়া হাজাৰজনৰ উমৈহতীয়া সম্পদ হ'ল তেতিয়া ই ৰূপান্তৰিত হ'ল হাজাৰ সংস্কৃতিলৈ। কিন্তু মন কৰিব লগীয়া কথা এইয়ে যে শাকমুঠিৰ নাম কিন্তু তেতিয়াও হেৰাই নগল। শুনা যায় বৰীয়া পুখুৰীৰ কাষত কেৱল খেৰেৰে ডাঙৰ দৌল সাজি ৰাইজে ভাওনা সবাহেৰে দৌল উৎসৱ পাতিছিল।

এনেকৈয়ে বহুকাল গ'ল। কলীয়াবৰৰ প্ৰাকৃতিক আৰু ভৌগোলিক পৰিবেশো যথেষ্ট সলনি হ'ল। কলঙৰ পাৰে পাৰে সত্ৰ দেৱালয়ৰ লগে লগে গাওঁ বিলাকৰ পৰিসৰ ভালেখিনি বাঢ়িল। মান ভগনত ইতিমধ্যে শাকমুঠি শয়েক বা অন্য ঠাইৰ লোকসকলে নিজৰ ঠাই এৰি কেনিবা আশ্ৰয় ললে। মান ভগনৰ পিচত বহু পৰিয়াল ঘূৰি আহিল কিন্তু বহুতো কেনিবা লুকাল যাৰ বাৰ্ত্তা দিবলৈ প্ৰাচীন বাৰী ঘৰৰ বাহিৰে অন্য একোৱেই নাথাকিল। এই শূন্য ঠাইবোৰ পূৰালেহি উজনীৰ বহু বিশিষ্ট পৰিয়ালে। সি যি কি নহওক কলঙৰ কাষৰ বৰ্ত্তমান হাতবৰ শঙ্কৰ মন্দিৰৰ ওচৰৰ ফুকনৰ বাৰীত দৌল উৎসৱ সমাৰোহেৰে উদ্‌যাপন কৰা হ'ল। তাৰ পৰা এদিন হ'ল আকৌ কলঙৰ পাৰত আৰু তাৰ বহু পিচতহে আজিৰ হাতবৰ শঙ্কৰ মন্দিৰৰ পবিত্ৰ স্থানত শাকমুঠি হেজাৰৰ দৌল উৎসৱৰ বন্তি গছি-চিৰ প্ৰজ্বলন হৈ স্থাপন হলহি। এই বন্তিৰ পোহৰত সমগ্ৰ কলীয়াবৰ যেন উদ্ভাষিত হ'ল। হাতবৰ অঞ্চলে

প্ৰায় চৌধখন গাঁৱৰ বিৰাট সমষ্টি এটা সাবটি লোৱাৰ হেতু শাকমুঠি হেজাৰ হাতবৰ হেজাৰলৈ ৰূপান্তৰিত হৈ গল। প্ৰথমতে এই ঠাইত খেৰেৰে ওখ দৌল সাজি প্ৰত্যেক বছৰে ফাকুৱাত চাৰিখনীয়া ৰভাৰে ভাওনা উৎসৱ পতাটো এটি নিয়মত পৰিণত হৈছিল। দৌলৰ চাৰিওকালে নিৰ্দ্দিষ্ট গাঁৱক ভাওনা পাতিবলৈ ব্যৱস্থা কৰি দিয়া হৈছিল। এই চাৰিখনীয়া ৰভাৰ ভাওনা আজি কিছুদিনৰ আগলৈকে আছিল কিন্তু আজিকালি চৌধখন গাঁৱে একে লগে এক মন্দিৰৰ নামঘৰতে ভাওনা সবাহ পাতে। এই দৌল মন্দিৰ এদিন আকৌ শঙ্কৰ মন্দিৰত পৰিণত হ'ল – মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শ প্ৰকাশি। পৰিবৰ্ত্তনশীল জগতত সকলোৰে পৰিবৰ্ত্তন আছে— বাহ্যিক পৰিবৰ্ত্তন দেখা গলেও মূলতে হাতবৰ হেজাৰৰ লক্ষ্য শয়েকভূঞাৰ লক্ষ্যৰ পৰা কোনো সলনি হোৱা নাই। মন্দিৰত শঙ্কৰোৎসৱ, ৰাসোৎসৱ আৰু ফাকুৱা এই তিনি প্ৰধান উৎসৱ চৌধখন গাঁৱৰ ৰাইজে বছৰে বছৰে পালন কৰি "হেজাৰ" সংস্কৃতিক জীয়াই ৰাখিছে। এই হাতবৰ হেজাৰৰ লগে লগে কলীয়াবৰৰ পবিত্ৰ মাটিত জন্ম হ'ল চতিয়াল, পূৱথৰীয়া, ৰৰভগীয়া, জমখলা আৰু সোণাৰী কামাখ্যা হেজাৰ। এই হেজাৰ সমূহো শাকমুঠি বা হাতবৰ হেজাৰৰ দৰেই স্বকীয় ঐতিহ্যেৰে মণ্ডিত। কোঁতিয়াৰা এখন বা কোঁতিয়াৰা আকৌ চাৰিখনীয়া ৰভাৰ ভাওনা উৎসৱ পাতি এই হেজাৰ সমূহেও হেজেৰুৱা ভাওনাৰ ঐতিহ্য ৰক্ষা কৰি আহিছে। এই বিভিন্ন হেজাৰৰ মাজত এদিন আকৌ কলীয়াবৰৰ ধৰ্ম-সংস্কৃতি প্ৰাণ ব্যক্তি যেনে ৰৰভগীয়াৰ ৺মুক্তাৰাম বৰুৱা মৌজাদাৰ, জখলাবন্ধাৰ ৺মিনাৰাম খাওণ্ড আৰু ৺গুবিন খাওণ্ড, হাতবৰৰ ৺কনক মাষ্টৰ, কুৱৰীটোলৰ ৺বলোৰাম হাজৰিকা আৰু ৺মোলোকা বৰদলৈ, দেউৰী চিলাবন্ধাৰ ৺ বিজয় গাওবুঢ়া আৰু ৺ কণী কাকতি, বাঘৰচুকৰ ৺ দালিৰাম শইকীয়া, শিলঘাটৰ ৺ অচন্দা গাওঁবুঢ়া আৰু ৺বগা হাজৰিকা, পূৱথৰীয়াৰ ৺ৰাধা মৌজাদাৰ, সোণাৰী গাঁৱৰ ৺ভেকোলা দলৈ আৰু ৺ৰসৰাম বৰদলৈ, মূৰাৰিৰ ৺ঈশ গোস্বামী, শান্তিপুৰৰ ৺বাপুতি হাজৰিকা, মিছামুখৰ ৺পোৱালি মণ্ডল, কৰতি পাৰ নসত্ৰৰ ৺জয়দেউ গোঁসাই আৰু

কৰতিপাৰ পুৰণিসত্ৰৰ ৺অনন্তদেউ গোঁসাই, বালিসত্ৰৰ ৺লীলা গোস্বামী, বৰুৰাচুকৰ ৺বপ্নেশ্বৰ বৰুৱা, শাকমুঠি ভৰালীৰ ৺নৰাম হাজৰিকা আৰু ৺সোমেশ্বৰ হাজৰিকা, শাকমুঠিৰ ৺বাঞ্চা কাকতি, দয়ালৰ ৺গন্ধৰাম হাজৰিকা, চতিয়ালৰ ৺কৃষ্ণপদ বৰা আদি সজ্জন সকলে কলীয়াবৰত জন্ম দিলে সদৌ কলীয়াবৰীয়া হেজেকৰা ভাওনা। এবাৰ ২১খন আৰু এবাৰ ১৬খন ৰভাৰে ভাওনা উৎসৱ পাতি কলীয়াবৰত চাঞ্চল্যৰ সৃষ্টি কৰিছিল। এই ভাওনাৰ পবিত্ৰ স্থান আছিল কুঁৱৰীটোল, পানীজান, চতিয়াল — গোমোথাৰ শালিকা পথাৰ আৰু বৰভগীয়াৰ লহকৰ পথাৰ। কলীয়াবৰৰ সকলো সত্ৰৰ অধিকাৰ সকলেও এই উৎসৱত বিশেষভাৱে যোগদান কৰি এক গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশৰ সৃষ্টি কৰিছিল। এই উৎসৱ সাফল্যমণ্ডিত কৰাত গাঁৱৰ গাওঁবুঢ়া, মৌজাদাৰ আৰু আনকি আৰক্ষী বিষয়া সকলেও সহায়-সহযোগিতা আগ বঢ়াইছিল। এই হেজেকৰা ভাওনাৰ প্ৰাণ আছিল বৰভগীয়াৰ মৌজাদাৰ ৺মুক্তাৰাম বৰুৱা। এখেতৰ মৃত্যুৰ পাচত এই বিৰাট পযোভৰৰ উৎসৱ নাইকীয়া হ'ল। এই কলীয়াবৰ হেজাৰৰ তলত কেইবাখনো শাখা কমিটি আছিল আৰু তাত নানা ধৰণৰ যেনে কৃষি, শিল্প, খাদি আৰু ধৰ্ম বিষয়ে আলোচনা হৈছিল। শাখা কমিটি সমূহ আছিল শাকমুঠি, চতিয়াল, কুঁৱৰীটোল, বৰভগীয়া, ওপৰ বৰভগীয়া, নলতলী, দেউৰী চিলাবন্ধা, পুৰথৰীয়া, সোণাৰী গাওঁ আৰু বৰভকতি-দ'লাল। কলীয়াবৰ হেজাৰ জন্ম হৈছিল ১৯২৫ চনত আৰু তাৰ শাখা কমিটিসমূহ স্থাপন হৈছিল ১৯৩০ চনত।

আজি এই বিৰাটৰূপৰ ভাওনা উৎসৱ নহলেও কলীয়াবৰে কলীয়াবৰীয়া হেজেকৰা ভাওনা মাজে মাজে বিশেষ উপলক্ষে পাতি সেই মহান ঐতিহ্য ৰক্ষা কৰি আহিছে। হেজেকৰা ভাওনাৰ এই মহান সংস্কৃতি নজহা নপমাকৈ ৰখাটো প্ৰত্যেকজন সংস্কৃতি প্ৰাণ ব্যক্তিৰে আজি প্ৰধান কৰ্ত্তব্য বুলি ভাবো। ইয়াতেই আছে লোকৰঞ্জন, ইয়াতেই আছে লোক সংগ্ৰহ আৰু ইয়াতেই আছে মহান ঐক্য আৰু সংহতিৰ স্বাক্ষৰ। অন্য হাতেদি সংস্কৃতিয়েইহে জাতিৰ প্ৰাণ।

**বিভিন্ন হাজাৰ :—**

**হাতবৰ হাজাৰ :—**

ইতিমধ্যে আমি হাতবৰ হাজাৰৰ জন্ম বৃত্তান্ত সম্পৰ্কে আলোচনা কৰিলোঁ। এতিয়া সেই হাতবৰ হাজাৰৰ এটি বুৰঞ্জী আলোচনা কৰিম। বৃটিশৰ দিনত আমাৰ ৰাজহুৱা উৎসৱ সমূহৰ পৰিচালনাৰ ভাৰ তেওঁলোকৰ কৰ্মচাৰীৰ ওপৰত পৰিছিল। হাতবৰ হাজাৰৰ পৰিচালনাৰ ভাৰ এদিন পৰিছিল গাৰিকুৰিৰ ভদ বৰা নাজিৰৰ ওপৰত। সময়ত গণতান্ত্ৰিক পদ্ধতিত এই অনুষ্ঠান সমূহ পৰিচালনা কৰিব লগা হৈছিল। ৺ভদ বৰাৰ পাচত সেই পৰিচালনাৰ ভাৰ পৰিছিল ৺তৰ্জ্জুৰাম কাকতি আৰু ৺বাঞ্চা কাকতিৰ ওপৰত। ৺বাঞ্চাৰাম কাকতি সেই সময়ত চৰকাৰী কাকতি আছিল। ৺তৰ্জ্জুৰাম কাকতিৰ মৃত্যুৰ পাচত ৺বাঞ্চা কাকতি আৰু ৺আত্মাৰাম হাজৰিকাৰ ওপৰত হাজাৰ পৰিচালনাৰ ভাৰ পৰে। এই কমিটিখনত আছিল জখলাবন্ধাৰ ৺মিনাৰাম খাউণ্ড, দয়ালৰ ৺গন্ধৰাম হাজৰিকা, সকভগীয়াৰ ৺নদৰাম মুক্তিয়াৰ, সোন্দৰৰ ৺মায়াৰাম হাজৰিকা, বৰিগাঁৱৰ ধনী বৰা, শাকমুঠিৰ ৺গুনাই বৰা আৰু ৺সম্ভু বৰা, ভৰালীৰ ৺নৰাম হাজৰিকা, ৺মইনা সাতোলা আৰু ৺বিলাই হাজৰিকা, আখিৰজাৰ ৺বাঞ্চা হাজৰিকা ৺ভুৰাম বৰা, গাৰিকুৰিৰ ৺গোপীনাথ বৰা, দাঁটকটাৰ ৺গেলি বৰা, নাহৰৰ ৺মাধৰাম কটকী আৰু চেলেঙৰ ৺বগা বৰা আৰু ৺বগী বৰা। মাজ আৰু শেষ চোৱাত চতিয়ালৰ ৺ বাঞ্চা বৰা, ৺মিঠাৰাম বৰা, দাটকটাৰ ৺জয়ৰাম বৰা আৰু নৰকান্ত গায়ন, ৰামতামুলীৰ ৺মাঘি বৰা আৰু ৺কুশৰাম বৰা, দয়ালৰ ৺জীৱধৰ হাজৰিকা, ৺যজ্ঞোৰাম হাজৰিকা আৰু ৺বিনদ হাজৰিকা, সকভগীয়াৰ ৺ভদাই মুক্তিয়াৰ, নাহৰৰ ৺জনাৰাম কটকী, চেলেঙৰ ৺নিচাই বৰা উদাহীনৰ ৺চেনেউ বৰা, শাকমুঠিৰ ৺কৃষ্ণৰাম শইকীয়া, ৺নৰাম শইকীয়া, বৰিগাঁৱৰ ৺ভোলাই বৰা, ৺হুলি গায়ন, আখিৰজাৰ ৺থুনাই শইকীয়া ৺দুৰ্ল্লভ হাজৰিকা, গাৰিকুৰিৰ ৺জনাই বৰা ৺আনন্দি নেওগ আৰু ৺থোলাই বৰা আদি লোকসকল। এই সকলৰ ভিতৰত দাঁতকটাৰ ৺জয়ৰাম বৰাৰ বৰঙনি হাতবৰ হাজাৰে চিৰদিন

মনত ৰাখিব। তেখেতৰ কৰ্ত্তব্যনিষ্ঠা আৰু সাধুতাই হাতবৰৰ ভৱিষ্যতৰ বংশধৰ সকলক অনুপ্ৰাণিত কৰি থাকিব ।

এইটো মন কৰিব লগীয়া কথাযে ৺বাঞ্চা ৰাম কাকতিৰ দিনৰ পৰা হাজাৰৰ সমূহ গাওঁ একত্ৰিত হৈ চাৰিওফালে চাৰিখন ৰভা দি মাজত খেৰেৰে দৌল সাজি ভাওনা সবাহ পাতি ফাকুৱা উৎসৱ পালন কৰিছিল। উৎসৱ পালনত কোন গাঁৱৰ ৰাইজে কোন ফালে ভাওনা কৰিব তাৰ ব্যৱস্থা এনেধৰণে কৰা হৈছিল যেনে পূৱফালৰ ৰভা আছিল জখলাবন্ধাৰ, দয়াল, সৰুভগীয়া আৰু সোন্দৰৰ ; পশ্চিমৰ ৰভা আছিল আখিৰঙ্গা আৰু গাৰিকুৰিৰ ; উত্তৰৰ ৰভা আছিল দাট কটা, বৰিগাওঁ, চেলেং, নাহৰ আৰু ওপৰ চতিয়ালৰ আৰু দক্ষিণৰ ৰভা আছিল শাকমুঠি আৰু ভৰালীৰ। কেতিয়াবা আকৌ একেলগে একেখন ৰভাতে কৰিছিল ।

৺বাঞ্চা কাকতিৰ পিচত হাজাৰ পৰিচালনাৰ ভাৰ পৰিল ৺গন্ধৰাম হাজৰিকা আৰু ৺কুশৰাম বৰাৰ ওপৰত। তাৰ পাচত পৰে ৺গোপী নাথ বৰা আৰু ৺ৰত্ন কান্ত বৰাৰ ওপৰত। এই সকলৰ পাচত ৺জয়ৰাম বৰাদেৱে সভাপতিৰ দায়িত্ব বহন কৰি সুচাৰুৰূপে হাজাৰখন পৰিচালনা কৰিছিল। এইয়া ১৯২৪ চনৰ কথা। বৰ্ত্তমানৰ টিনৰ দৌলটি ১৯২৯ চনত প্ৰতিষ্ঠা কৰি ভাগৱত প্ৰতিষ্ঠা কৰা হৈছিল। দৌল মন্দিৰ প্ৰতিষ্ঠাত ৰাতি গুৰুজনাৰ অঙ্কীয়া নাট সীতা সয়ম্বৰ ভাওনা কৰা হৈছিল। যি স্থানত মন্দিৰ স্থাপন হৈছে সেই মন্দিৰৰ মাটি হৈছে ৺জয়ৰাম বৰা, ৺ভোগৰাম বৰা, ৺নৰকান্ত গায়ন আৰু ৺দন্দিৰাম বৰাৰ। এখেত সকলে এই মাটি মন্দিৰৰ বাবে দান কৰিছিল। এখেতসকল দাটকটা গাঁৱৰ লোক।

হাতবৰ শঙ্কৰ মন্দিৰত হাতবৰৰ অৰুণসেৱা সমিতিৰ সৌজন্যত প্ৰথম শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱ উদ্‌যাপন কৰা হৈছিল। অকল এইয়ে নহয় ইয়াৰ পাচত সদৌ কলীয়াবৰীয়া ৰাইজে তিনি দিনিয়াকৈ শঙ্কৰোৎসৱ পাতিছিল। এই শঙ্কৰ মন্দিৰৰ প্ৰাঙ্গণত এসময়ত এখন শঙ্কৰী কলাকৃষ্টিৰ বাবে এখন বিদ্যালয় স্থাপন হৈছিল আৰু সেই অনুষ্ঠানটিয়ে অসমৰ বিভিন্ন

ঠাইত কলাকৃষ্টি প্ৰদৰ্শন কৰিছিল। এই বিষয়ে পিচত আলোচনা কৰা হৈছে।

জগতৰ সকলো বস্তুৰে উত্থান-পতন আছে, হাতবৰ হেজাৰবো এদিন পতন নামি আহিছিল। নানা খেলিমেলিত হাজাৰ মৃতপ্ৰায় হৈছিল। নামঘৰ ভাগি চিগি উৰলি গৈছিল। কিন্তু তাত সৃষ্টিৰ বীজ সঞ্চাৰ হল। কলীয়াবৰৰ শঙ্কৰসংঘই হাতবৰ শঙ্কৰ মন্দিৰত শঙ্কৰোৎসৱ পাতিবলৈ যো-জা কৰিলে। উৰলি যোৱা নামঘৰ ভাগি তাত টিনৰ ৰভা দিয়া হ'ল। ধ্বংশ নহলে সৃষ্টি নহয়—ধ্বংশ হয় সৃষ্টিৰ বাবে। হাতবৰ হেজাৰৰ— ঐতিহ্যমণ্ডিত হাতবৰ হেজাৰৰ তেনে পুতৌ লগা অৱস্থা নিৰীক্ষণ কৰিলে হাতবৰৰে কেইজনমান উদীয়মান যুৱকে। তেওঁলোকে সপোন ৰচনা কৰিলে টিনৰ স্থায়ী নামঘৰৰ। ৰাইজক এক গোট কৰিবলৈ প্ৰস্তাৱ আগবঢ়োৱা হ'ল— ৰাইজে পূৰ্ণ সমৰ্থন আগ বঢ়ালে টিনৰ নামঘৰ স্থাপনত। জয়জয়তে স্থানীয় উদীয়মান ডেকা শ্ৰীকুসুম বৰাই দুটা পকাখুটাৰ দান আগ বঢ়ালে। তাৰ পাচতে দানৰ দুৱাৰ যেন খোল খালে। লগে লগে বহুতেই খুটা আগবঢ়ালে আৰু তাৰ ফলস্বৰূপে আজিৰ সেই স্থায়ী নামঘৰ। স্থায়ী নামঘৰৰ ভেটিত ৰাইজ আকৌ এবাৰ সংগঠিত হ'ল। শাক্মূর্তি "শয়েক ভূঞা"ৰ চেষ্টা, ৺বাঞ্চা কাকতি ৺তৰ্জ্জ কাকতি ৺জয়ৰাম বৰা ৺দীনবন্ধু শইকীয়া আদি ব্যক্তি সকলৰ ত্যাগ অথলে নগল। হেজাৰ আগবাঢ়ি আছিল আৰু আগবাঢ়ি যাব নতুন আদৰ্শেৰে।

এই হাজাৰত অনুষ্ঠিত হোৱা ভাওনা সমূহৰ যদি এটি বৰ্ণনা দিয়া। নহয় তেন্তে ইয়াৰ বুৰঞ্জী অসমাপ্ত হ ব। এই হাজাৰে আজিলৈকে বহু নাটকৰ ভাওনা কৰিলে। এই নাট সমূহৰ ভিতৰত বেনী বন্ধন, কুৰুক্ষেত্ৰ, ভীষ্মপৰ্ব্ব, ৰাস, ৰাম বিজয় আৰু ৰুক্মিণী হৰণ বিশেষ ভাৱে উল্লেখযোগ্য। এই কেইখনত বিশেষকৈ কুৰুক্ষেত্ৰ আৰু বেনী বন্ধনত ভীমৰ ভাৱত গাৰিকুৰিৰ শ্ৰীনোমল বৰা আৰু শ্ৰীধানেশ্বৰ নেওগ আৰু দুৰ্য্যোধনৰ ভাৱত উক্ত শ্ৰীনোমল বৰাই চমকপ্ৰদ ভাও দি দৰ্শকক মুগ্ধ কৰি গৈছে। ভীষ্ম পৰ্ব্বত দুৰ্য্যোধনৰ ভাৱত ভৰালীৰ শ্ৰীচন্দ্ৰকান্ত বৰা, অৰ্জ্জুনৰ ভাৱত

৺বলাই বৰা আৰু তীমৰ ভাৱত ৺বালীৰাম হাজৰিকা আৰু কুনকুনী বৰা গাঁৱৰ শ্ৰীসকলৰা বৰাই সুখ্যাতি অৰ্জ্জন কৰি গৈছে। বেনী বন্ধনতে দ্ৰোপদীৰ ভাৱত গাৰিকুৰিৰ শ্ৰীমিনাৰাম হাজৰিকা, অৰ্জ্জুনৰ ভাৱত শ্ৰীপদ্ম শৰ্মা, বাসৱ শঙ্খচুৰৰ ভাৱত ভৰালীৰ ৺ফনিধৰ হাজৰিকা, গাৰিকুৰিৰ শ্ৰীনোমল বৰা আৰু শ্ৰীবাণেশ্বৰ নেওগ আৰু শ্ৰীকৃষ্ণৰ ভাওত গাৰিকুৰিৰ শ্ৰীদেবেন বৰা আৰু আখিৰঙ্গাৰ শ্ৰীভাবি শইকীয়াই সুন্দৰ অভিনয় প্ৰদৰ্শন কৰি গৈছে। কুৰুক্ষেত্ৰ আৰু বেনী বন্ধনত শকুনিৰ ভাৱত ভৰালীৰ ৺বালীৰাম হাজৰিকাই যি অভিনয় কৰি গৈছে সেই অভিনয় বিশেষকৈ হাতবৰীয়া বাইজে পাহৰিব নোৱাৰে। কুৰুক্ষেত্ৰত যুধিষ্ঠিৰৰ ভাৱত ভৰালীৰ ৺পূৰ্ণকান্ত বৰাই এক জীৱন্ত অভিনয় কৰি গৈছে। এইখিনি নিশ্চয় ভবিষ্যৎ হাতবৰীয়াৰ বাবে অনুপ্ৰেৰণাৰ বস্তু হৈ থাকিব। *

পুৰথৰীয়া হাজাৰ :—

এই হাজাৰ সংগঠন হাতবৰৰ পিচতে। হাতবৰৰ শঙ্কৰোৎসৱৰ পিচত্তে এই অঞ্চলৰ ৰাইজে স্থায়ীভাৱে দৌলঘৰ নিৰ্মাণ কৰি হাজাৰ স্থাপনৰ সপোন দেখে। উল্লেখযোগ্য যে এই দৌলঘৰ নিৰ্মাণ হোৱাৰ আগতে “দুশ পুৰথৰীয়া”ৰ শয়েকে কেহেক তলীত একেলগে ভাওনা উৎসৱ পাতিছিল। ইয়াত দুশ পুৰথৰীয়াৰ লগতে তেলীয়াৰ ৰাইজেও সহযোগ কৰিছিল। কেহেকতলীৰ উৎসৱত পুৰথৰীয়াৰ আছিল ৰুক্মিণীহৰণ, তেলীয়াৰ আছিল ৰাস, ৰণচোৰ আছিল সীতা সয়ম্বৰ আৰু নদাই হাজৰিকা চুকৰ আছিল অদ্ভুতকাণ্ড ৰামায়ণ। এনেদৰেই ৬/৭ বাৰ ভাওনা-সবাহ পাতিছিল। এবাৰ এনেকৈয়ে এখন ৰভাৰ তলতে সাৎদিন ভাওনা হৈছিল। কেতিয়াবা এই ভাওনা দুখনীয়া ৰভাবেও পতা হৈছিল। উৎসৱ পতা হৈছিল ফাগুন-চ'ত মাহত।

কেহেকতলীৰ পিচত ৰণচোৰ চাৰিখন গাওঁ মিলি ভাওনা-উৎসৱ

---

* গাঁৰিকুৰিৰ শ্ৰীৰমাকান্ত বৰাৰ সহায়ত।

পাতিছিল। এই ভাওনা সমূহৰ বৈশিষ্ট্য আছিল এয়ে যে ইয়াত মুখা ব্যৱহাৰ কৰা হৈছিল। এই মুখা চামগুৰি সত্ৰৰ গোঁসাই সকলে তৈয়াৰ কৰি দিছিল। এখেত সকলৰ মুখা, সিংহাসন আদি তৈয়াৰ কৰা দক্ষতাৰ কথা সত্ৰৰ বুৰঞ্জীত উল্লেখ কৰা হৈছে।

ওপৰোক্ত স্থানত সমূহীয়া ভাৱে উৎসৱ পতাৰ পিচত গুৱাল বৰুৱাচুকত চিৰস্থায়ীভাৱে দৌল প্ৰতিষ্ঠা হ'ল। প্ৰথমে খেৰেৰে দৌল সাজি চাৰিখনীয়া ৰভাৰে চাৰিখন গাওঁ মিলি ভাওনা পাতিছিল। এইয়া অনুমান ১৯৪৮/৪৯ চন মানৰ কথা।

পুৰথৰীয়া হাজাৰৰ দৌলঘৰ স্থাপনৰ মাটিখিনি দন্দি, পুনাই আৰু মিনাইৰ'। তেখেতসকলে মাটি মহানিলামত যোৱাত হাজাৰক চমজি দিয়ে। তাৰ পাচত ৺মিনাৰাম বৰুৱা আৰু পৰণ মহন্তৰ মাটিলৈ ঠাই বহলোৱা হয়। এই মন্দিৰ স্থাপন হোৱাৰ পিচত তেলীয়াৰ ৰাইজ, বালিটিকা, বাঘৰচুক, নিজ কলীয়াবৰ, বৰভকতি, ৰণচৌ— এই গাওঁ সমূহক সামৰি লোৱা হয় আৰু লগে লগে "দুশ পুৰথৰীয়া" শয়েকৰ উৎসৱ হাজাৰ উৎসৱলৈ ৰূপান্তৰিত হৈছিল।

এই হাজাৰৰ লগত যি কেইজন ব্যক্তিয়ে ওতঃপ্ৰোতভাৱে লাগি আছিল সেই সকল হ'ল মাজ পুৰথৰীয়াৰ ৺লক্ষী বৰুৱা ৺আনন্দি শইকীয়া আৰু আনন্দ কাকতি, ভিঞাৰিৰ ৺নন্দি ভূঞা, ৺পূৰ্ণ ভূঞা আৰু ৺মিনাৰাম ভূঞা ৰণচৌৰ ৺সোণাৰাম বৰুৱা, ৺দেহীৰাম বৰা, ৺পেলন কাকতি, ৺সোণাৰাম কাকতি, গুৱাল বৰুৱাচুকৰ ৺নিৰণ হাজৰিকা, ৺নিৰণ ভূঞা, শ্ৰীভোগেশ্বৰ নেওগ; দলিবাৰিচুকৰ ৺মিনাৰাম বৰা, ৺ভাবিৰাম কাকতি আৰু সেই সময়ৰ সেই ঠাইৰ সত্ৰাধিকাৰ সকলে। এই সকলৰ উপৰিও এজন মানুহৰ নাম আদিৰে পৰা জড়িত হৈ আছে— সেইজন ব্যক্তি হৈছে ৺কেশৰাম মেম্বৰ।

এই হাজাৰে বহু ভাওনা পাতিছে। সেই ভাওনাৰ ভিতৰত সীতাহৰণ বালীবধ, উজনাসুৰ বধ আৰু ৰাস শ্ৰেষ্ঠ ভাওনাৰ ভিতৰত পৰিগণিত হৈছে। সীতাহৰণ বালীবধত বালীৰ ভাৱত নলতলীৰ শ্ৰীদেবেন ভূঞা,

বাৰণৰ ভাৱত তেলীয়াৰ শ্ৰীঈশেশ্বৰ ভূঞা আৰু সুগ্ৰীৱৰ ভাৱত গাঁৱিকুৰিৰ শ্ৰীবাণেশ্বৰ নেওগে সু-অভিনয় কৰি গৈছে। উজনাসুৰ বধত উজনাসুৰ আৰু উটঙ্ক মুনিৰ ভাৱত পুৰথৰীয়াৰ শ্ৰীৰামেশ্বৰ শইকীয়া, উটঙ্ক মুনিৰ ভাৱত পুৰথৰীয়াৰে শ্ৰীৰত্নেশ্বৰ শইকীয়া আৰু ৰাসত সৰুভগীয়াৰ শ্ৰীনিশি মহন্তই শঙ্খচুৰৰ ভাৱত সুনাম আৰ্জি গৈছে। তাৰ বাহিৰেও ৰাসত শ্ৰীকৃষ্ণৰ ভাৱত পুৰথৰীয়াৰ শ্ৰীতিলক শইকীয়া, কুৰুক্ষেত্ৰত দুৰ্যোধন আৰু ভীমৰ ভাৱত তেলীয়াৰ শ্ৰীঈশেশ্বৰ ভূঞা আৰু মান্ধাতাৰ ধৰ্ম পৰীক্ষাত মান্ধাতাৰ ভাৱত ভলাগুৰিৰ শ্ৰীহেম ভূঞাই অভিনয় প্ৰতিভাৰ স্বাক্ষৰ ডাঙি ধৰাত সমৰ্থ হৈছে।[১]

## সোণাৰি-কামাখ্যা হাজাৰ ঃ—

সোণাৰি-কামাখ্যা হাজাৰ দুই পুৰুষৰ। প্ৰথমতে এই হেজাৰে ৰাজহুৱা কাম যেনে আলি পদূলি আদিৰ কামত মনোনিবেশ কৰিছিল। যি কেইজন ব্যক্তিয়ে এই হাজাৰ পৰিচালনাত গুৰুভাৰ বহন কৰিছিল সেই কেইজন হ'ল— ৺যজ্ঞোৰাম হাজৰিকা, ৺ভেকোলা হাজৰিকা আৰু ৺ঈশধৰ হাজৰিকা।

সোণাৰি কামাখ্যা হাজাৰে গোঁসানী থাটত দুবাৰ ভাওনা পাতিছিল। সেই উৎসৱত তেতেলী গুৰীয়াই কুৰুক্ষেত্ৰ, বেজীয়া-মৌজাৰী খেলে দ্ৰোণ পৰ্ব্ব আৰু ত্ৰিশাঙ্কুৰৰ স্বৰ্গ লাভ ভাওনা কৰিছিল কামাখ্যাই। এই হাজাৰে পুৰথৰীয়া হাজাৰৰ লগত ভৰালী বৰুৱা পুখুৰীৰ কাষত হেজেৰুৱা ভাওনা পাতিছিল। এবাৰ আকৌ চাৰিখনীয়া ৰভাৰে গোঁসানী থাটত ভাওনা পাতিছিল। এই হাজাৰৰ লগত যি কেইজন ব্যক্তিৰ ঘনিষ্ঠ সম্বন্ধ সেই সকল হ'ল ৺মোলান মেধি, ৺গভাই দলৈ, ৺থগী হাজৰিকা ৺চেনাই মেধি, ৺মহনী মুক্তিয়াৰ আৰু বৰ্ত্তমানৰ সৰ্ব্বশ্ৰী শান্তিৰাম হাজৰিকা, মহেন্দ্ৰ হাজৰিকা, মিনাৰাম হাজৰিকা, দেৱ হাজৰিকা, বাবুলা গাওঁবুঢ়া আৰু সুৰেণ বৰদলৈ।[২]

---

[১] ৺নাৰায়ণ সূত্ৰধাৰ আৰু ৺মাধৱ বৰুৱাৰ সহায়ত।

[২] শ্ৰীশান্তিৰাম হাজৰিকাৰ সহায়ত।

**পশ্চিম কলীয়াবৰ ( জমখলা ) হাজাৰ ঃ—**

আনুমানিক ১৯২২/২৩ চন মানত খেৰেৰে দৌল সাঁজি চাৰিওফালে ৰভা দি নলতলীৰ পৰা জমখলালৈকে সমূহ ৰাইজে ভাওনা-সৰাহ পাতি হাজাৰ সংস্কৃতিৰ বৈশিষ্ট্য ৰক্ষা কৰে। এই হেজাৰ স্থাপনত যি কেইজন ব্যক্তিয়ে অহোপুৰুষাৰ্থ কৰিছিল সেইসকলৰ ভিতৰত ৺ধুলাই ৰাৰীচোৰা, ৺ধীৰেশ্বৰ শৰ্ম্মা, ৺বিনদ বৰা, ৺ভদ গাওঁবুঢ়া আদি লোকৰ নাম উল্লেখযোগ্য। এই উৎসৱৰ পিচত বহুকাল হেজাৰ লগ হোৱা নাছিল। তাৰ পিচত সুদীৰ্ঘ দিন বিৰতিৰ পাচত ১৯৫০ চনত সমূহ ৰাইজ মিলিত হৈ দৌলঘৰ স্থায়ীভাৱে সজাৰ কাম হাতত লয়। এই কামত ৺বাপাৰাম হাজৰিকা, ৺নৰাম ৰাৰীচোৰা, ৺কলাই হাজৰিকা, ৺ধনীৰাম বায়ন, ৺বিনদ বৰা, ৺ভদৰাম ভূঞা আৰু সৰ্ব্বশ্ৰী গোলোক শৰ্ম্মা, দন্দিৰাম বৰা, ভোগনাথ বৰুৱা, মেলেকা গায়ন আৰু সুৰথ নাথে বিশেষ উৎসাহ উদ্দীপনা যোগাইছিল। এই হেজাৰ শান্তিপুৰ, জমখলা, ভোমোৰাগুৰি, জেঙনী, কটীয়া চাপৰি, নলতলী, ন পূৰথৰীয়া, আমলখি আটি, গড়খলা, কুঢ়িমাৰি, ধৰমপুৰ, ধনেখোৱা আৰু হাতীয়েখোৱা গাওঁ সমূহেৰে গঠিত হৈছে। এই হেজাৰ স্থাপনৰ কাল কলীয়াবৰৰ অন্য ঠাইতকৈ শেহতীয়া হোৱাৰ কাৰণ এয়ে যে এই অঞ্চলত মানুহৰ বসতি ঘন হোৱা ডুশ বছৰৰ অধিক হোৱা নাই। আনকি নলতলী গাওঁ স্থাপন হোৱা আজি প্ৰায় ৬৯ বছৰমান হৈছে আৰু ঠিক সেইদৰে কুঢ়িমাৰি আদি গাওঁ স্থাপন হোৱা ৪২/৪৩ বছৰৰ অধিক হোৱা নাই। এই কাৰণে হাজাৰ সংগঠন পিচ পৰিল।

এই হাজাৰে চাৰিখনীয়া ৰভাৰে চাৰি পাঁচবাৰ ভাওনা কৰিছে। এই হাজাৰৰ প্ৰখ্যাত শিল্পী হ'ল সৰ্ব্বশ্ৰী শান্তি ভূঞা, কদ্ৰ হাজৰিকা, দেবেন ভূঞা, কনদেউ ভূঞা, গোপাল শইকীয়া, মহেন্দ্ৰ হাজৰিকা, ভোলাই ভূঞা, ভদ্ৰেশ্বৰ বৰা, কুশ ভূঞা, পুনাৰাম শইকীয়া, ৺ভদ গাওঁবুঢ়া, ৺মোহোৰাম বৰা আৰু ৺সুৰথ নাথ। ৺মোহোৰাম বৰাৰ কৌতুক অভিনয় সৰ্ব্বজন বিদিত। তাৰোপৰি সৰ্ব্বশ্ৰী ভদ্ৰেশ্বৰ বৰাৰ দৈত্যৰাজৰ ভাও, দেবেন ভূঞাৰ ভীমৰ ভাও, ভোলাই ভূঞাৰ বঘাসুৰ, বিদুৰ আৰু

দুৰ্ব্বাসাৰ ভাও, কনদেউ ভূঞাৰ বভ্ৰুবাহনৰ ভাও, কদ্ৰ হাজৰিকাৰ কিচক, বৃত্ৰাসুৰ আৰু বৃত্ৰাগামৰ ভাও আৰু সোমনাথ ভুঞাৰ দ্ৰৌপদীৰ ভাও কলীয়াবৰীয়াৰ স্মৰণীয় হৈ ৰ'ব । [১]

বৰভগীয়া হাজাৰ :—

কলীয়াবৰৰ মূল হাজাৰ ভাগি যোৱাৰ পাচত বৰভগীয়া হাজাৰ স্থাপন হয় । এই হাজাৰ স্থাপন কৰ্তা সকল আছিল ৺মুক্তাৰাম বৰুৱা মৌজাদাৰ, ৺ৰাধাকান্ত বৰুৱা, ৺গোবিন্দ বৰুৱা, ৺ভৰাম হাজৰিকা, ৺মিনাৰাম শইকীয়া, ঠগী শইকীয়া, ৺মিছিৰাম বৰুৱা, ৺সৰুলৰা মুদৈ, ৺সন্তু মেধি, ৺গুজলাই গাওঁবুঢ়া, ৺জালৈ গাওঁবুঢ়া, ৺পোৱালী মণ্ডল আদি লোক সকল । এই হাজাৰে দুখনীয়া, চাৰিখনীয়া, ছয়খনীয়া আৰু আঠখনীয়া ৰভাৰে বিশেষকৈ দৌল উৎসৱত ভাওনা সবাহ পাতি হাজাৰ সংস্কৃতিত বৰঙণি যোগাইছিল । এই হাজাৰ উলুবনীৰ পৰা মিছামুখ-হালোৱা গাঁৱলৈকে বিস্তৃত আছিল । লগতে আছিল বৰালি গাওঁ আৰু দাৰিগজি ।

এই হাজাৰে দ্ৰোণ পৰ্ব্ব, বঘাসুৰ বধ, পাণ্ডৱৰ অশ্বমেধ, ৰাজসূয় আদি মহাভাৰত আৰু ৰামায়ণৰ ভাওনা কৰিছিল । অৱশ্যে গুৰুজনাৰ অঙ্কীয়া নাটো বাদ দিয়া নাছিল । পানীগাঁৱৰ ৰামৰ অশ্বমেধ আৰু দ্ৰোণ পৰ্ব্ব শ্ৰেষ্ঠ ভাওনা বুলি জনা যায় । হেজাৰৰ শ্ৰেষ্ঠ ভাৱৰীয়া হ'ল ৺ ৰতিয়া বৰা, ৺মানিক মেধি, ৺পোৱাল শৰ্ম্মা বৰুৱা, ৺ভেদো গায়ন, শ্ৰীভূমি মুদৈ আৰু শ্ৰীমোহন হাজৰিকা । ৺ভেদো গায়নৰ কিচকৰ ভাও বিখ্যাত আছিল । ভাল গায়ন, বায়ন আৰু সূত্ৰ আছিল ৺ৰাতিয়া গায়ন, ৺ভুৰাম মেধি, ৺গুজলাই গাওঁবুঢ়া আৰু দাসী ৰাম বায়ন ।

হেজাৰৰ অন্যান্য কাৰ্য্যৰ ভিতৰত ৰাঘভেটাও এটা আছিল । [২]

---

[১] শ্ৰীধীৰেশ্বৰ শৰ্মাৰ সহায়ত ।

[২] শ্ৰীভূমি মুদৈৰ সহায়ত ।

**চতিয়াল হাজাৰ :**

১৯২৫ চনত পূবে নিকামূল আৰু পশ্চিমে গোমোঠালৈকে আৰু দক্ষিণে দলগাওঁ সহ এই বিস্তৃত অঞ্চলৰ বাইজে গোমোথাৰ পথাৰ আৰু কলঙৰ পাৰত কেইবাখনীয়া ৰভাৰে ৰাসোৎসৱ, ফাকুৱা আদি পালন কৰি হেজাৰৰ কঠীয়া সিচিছিল। কালক্ৰমত এই বহল সমাজখনেই চতিয়াল হাজাৰ নামে অভিহিত হলগৈ। কেইবা বছৰো বিভিন্ন ঠাইত চাৰিখনীয়া বা ছয়খনীয়া ৰভাৰে ভাওনা উৎসৱ পাতি শেষত এক নিৰ্দ্দিষ্ট ঠাইত দৌলঘৰ স্থাপিত কৰিবলৈ বাইজে চিন্তা কৰিলে। ৺লক্ষীধৰ বৰা ৺কৃষ্ণপদ বৰা, ৺ৰুদ্ৰ কান্ত বৰুৱা. ৺ভিম্বেশ্বৰ বৰুৱা, ৺কেশধৰ সাতোলা প্ৰমুখ্যে গণ্যমান্য লোকসকলে আমগুৰি কৰতিপাৰ সত্ৰৰ অধিকাৰ ৺অনন্তদেৱ গোস্বামী দেৱৰ কাষ চাপে। গোঁসায়ে সত্ৰৰ ওচৰতে মাটি আগবঢ়ায় সেই দৌলঘৰৰ কাৰণে। ১৯২৮ চনত আজিৰ চতিয়াল শঙ্কৰমন্দিৰৰ খুটা পোতা হয়। প্ৰথমতে হেজাৰ পৰিচালনাত ৺অনন্তদেৱ গোস্বামীয়ে বিশেষ অংশ গ্ৰহণ কৰিছিল। তেখেতৰ পিচতেই ৺লক্ষীধৰ বৰাই উৎসৱ আদিৰ পৰিচালনা কৰিব লগীয়া হয়। এই হেজাৰত গাৰিকুৰিৰ ৺গোপীনাথ বৰা, দলগাওঁৰ ৺মানিক চন্দ্ৰ বৰা আৰু চতিয়ালৰ দন্দিৰাম বৰুৱাৰ সুপৰামৰ্শ লেখত লবলগীয়া। বৰ্ত্তমান এই হাজাৰ কৰতিপাৰ পুৰণিসত্ৰ আৰু দলগাৱকে ধৰি পাঁচখন গাঁৱৰ মাজত সীমাবদ্ধহৈ নিয়মিত সেৱা-সকাম আৰু উৎসৱ পাৰ্ব্বন চলি আছে।

হাজাৰে আৰম্ভনিৰ পৰা কেইবা বছৰো চাৰিখনীয়া ৰভাৰে চাৰিখন ভাওনা প্ৰতি বছৰে ফাকুৱাত পাতিছিল। পিচত মন্দিৰটিৰ অৱস্থা জৰাজীৰ্ণ হোৱাত ১৯৪০ চনত ৺বিপিন চন্দ্ৰ চৌধুৰীক সভাপতি ৰূপে লৈ নতুন কাৰ্য্যকৰী সভাই বৰ্ত্তমানৰ মন্দিৰটি নিৰ্মাণ কৰে যদিও কিছুমান কাম আধৰুৱা হৈ থাকে। তাৰ পাচত ৺পদ্মধৰ বৰাৰ সভাপতিত্বত মন্দিৰৰ কাম সম্পূৰ্ণ হয়। তাৰ পিচত স্থায়ীঘৰ নিৰ্মাণৰ কাম শ্ৰীকটিক চন্দ্ৰ বৰাৰ সভাপতিত্বত সম্পন্ন হ'ল ১৯৬৬/৬৭ চন মানত।

শঙ্কৰী কলা কৃষ্টি বিকাশৰ ক্ষেত্ৰত ৺নন্দিৰাম বৰুৱা, ৺পদুম বৰুৱা,

৺বংশীধৰ বায়ন, ৺নিৰ্ম্মল গায়ন, ৺ঘনকান্ত বৰা, ৺ধনাই খাটনিয়াৰ, সৰ্ব্বশ্ৰী সন্তৰাম গায়ন, লক্ষীকান্ত বকৱা, নিৰণ চন্দ্ৰ বৰা, কলীৰাম বায়ন, চেনাৰাম বৰা প্ৰমুখ্যে লোক সকলৰ অৱদান স্মৰণীয়। অৱশ্যে এই ক্ষেত্ৰত ৺অনন্ত দেৱ গোস্বামী আৰু তেৰাৰ পুত্ৰ শ্ৰীকন্দ্ৰকান্ত গোস্বামী দেৱৰ অৱদানো লুই কৰিব নোৱাৰি।

এটা কথা উল্লেখযোগ্য যে, ৪২ৰ গণ আন্দোলনৰ সময়ত এই শঙ্কৰ মন্দিৰৰ প্ৰাঙ্গণতে নগাওঁ স্বেচ্ছাসেৱক সকলৰ প্ৰশিক্ষণ শিবিৰ হৈছিল। সেই সময়ত আগষ্ট মাহৰ দহ তাৰিখে হোৱা বাজহুৱা সভাত বৃটিছ চৰকাৰে পুলিচ-মিলিটেৰী লগাই সভা লণ্ডভণ্ড কৰি বহুতকে মাৰ পিট কৰি জখম কৰে আৰু বহুতকে জেললৈ লৈ যায়। সেই মৰ্মান্তিক দুখৰ কাহিনী চতিয়াল শঙ্কৰ মন্দিৰৰ লগত চিৰকাল মিহলি হৈ থাকিব। *

## কলীয়াবৰীয়া বিহু :

আজিৰ পৰা পঞ্চাছ কি পচপন্ন বছৰৰ আগলৈকে কলীয়াবৰৰ বিহুৰ ৰূপ কেনেকুৱা আছিল সেই কথা অৱশ্যে আজিৰ কলীয়াবৰীয়াই ভাবিবলৈ টান পাব। বিশেষকৈ কলীয়াবৰীয়া বোৱাৰী-জীয়ৰী আৰু ডেকা-বুঢ়াই বহাগ বিহুটি কেনেকৈ আদৰিছিল আৰু সেই আদৰণিত কেনে পবিত্ৰভাব মিহলি হৈ আছিল সেইকথা বুজি পালে সেই বিহুৰ প্ৰতি সহজে আমাৰ মন আকৃষ্ট হব। সাতবিহুত ঘৰৰ জীয়ৰী আৰু ডেকাৰ ওপৰত অভিভাৱকে কৰ্তৃত্ব খটুৱাতো দোষণীয় কথা বুলি গণ্য কৰা হৈছিল; সকলো গৈ মুকলিমনে মুকলি আকাশৰ তলৰ শস্য পথাৰত জুম বান্ধিছিল — ভূঁইতলি শস্য সম্ভৰা কৰিবলৈ। বৰ বৰ আঁহত, কঁছুৱা বিৰিণা, উলু-খাগৰি আৰু পচতিয়াৰ আঁৰে আঁৰে যৌৱনৰ গীত গাই নাচি বাগি ভূঁই তলিৰ বন মাৰিছিল আৰু মাৰিছিল মনৰ বিহ ভাৱ। ৰাতিপুৱাৰে পৰা গধূলি-লৈকে সকলো হৈছিল বিহুৰ নামত আত্মহাৰা; তেওঁলোক হৈছিল বেহুচ। হুচ হেৰুৱাই তেওঁলোকে বিহুতলি প্ৰণয়ৰ গীতেৰে সিক্ত কৰি

---

* শ্ৰীকন্দ্ৰকান্ত গোস্বামীদেৱৰ সহায়ত।

দিছিল। বিহুতলিত নাছিল হাই উকমি, নাছিল কুভাব; প্ৰত্যেকেই প্ৰত্যেকক বাইভনী বা ককাই-ভাইৰ দৰে ব্যৱহাৰ কৰিছিল। কোনোবাই তাতে অৱশ্যে ভৱিষ্যত জীৱন সঙ্গিনী লাভ কৰিছিল— যুগ্মজীৱনৰ পাতনি মেলিছিল। এইখন সমাজ আছিল বৰ মুকলি সমাজ আৰু বৰ কালিমাশূন্য সমাজ। ডেকাই সাধাৰণতে তেতিয়া নচা নাছিল; মাত্ৰ তেওঁলোকে মুখি, ঢোল, পেপা আৰু টকা লৈছিল আৰু গাভৰুৱে খোপাত ফুলমাৰি গাত গোন্ধতেল (গাঠিয়ন, গান্ধ বিৰিণা, মুঠা, পিৰিকা ফুল আৰু বিশুদ্ধ সৰিয়হ তেলেৰে তৈয়াৰী) ঘঁহিছিল, হাতত তেওঁলোকে লৈছিল সচকৰা গাম খাৰু আৰু গাত আছিল জেকেট্।

কলীয়াবৰত বিহুৰ কথা ওলালেই জয়সাগৰৰ পাৰৰ খৰাগড়, চতিয়াল-গোমোঠাৰ নগাভেটি আৰু জটকৰা (জটলগা) আইঁতৰ তল আৰু টিলাবন্ধাৰ বিহুলৈ মনত পৰে। এই বিহুলৈ সাধাৰণতে সৰু সৰু লৰা-ছোৱালীক যাবলৈ দিয়া নহৈছিল। বিহু বহুপুৰা মাটি জুৰি হৈছিল আৰু সেই সমাজ আছিল নাচনী নেদেখা সমাজ। সেই সময়ৰ বিখ্যাত নাচনী আছিল টিলাবন্ধাৰ জেতুকী, মুহিন্তা, বিহুলী, আৰু ভবিতী আৰু গোমোঠাৰ আছিল হাদো, মেটেকী আৰু নিৰসা। এই বুঢ়ী আইতাহঁতে এতিয়াৰ বিহুক প্ৰকৃত বিহু বুলি কব নোখোজে আৰু তেওঁলোকে গৰ্ব কৰি কব খোজে যে আজিৰ মানুহৰ মনতকৈ তেতিয়াৰ শিক্ষাৰ পোহৰ নোপোৱা মানুহৰ মন বৰ মুকলি আছিল— কোনেও কাকো আজিৰ দৰে অবিশ্বাস বা সন্দেহ কৰাৰ থল নাছিল। তেতিয়া কোনেও এধাৰ বেয়া কথা কবলৈ সাহ নকৰিছিল।

বুঢ়ী আইতাৰ মুখে গোমোঠাৰ ওচৰৰ কোনোবা বজাৰৰ বালিত (?) বিহু মৰাৰ নিয়ম আছিল। ইয়াৰ লগত জড়িত এটা বিহুগীত শুনা যায় যেনে—

বজাৰৰ বালিতে যোৰ কাৰী মাৰিলে
কোন নাচনীয়ে নাচে,
— নাচনীয়ে নাচি ধন মতিলে
থাপেকে থুকুপাক সাজে।

এই কথাই তাহানিৰ হাট বিছুক বুজাব পাৰে। এই বজাৰৰ বালি বুঢ়ী আইতাই সম্ভৱ নগাভেটিৰ এচৰৰ বালিময় ঠাইচোৱাকে বুজাব পাৰে। চতিয়ালত মোমাই তামুলীয়ে তুশ মানুহ পুৰাই গাওঁ পতাৰ সময়তে সেই বিছুৰ প্ৰচলন হব পাৰে। বুঢ়াসকলে বজাৰৰ বালিত বজাৰ বহাৰ কথাও কব খোজে। অৱশ্যে প্ৰকৃত সত্য উদ্ধাৰৰ বাবে গৱেষণাৰ প্ৰয়োজন।

চতিয়ালৰ দৰে জয়সাগৰৰ খঁৰাগড়ৰ বিছুৰো এটা বেলেগ সৌন্দৰ্য্য আছিল।

সি যি কি নহওক আজি কিছুদিনৰ আগলৈকে কলীয়াবৰীয়া বিছুক জীয়াই ৰাখিবৰ কাৰণে কলীয়াবৰৰ জাতীয় উৎসৱ সমিতিয়ে চিন্তা কৰিছিল কিন্তু তাত এই উৎসৱৰ ঐতিহ্য যিমানদূৰ ৰক্ষা হব লাগিছিল সেইখিনি নহল। তথাপিতো ইযাৰ উদ্যোক্তাসকল আমাৰ শ্ৰদ্ধাৰ পাত্ৰ হৈ থাকিব।

**কলীয়াবৰীয়া মেলা :—**

চামধৰা গড়ৰ শিৱস্থানত শিৱৰাত্ৰিৰ দিনা আৰু শিলঘাটত অশোকাষ্টমীৰ দিনা ডাঙৰ মেলা হয়। অৱশ্যে গড়ৰ মেলাতকৈ শিলঘাটৰ অশোকাষ্টমী মেলাৰ পয়োভৰ বহুগুণে বেচি। এই মেলালৈ বিশেষকৈ নগাওঁ আৰু দৰঙৰ বিভিন্ন দোকানি আহি বিভিন্ন বস্তুৰ পোহাৰ মেলেহি। এই মেলা প্ৰায় এসপ্তাহ থাকে। সেই সময়তে কামাখ্যা মন্দিৰতো বহু যাত্ৰীৰ সমাগম হয়। এই ছেগতে স্থানীয় লোকে কথাছবি প্ৰদৰ্শন কৰি বহুধন ঘটে। উল্লেখ যোগ্য যে এই মেলাৰ পৰাই ধন সংগ্ৰহ কৰি কলীয়াবৰ মাধ্যমিক বিদ্যালয় আৰু অন্যান্য অনুষ্ঠান স্থাপন কৰা হৈছে।

গড়ৰ সদাশিৱৰ মেলাও তিনি চাৰিদিন জুৰি হয় আৰু তাত ভক্ত সকলে শিৱৰ নাম কীৰ্ত্তন কৰে।

**কলীয়াবৰৰ বাঘ ভেটা :—**

কলীয়াবৰৰ বাঘভেটা এটা মন কৰিবলগীয়া কথা। বাঘভেটা শুনিলেই কলীয়াবৰীয়াৰ মন উত্ৰাৱল হৈ উঠে। সেই কেইদিন গাওঁভূঁইৰ মানুহ

ভাগি-চিগি যায়, । আনকি সকলো বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীয়ে সেই দৃশ্য উপভোগ কৰিবৰ বাবে ছুটী দিয়া হয় । বাঘভেটা গঞা ৰাইজৰতো আনন্দই বেলেগ । প্ৰথমতে বাঘ ওলোৱা শুনিলেই খাৱন-শোৱন নাই । ক'ত কেউৰাই মাতিলে বা কোনডৰা হাবিত কেউৰাই মাতি-মাতি অদৃশ্য হৈ গ'ল সেই কথা গাঁৱৰ সাহীয়াল ডেকা বুঢ়াই পম খেদি যায়— মৃতুক নেওচি । যেতিয়া বাঘৰ সংকেট পায় তেতিয়া এফালে জালদি খেদি আনে । তাত বাঘ থাকিলে জালৰ ফালে চোচা লয় আৰু সেই মুহূৰ্ত্ততে হুলস্থুল কৰি চাৰিওফালে জালদি ভেটি লয় । কোনো এখন গাঁৱত বাঘ ওলালে ওচৰৰ অন্য গাঁৱৰ ৰাইজক খবৰ দিয়া হয় আৰু বাঘভেটাত অংশ গ্ৰহণ কৰিবলৈ অনুৰোধ জনায় । এনেদৰে খবৰ পাই ওচৰৰ গঞাই জাল আদি লৈ আহি বাঘভেটাত অংশ গ্ৰহণ কৰে । ওচৰত বাঁহ-কাটি আনি টনা আৰু কুকুৰটনী মাৰি যাঠি জোডেৰে ৰাতিদিন বাঘভেটি ৰখা হয় । এনেদৰে বাঘ ভেটোতে প্ৰায় দুশমান বাঁহৰ প্ৰয়োজন হয় । বাঘ ৰখা কেইদিন ওচৰত কুহিয়াৰ, নাৰিকল, খৰি-খেৰ আদি প্ৰায় শেষ হয় । ৰাইজে তাত প্ৰতিবাদ কৰাতো দোষনীয় বুলি গণ্য কৰা হয় । ইতিমধ্যে বাঘমৰাৰ বাবে কলীয়াবৰৰ চিকাৰী সকলক জাননী দিয়া হয় আৰু সেইমতে চিকাৰীও আহি উপস্থিত হয় । চিকাৰীয়ে কিন্তু খুচিমতে বাঘ গুলীৱাটো অপৰাধ । ৰাইজৰ বিনা অনুমতিত গুলিয়ালে বা সেই গুলী বাঘভেটা কোনো মানুহৰ গাত লাগিলে তাৰ ফল ভয়ানক হয় । এবাৰ এজন পুলিচ ডাৰোগাক এনেকুৱা কাৰণতে ৰাইজে বৰ খুন্দিলে । মুঠতে বাঘভেটা ৰাইজৰ গাত বাঘতেল লাগে ।

ইয়াৰ সকলো গাঁৱতে বাঘ ভেটা নহয় । বাঘভেটা গাঁৱৰ ভিতৰত চিলাবন্ধীয়া ৰাইজৰ নাম সৰ্বপ্ৰথমে লব লাগিব । এই গাঁৱত আজি প্ৰায় বিশ বছৰৰ আগলৈকে দুই তিনিটাকৈ বাঘ মৰাতো এই গাৱঁৰ বৈশিষ্ট্য আছিল । চিলাবন্ধাত বছৰি বাঘ ভেটাৰ কাৰণ হ'ল বাঘৰ উপদ্ৰৱ । হৱৰো কথা । কাৰণ পশ্চিম ফালে অটব্য অৰণ্য আৰু ভোজখোৱা চাপৰি, উত্তৰফালে থকা বিহডুবি আৰু তাৰ কিছু উত্তৰতে

কামাখ্যা পাহাৰ। এনে অৰণ্যময় অঞ্চল কাৰণে বাঘৰ উপদ্ৰৱ বৰ বেছি। বাঘে গৰু মাৰি চাঞ্চল্যৰ সৃষ্টি কৰে। কেতিয়াবা দিনে একোটাকৈ গৰু মাৰি নিয়ে। আকৌ বাঘ ভেটোঁতেও বাঘে মানুহক কামুৰি নিয়ে কিন্তু সেইকালে কোনো ভ্ৰুক্ষেপ নাই। লক্ষ্য কেৱল বাঘ জালত পেলোৱাটোহে।

চিলাবন্ধাত বাঘ ভেটাত সাধাৰণতে চামধৰা, শিলঘাট, বাঘৰচুক, শেনচোৱা, বালিটিকা, জমথলা, নলতলি, হাতীয়েখোৱা আৰু জেঙৰীৰ ৰাইজে সহযোগ কৰে।

এটা কথা মন কৰিব লগীয়া যে বাঘভেটাৰ আগতেই শিৱস্থান নন্দিকেশ্বৰত ৰাইজে সেৱা জনায়। ইয়াত সেৱা নজনোৱাকৈ ৰাইজে কেতিয়াও বাঘ ভেটিবলৈ নগৈছিল। তেনে কৰিলে যে বিপদ অৱশ্যম্ভাবী ৰাইজে সেই কথা বিশ্বাস কৰিছিল। আৰু এটা কথা প্ৰায়বোৰ বাঘ নন্দিকেশ্বৰৰ ওচৰে-পাজৰেই মৰা হৈছিল। জামুগুৰি অঞ্চলতো তাৰ চিলাবন্ধীয়া ৰাইজেই বাঘ ভেটাতো মন কৰিব লগীয়া কথা। তাতো নন্দিকেশ্বৰৰ ওচৰতে বাঘ ভেটা হয়। কলীয়াবৰত চিলাবন্ধীয়া ৰাইজে এবাৰ বালি চুবাৰত তিনিটা বাঘ মাৰে। শ শ প্ৰকাণ্ড চেকীয়াপতীয়া, নাহৰফুটুকী. আৰু কুকুৰনেচীয়া বাঘ মাৰি এই অঞ্চলৰ ৰাইজে সাহসৰ পৰিচয় দিছে। আজি বাঘ ভেটিবলৈ নাপাই ৰাইজৰ মন যেন মৰা।

চিলাবন্ধাৰ বাহিৰেও কুৰঁৱাটোল, হাতীগাওঁ, বৰভগীয়া আৰু নলতলিতো বাঘভেটি কলীয়াবৰত চাঞ্চল্যৰ সৃষ্টি কৰা হৈছিল। ১৯২২/২৩ চন মানত বৰভগীয়া ৰাইজে লহকৰ দলনিত একেলগে চাৰিটা বাঘ মাৰি চাঞ্চল্যৰ সৃষ্টি কৰিছিল। তাৰ পাচত তাতে আকৌ এহাল বাঘ একেলগে মাৰে। অন্য ঠাইৰ ভিতৰত কঢ়াল গাওঁ, বৰালি গাওঁ আৰু বাকৰি সত্ৰৰ কাষতো বাঘ ভেটি মৰা হৈছিল। বৰভগীয়া ৰাইজৰো বাঘ ভেটাত সুনাম আছে। *

---

* চিলাবন্ধাৰ শ্ৰীমোহন বৰাৰ সহায়ত।

**ওজাপালি ঃ—**

আমাৰ ওজাপালিত মনসা বা বেউলা লখীন্দৰৰ কাহিনী বৰ্ণোৱা নহয়, ৰামায়ণ মহাভাৰতৰ কাহিনীহে বৰ্ণোৱা হয়। ইয়াৰ গোমোঠাৰ শ্ৰীপুনি ওজা আৰু ৺জালি শইকীয়াই এই অনুষ্ঠানত বিশিষ্ট স্থান অধিকাৰ কৰিছে। এখেত সকলৰ পিচতে পুৰণবীয়াৰ শ্ৰীকুশল তামুলীয়ে এই অনুষ্ঠানটি জীয়াই ৰাখি আমাৰ উপকাৰ সাধিছে।

**সত্ৰ সংঘ ঃ—**

ছুঅঁৰা এখন সত্ৰৰ স্থান কলীয়াবৰ। কলঙৰ পাৰে পাৰেই এই সংস্কৃতিৰ সঁফুৰা সত্ৰ সমূহ। অসম সত্ৰসংঘৰ জন্মদাতা কলীয়াবৰ সত্ৰসংঘৰ প্ৰথমতে নাম আছিল সন্ত সম্মিলনী। ইয়াৰো আগতে অৱশ্যে বেলেগ বেলেগ নাম লৈছে। এইটো স্বীকাৰ্য্য যে পূৰ্ব্বে পৰা কলীয়াবৰৰ সত্ৰ সমূহৰ মাজত আছিল বিৰাট মিলাপ্ৰীতি। সত্ৰ সমূহৰ মাজত নৈতিক, আধ্যাত্মিক, সামাজিক, ধৰ্মনৈতিক আদি নানা বিষয়ৰ আলোচনা বিলোচনা হৈছিল। আলোচনা সভাখনৰ নাম আছিল "বাৰে মহন্তৰ মেল" বা বাৰ আতাৰ মেল। এই মেলৰ ভেটি কোনে স্থাপন কৰিছিল সন্দেহ পোৱা টান। যিকি নহওক বাৰেমহন্তৰ মেলে কৰা সিদ্ধান্ত কোনেও নুই কৰিবলৈ সাহস কৰা নাছিল। এই মেলৰ প্ৰভাৱত মানুহে অত্যাচাৰ আৰু অনাচাৰ কৰিবলৈ সাহ নকৰিছিল। মেলৰ বিচাৰত গোচৰীয়া আৰু পদকীয়া উভয়ে সন্তুষ্ট হৈছিল। মেলত আজিৰ দৰে ধৰা বন্ধা নিয়ম প্ৰণালী নাছিল। এজন স্থায়ী সভাপতি, এজন মুক্তিয়াৰ আৰু এজন ধন ভঁৰালী আছিল। মুক্তিয়াৰ জনেই আজি কালিৰ সম্পাদকৰ কাম কৰিছিল। এখেতে সভাপতিৰ লৈতে সমাজ পৰিচালনা কৰিব লাগিছিল। কাৰ্য্য বিৱৰণী লিখাৰ প্ৰথা নাছিল মুখৰ কথাই কথা।

বাৰে মহন্তৰ মেলৰ এটি নতুন গঢ় দিছিল বালিসত্ৰৰ ৺লীলাধৰ অধিকাৰদেৱে। এখেতৰ দিনত সমাজখনৰ প্ৰতিপত্তি বাঢ়িছিল। তেখেতৰ পাচতে ভলাগুৰি সত্ৰৰ ৺জয়ানন্দদেৱ সভাপতি হৈ নিয়াৰিকৈ সমাজখন

চলাইছিল। তেখেতৰ পাচত ক্রমান্বয়ে শ্যামকান্নুসত্ৰৰ ৺মোহন অধিকাৰ আৰু লেটুগ্রাম সত্ৰৰ ৺বাপাৰাম অধিকাৰৰ সভাপতিত্বত সমাজ চলে।

দায়-ভগৰ, মেল, মাননি আদি পুঁজিৰ প্রধান সম্বল আছিল। এজন ভৰালীৰ হাতত ধন ৰখাৰ নিয়ম আছিল। কোনো হিচাব কাগজত ৰখাৰ প্রয়োজনীয়তা বোধ কৰা নাছিল। এক গভীৰ বিশ্বাসত সকলো কাম পৰিচালিত হৈছিল। নাম, ভাওনা-সবাহ আদিত জমাধন খৰচ কৰা হৈছিল।

মহন্ত সকলে শিষ্য-প্রশিষ্য আৰু ৰাইজৰ সহায় সহযোগত চাৰিখনীয়া ৰভাৰে চাৰিটা ভাওনা পতা নিয়ম আছিল। চামগুৰি সত্ৰৰ ওচৰত কেকোৰা বাৰিত দুবাৰ চাৰিখনীয়া ৰভাৰে ভাওনা পতা হৈছিল। শেষ ভাওনা উৎসৱ পতা হৈছিল ভলাগুৰি সত্ৰৰ ওচৰৰ কেহেকতলীত। শেষ ভাওনা আছিল দ্রোণপৰ্ব। সেই ভাওনাত ভলাগুৰি সত্ৰৰ ৺পদ্মকান্ত গোঁসাই আৰু মাধতাৰিৰ ৺ভোলাই গোঁসাইৰ ক্রমে দোৰ্য্যোধন আৰু ভীমৰ ভাও চমৎকাৰ আছিল

সমাজত অনৈক্য, অসূয়া আদিৰ ভাৱ বাহ ললে সমাজ দুৰ্বল হৈ পৰে। সৌহাৰ্দ কমি আহে—ভেদ ভাৱৰ সঞ্চাৰ হৈ সমাজ খানবান হৈ পৰে। গতিকে এদিন বাবে মহন্তৰ মেলৰো তেনে অৱস্থা প্রাপ্ত হ'ল। কলীয়াবৰত ইতিমধ্যে অশৌচ সংস্কাৰ আন্দোলন হ'ল। আন্দোলনৰ নেতা মাধতাৰিসত্ৰৰ ৺ভোলানাথ গোস্বামী শ্রৱণীৰ ৺লক্ষীকান্ত গোস্বামী আৰু বাঘৰগঞা সত্ৰৰ ৺গিৰিকান্ত মহন্তদেৱ। অব্রাহ্মণীয়া কেইবাখনো সত্ৰই এঘাৰ দিনত অশৌচ খেদায়। ব্রাহ্মণ সকল জকি উঠে—ৰাইজে কিন্তু সহানুভূতি নেদেখুৱালে। ইয়াৰ পিচত গড়মূৰীয়া সত্ৰাধিকাৰ ৺পীতাম্বৰদেৱ গোস্বামী আৰু দিচিৰিগঞা সত্ৰাধিকাৰ গোপীকাবল্লভ গোস্বামীৰ নেতৃত্বত ৰাইজৰ বহুতেই এঘাৰ দিনত অশৌচ পালন কৰে। অশৌচ আন্দোলনৰ ফলত সত্ৰ সমূহৰ মাজত যি মিলাপ্রীতি আছিল সি লোপ পায়।

এনেদৰে বহুদিন পাৰ হ'ল। মাধতাৰি সত্ৰৰ ৺ৰঘুনাথ গোঁসায়ে

চেমনীয়া সকলক লৈ আধুনিক জগতৰ লগত সঙ্গতি ৰাখি সমাজ সংগঠন কৰে। কিন্তু সি বেচিদিন নিটিকিল। ১৯৪৫ চনত সত্ৰৰ লুপ্ত ঐতিহ্য উদ্ধাৰ কৰাৰ মানসেৰে অসমৰ সত্ৰ মহন্ত গোটাই এখন সম্মিলন পতাৰ আচনি লোৱা হ'ল। তাৰ ভাৰ পৰিল ৺নাৰায়ণ চন্দ্ৰ মহন্তদেৱৰ ওপৰত। তাৰ ফলত গোণামৰা আৰু ৰূপনাৰায়ণ সত্ৰৰ মাজৰ ঠাইত সম্মিলন পতা হ'ল। ৰূপনাৰায়ণ সত্ৰৰ পৰা ভাগৱত শাস্ত্ৰ সিংহাসনত তুলি গায়ন বায়নেৰে সভা মণ্ডপলৈ আনি স্থাপন কৰা হ'ল। এই সম্মিলনখন তিনিদিনীয়াকৈ পতা হৈছিল। সভাত পৌৰহিত্য কৰিছিল ধলৰ সত্ৰৰ অধিকাৰ ৺তীৰ্থনাথ গোস্বামী'দেৱে। এই বছৰতে অসম সত্ৰ সংঘ প্ৰতিষ্ঠিত হয় আৰু লগে লগে কলীয়াবৰ সত্ৰ সম্মিলনীয়ে নাম লয় সত্ৰ সংঘ। সেই সভাত নাছিল লাইখুটা, নাছিল ৰঙা কাপোৰৰ মেৰ আৰু নাছিল বৰ বৰ গাৰু। সকলো একে আসনতে বহি প্ৰত্যেকেই যেন প্ৰত্যেকত ব্ৰহ্মদৰ্শন কৰিছিল— পৰস্পৰে পৰস্পৰৰ চৰণত ধৰি সেৱা জনাইছিল।

কলীয়াবৰ সত্ৰ সংঘৰ বৈশিষ্ট্যপূৰ্ণ অনুষ্ঠান আছিল ১৯৭০ চনত কৰতিপাৰ নসত্ৰত পতা শঙ্কৰ জন্মোৎসৱ। এই জন্মোৎসৱতে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ মিচিগান বিশ্ববিদ্যালয়ৰ "এচিয়ান থিয়েটাৰ ৰিচাৰ্চ" শাখাৰ সহকাৰী অধ্যাপক আৰু গৱেষক ডঃ ফাৰ্লে ৰিচমণ্ড আৰু বোম্বাইৰ কমাৰ্চ-কলেজৰ অধ্যাপক কলাবিশাৰদ ডঃ সুনিল কোঠাৰী উপস্থিত আছিল। ডঃ ৰিচমণ্ডে ধুতিপিন্ধি মূৰত পাগ মাৰি কপালত ফোট লৈ ভকতৰ দৰে কীৰ্ত্তন ঘৰত প্ৰৱেশ কৰিছিল। এই অনুষ্ঠানত ডঃ মহেশ্বৰ নেওগ উপস্থিত আছিল। ৰাতি সেইদিনা ৰুক্মিণী হৰণ নাটকৰ ভাওনা হৈছিল আৰু দিনত প্ৰদৰ্শন কৰা হৈছিল খোলবাদন, চালিনাচ আৰু স্যমন্তহৰণ আৰু হিৰণ্যকশিপু বধৰ দৃশ্য। সেইদিনা হৰিনাম ৰসে ব্ৰহ্মাণ্ড ভেদ কৰি যোৱাৰ কথা দৰ্শকে ভালদৰে উপলব্ধি কৰিব পাৰিছিল! সি যি কি নহওক কলীয়াবৰ সত্ৰ-সংঘই কেৱল ধৰ্মীয় বাক-বিতণ্ডাৰ ওপৰতে গুৰুত্ব নিদি সত্ৰীয়া সম্পদ ৰাজি উদ্ধাৰ কৰিব পাৰিলে দেশৰ সাংস্কৃতিক আৰু সামাজিক জীৱনলৈ এটি ডাঙৰ দান আগবঢ়োৱা হ'ব। আমি তাৰ বাবে বাট চাই ৰৈছোঁ। *

* ৺নাৰায়ণ চন্দ্ৰ মহন্তৰ সহায়ত।

ব্ৰহ্মসমাজ :—

এই সমাজখন স্থাপন হোৱা এশ বছৰতো অধিক হ'ল। প্ৰথমতে এই সমাজখনৰ গুৰি ধৰিছিল ৺ভূদেৱ শৰ্মা আৰু তাৰ পাচতে ক্ৰমে ৺লণ্ডদেৱ শৰ্মা, দলালৰ ৺পদ্ম বৰঠাকুৰ, দেৱৰ সত্ৰৰ ৺কেশধৰ ভাগৱতী, পূৰ্ব ধৰীয়াৰ ৺সোনাই অধ্যাপক, নাগশঙ্কৰৰ ৺খিবেশ্বৰ শৰ্মা, কুঁৱৰীটোলৰ ৺দিবাকৰ শৰ্মা, বৰভকতিৰ ৺উপেন্দ্ৰ নাথ শৰ্মা আদি ব্যক্তি সকল। সমাজখনৰ উদ্দেশ্য আছিল—

১) আৰ্য্য ধৰ্ম-সংস্কৃতি সংৰক্ষণ আৰু প্ৰচাৰ। বেদ, উপনিষদ আদি ধৰ্মগ্ৰন্থ চৰ্চা কৰি আৰ্য্যধৰ্মৰ মূল তত্ত্ব উপলব্ধি কৰা।

২) বিধি অনুসৰি সংস্কাৰাদি কৰ্ম সমূহ সম্পাদনৰ ব্যৱস্থা।

৩) যজ্ঞাদি ধৰ্মানুষ্ঠান সমূহ প্ৰৱৰ্তনৰ যোগে আধ্যাত্মিক উন্নতি সাধন।

৪) সংস্কৃত শিক্ষাৰ বিস্তাৰ সাধন আৰু ব্ৰাহ্মণ ছাত্ৰ-ছাত্ৰীৰ ক্ষেত্ৰত সংস্কৃত শিক্ষা বাধ্যতা কৰণ।

৫) ব্ৰাহ্মণ সকলৰ ঐক্য আৰু সম্প্ৰীতি বৰ্দ্ধনৰ যোগে মানসিক, আধ্যাত্মিক, দৈহিক আৰু আৰ্থিক উন্নতি সাধন।

এটা কথা অৱশ্যে মন কৰিব লগীয়া যে বঙ্গ দেশত ৰাম মোহন ৰায়ে যিটো উদ্দেশ্যত ব্ৰাহ্ম সমাজ স্থাপন কৰিছিল তাৰ লগত এই ব্ৰহ্ম সমাজৰ দুই এটি বিষয়ত মিল থাকিলেও বঙ্গৰ ব্ৰাহ্ম সমাজে ভাৰতীয় জাতীয় জীৱনলৈ যি মহান দান আগবঢ়ালে সেই দান কলীয়াবৰ ব্ৰহ্ম সমাজে দিব পৰা নাই। অৱশ্যে সংস্কৃত টোল স্থাপন কৰি সংস্কৃত শিক্ষা অধ্যয়নৰ ক্ষেত্ৰত যি পৰিবেশ সৃষ্টি কৰিলে সেই কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰিব লগীয়া। এই টোলে কেইবাজনো সংস্কৃত পণ্ডিত জন্ম দিলে যাক লৈ কলীয়াবৰীয়াই গৌৰব কৰাৰ থল আছে। এই টোলখন নামত আছে যদিও শিক্ষাব্যৱস্থা নাই। এই টোলখন পূৰ্ণ পৰ্য্যায়ৰ সংস্কৃত চৰ্চাৰ কেন্দ্ৰ কৰি তুলিলে আমাৰ ডাঙৰ কল্যাণ হব।

সমাজৰ প্ৰধান উৎসৱ ঋত্বিক পদ্ধতিৰ মহাবিষ্ণু যজ্ঞ। ইয়াৰোপৰি

কলীয়াবৰৰ প্ৰধান উৎসৱ যেনে হেজেকল ভাওনাত সহযোগিতা আগবঢ়াই মিলাপ্ৰীতিৰে বাস কৰি কলীয়াবৰৰ ঐক্যত অৰিহণা যোগাইছিল ।

উল্লেখযোগ্য যে সদৌ অসম ব্ৰাহ্মণ সমাজৰ ভেটি এই ব্ৰহ্ম সমাজেই । *

শঙ্কৰ সংঘ :—

ইংৰাজ আমোলত কলিকতাৰ বঙালী ভাই সকলৰে আমাৰ দেশ ভৰি পৰিল লগতে আহিল তেওঁলোকৰ সভ্যতা-সংস্কৃতি । সাজ-পোচাক ৰীতি-নীতি আৰু পূজা পাৰ্বনৰ নতুন প্ৰভাৱ বাঢ়িল । ডাঙৰ কথা হ'ল মহাপুৰুষীয়া অসমত শাক্তধৰ্মৰ প্ৰভাৱ বিস্তাৰ হ'ল । পুৰোহিত সকলে অৰ্থ উপাৰ্জনৰ পথ মোকলাই পূজাৰ সংখ্যা বঢ়াই দিলে । ফলত বৈষ্ণৱৰ প্ৰভাৱ ম্লান পৰিবলৈ ধৰিলে । প্ৰথমতে নগৰ বিলাক অধিকাৰ কৰি গাওঁবিলাক চোৱালে । আমাৰ জখলাবন্ধা, শিলঘাট, আৰু মিছাত পূজাৰ মন্দিৰ নিৰ্মান হ'ল আৰু পাচত হ'ল বৰভগীয়া আৰু কুঁৱৰীটোলত । পূজাৰ বিপুল প্ৰভাৱত বাধা জন্মাই তাৰ ঠাইত বৈষ্ণৱীভাৱৰ সোঁতৰ-ধাৰ বোৱাবলৈ কলীয়াবৰীয়া লোকৰ চিন্তা হল । ইয়াৰেই ফল শঙ্কৰোৎসৱ । গাৰিকুৰি, হাতবৰ, চামধৰা আৰু কুঁৱৰীটোলত শঙ্কৰোৎসৱ পতা হ'ল । কুঁৱৰীটোল আৰু বৰভগীয়াত দুৰ্গাপূজা নহল । শিলঘাটৰ পূজাত আমাৰ বৈষ্ণৱ সকলে সহযোগ নকৰিলে । এই বৈষ্ণৱী ভাৱাপন্ন লোক সকলেই কলীয়াবৰত জন্ম দিলে শঙ্কৰ সংঘৰ । শঙ্কৰ সংঘৰ মূল নীতি ভাগৱতৰ একশৰণ নাম ধৰ্মত প্ৰতিষ্ঠাপিত । বৈদিক যাগ যজ্ঞ আৰু পূজাৰ ঠাইত এই সমাজে বৈষ্ণৱ ধৰ্মকে আকোৱালি ললে আৰু পুৰোহিত সকলৰ অৰ্থহীন ক্ৰিয়াকাণ্ডৰ বিপক্ষে এটি প্ৰত্যাহ্বান ৰূপে থিয় দিলে এই সংঘ । যজ্ঞ, পিণ্ড, শ্ৰাদ্ধ, গুৰু, ব্ৰাহ্মণ, অশৌচ, শুদ্ৰ, ব্ৰাহ্মণ, আদি কথা বিলাকৰ স্বৰূপ উপলব্ধি কৰি আৰু তাতোকৈ মহাপুৰুষীয়া ধৰ্মৰ বাণী উপলব্ধি কৰি আৰু

---

* শ্ৰীৰমা শৰ্ম্মাৰ সহায়ত ।

এই সমাজে পুৰোহিত শ্ৰেণীৰ মিছা ক্ৰিয়া কাণ্ডক মোক্ষৰ সম্পদ নহয় বুলি ঘোষণা কৰিলে। কৰতিপাৰ নসত্ৰৰ সত্ৰাধিকাৰ অনন্তদেৱ গোস্বামীয়ে স্পষ্টভাৱে ক'লে যে পুৰোহিতসকলে মহাপুৰুষসকলৰ সত্য ধৰ্ম অনিষ্ট কৰিছে। যি জোপা গছত আশ্ৰয় ললে লক্ষ্য ভ্ৰষ্ট কৰে তাৰ মূলোচ্ছেদ কৰিলে তেনে অনিষ্টৰ ভয় নাথাকে। যি ৰূপত নামধৰ্ম আন্দোলন আৰম্ভ হৈছে সি ঠিক হৈছে। ই যুগৰ আহ্বান। কলীয়াবৰত শঙ্কৰ সংঘ জন্ম হৈছিল ১৯৩১ চনত। ইয়াৰ পিচতহে অসম শঙ্কৰ সংঘ জন্ম হয়। কলীয়াবৰত যিখন ঘৰত এই শুদ্ধভাৱৰ জন্ম হৈছিল সেইখন ঘৰ আছিল পূবধৰীয়াৰ কেশৰাম মেম্বৰৰ ঘৰ যিখন ঘৰ আছিল একালৰ পৰা ধৰ্মালোচনাৰ ঘৰ। ইয়াতেই মেম্বৰৰ পত্নীৰ প্ৰেৰণাদ-কৰ্ম-ব্ৰাহ্মণ নোহোৱাকৈ নামেৰে উদ্ধাৰ কৰা হৈছিল। ইয়াতো মত দিছিল অনন্তদেৱ গোস্বামীদেৱে। ১৯১৮ চনতে জন্ম হোৱা এই শুদ্ধমতে আজি সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছে— সমাজেও নামৰ মাহাত্ম্য উপলব্ধি কৰিছে। কলীয়াবৰ শঙ্কৰ সংঘ এতিয়া এটা ডাঙৰ সংগঠন আৰু এই সংঘই জাতি-ধৰ্ম-নিৰ্বিশেষে মহাপুৰুষ শঙ্কৰদেৱৰ পবিত্ৰ মত বিস্তাৰ কৰাত আৰু শঙ্কৰী কলা-কৃষ্টি বিকাশ কৰাত গুৰুত্ব আৰোপ কৰিছে। প্ৰকৃত বৈজ্ঞানিক চিন্তা ধাৰাৰে আগ বাঢ়িলে আৰু তাতোকৈ মানৱপ্ৰেমক ধ্বজা কৰি আগবাঢ়ি গলে এই সমাজে অসমীয়া জাতিক পুনৰ সজীৱ কৰি তুলিব পাৰিব বুলি বিশ্বাস কৰিব পাৰি।

সি যি কি নহওক কেশৰাম মেম্বৰৰ ঘৰত যি সকলে এই সত্যধৰ্ম উপলব্ধি কৰিছিল সেই সকল আছিল লক্ষীকান্ত মহন্ত, ভোলা নাথ মহন্ত আৰু নতুন মহন্ত দীননাথ (মহন্ত পাতি লোৱা হয়)। তাৰ বাহিৰেও আছিল দাসীৰাম আতৈ, ৰুদাই ভূঞাৰ পুত্ৰ পূৰ্ণ ভূঞা, বুদাই বান্ধনিৰ পুত্ৰ যজ্ঞোৰাম আৰু যদুৰাম, সাজতোলাৰ পুত্ৰ নন্দিৰাম, দালিৰাম, আৰু অভিৰাম ভূঞা আদি লোক সকল। এই সকল আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। অনুমান হয় ভূঞা বুৰঞ্জী খনৰ টোকাটি এই মেম্বৰৰ ঘৰতেই জন্ম হ'ব। কাৰণ সেই সময়ত এই ঘৰ খনেই

জ্ঞান চৰ্চাৰ ডাঙৰ কেন্দ্ৰ আছিল।

**কলা সংঘ ঃ—**

কলীয়াবৰ শঙ্কৰ সংঘই আৰু এটি সংঘ জন্ম দিলে যাৰ নাম হ'ল কলা সংঘ— শঙ্কৰী কলাকৃষ্টিৰ চৰ্চাৰ সংঘ। শঙ্কৰ সংঘ আৰু কলাসংঘ অঙ্গাঙ্গি সম্বন্ধ।

শঙ্কৰ কলাকৃষ্টি প্ৰাণ ৺উত্তম চন্দ্ৰ বৰাদেৱৰ যত্নত কলীয়াবৰৰ বাচকবনীয়া শিল্পীৰে কলীয়াবৰ কলা সংঘৰ জন্ম হয়। উদ্দেশ্য সম্পৰ্কে ইতিমধ্যে কৈয়েই অহা হৈছে। শঙ্কৰী কলা কৃষ্টিৰ চৰ্চা আৰু প্ৰচাৰ কৰাও সংঘৰ উদ্দেশ্য আছিল। যি সকল লোকৰ চেষ্টাৰ ফলত এই সংঘই এক নতুন ৰূপ লৈছিল সেই সকলৰ ভিতৰত সৰ্ব্বশ্ৰী ৰমাকান্ত বৰা, বিষ্ণু ভূঞা, ডিম্বেশ্বৰ শইকীয়া, ৰুদ্ৰকান্ত হাজৰিকা, সুবোধ চন্দ্ৰ বৰা, পুনাৰাম বৰা, মিনাৰাম হাজৰিকা, ঈশ্বেশ্বৰ ভূঞা, ভদ্ৰেশ্বৰ বৰা, গনেশ বৰা, গিৰিকান্ত শইকীয়া, হীৰা বৰা, চন্দ্ৰকান্ত বৰা, হেমকান্ত হাজৰিকা, নিৰণ বৰা, কুশৰাম শইকীয়া, দালিৰাম বায়ন, ফটিক চন্দ্ৰ ভূঞা আৰু নলিনী শইকীয়াৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

এই সংঘই কলীয়াবৰৰ উপৰিও লক্ষীমপুৰ, চৰাইদলনি, গহপুৰ, হাওৰাঘাট, মৰিকলং, বৰঘাট আদি ঠাইত ভাওনা আৰু নানা কৃষ্টি প্ৰদৰ্শন কৰি কৃতিত্বৰ পৰিচয় দিছে। কলীযাবৰতো যি কেইখন ভাওনা কলা· সংঘই প্ৰদৰ্শন কৰিলে সেই ভাওনা কেইখনো কম বৈশিষ্ট্য পূৰ্ণ নাছিল। এই কীৰ্ত্তিৰ অন্তৰালত ৺উত্তম বৰা দেৱৰ অপ্ৰাণ চেষ্টা। কলীয়াবৰ কলাসংঘ ১৯৫৩ চনত অসম শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ লগত সংহতি ৰক্ষা কৰি শ্ৰীমন্ত শঙ্কৰী কৃষ্টি শাখালৈ ৰূপান্তৰিত হয়। পূৰ্ববেপৰা শঙ্কৰী কলা কৃষ্টিৰ বিকাশ আৰু প্ৰচাৰৰ কাৰণে এই অনুষ্ঠানে চেষ্টা কৰি আহিছে। শঙ্কৰীকলা কৃষ্টিত ৰাপ থকা কেইবাজনো লোকে এশ টকীয়া বৰঙনি আগবঢ়োৱা নিতান্তই প্ৰশংসনীয় কথা হৈছে। এইসকল লোকৰ প্ৰতি আমি গভীৰ শ্ৰদ্ধা জনাইছো। সুখৰ কথা যে ১৯৭৩ চনত

কলীয়াবৰ শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি সংঘ নামকৰণেৰে পঞ্জীয়নভূক্ত হয়। ইয়াৰ কাৰ্য্য পৰিচালনা কমিটিৰ উপদেষ্টা আছিল ডঃ ভূপেন হাজৰিকা, শোণিত কোঁৱৰ ৺ গজেন বৰুৱা আৰু শ্ৰীগোলাপ বৰুৱা ( প্ৰাক্তন এম, এল, এ )। এই সংঘৰ উদ্দেশ্য পিচপৰা অঞ্চল আৰু জনজাতিৰ মাজত সমাজ সংগঠন আৰু গুৰুজনাৰ কলাকৃষ্টি প্ৰচাৰ। এই মৰ্মে কলীয়াবৰৰ আমগুৰিত জনজাতিৰ লোকৰ মাজত এখন কৃষ্টি বিদ্যালয় পতা হয়। তাৰোপৰি মিচা বাগানৰ বনুৱাসকলৰ মাজত সেই একে উদ্দেশ্যতে বিদ্যালয় পাতি শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হয়। কলীয়াবৰ চাহ বাগিচাত বনুৱাৰ মাজত ৰাস নাটৰ শিক্ষা দিয়া হয়। এই সংঘই অসম নাটক আৰু কৃষ্টি প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি সুখ্যাতি অৰ্জন কৰাটো মন কৰিবলগীয়া কথা। *

কলীয়াবৰ সাহিত্য সভা :—

১৯৫০ চনৰ জুলাই মাহৰ পোন্ধৰ তাৰিখে হাতবৰ ছোৱালী মজলীয়া ইংৰাজী স্কুলত কলীয়াবৰ শাখা সাহিত্য সভা গঠন হয় আৰু সেই সভাই আজি আঠাইশ বছৰে সাহিত্য সেৱা কৰি আহিছে। কলীয়াবৰ সাহিত্য সভাই ১৯৫৩ চনত অসম সাহিত্য সভাৰ স্বীকৃতি লাভ কৰে। এই সুদীৰ্ঘ দিনৰ ভিতৰত এঘাৰখন মুকলি অধিবেশন পতাতো মন কৰিব লগীয়া কথা। এই সাহিত্য সভাই সংগঠনৰ দিশত যিমানখিনি আগ বাঢ়িব লাগিছিল সেইখিনি হোৱা নাই। গৌৰৱ পূৰ্ণ কলীয়াবৰৰ ঐতিহ্য ৰক্ষা কৰিবলৈ এই সাহিত্য সভাই মন নিদিয়াতো ভাল কথা নহল। ইয়াৰোপৰি মুখপত্ৰ খন জীয়াই ৰাখি সাহিত্য চৰ্চাৰ ধাৰা ৰক্ষা কৰিবলৈ যি কৰিব লাগিছিল সিয়ো নহল। কিন্তু এটা কথা মন কৰিব লগীয়া যে এই সাহিত্য সভাই ইতিহাস বত্ন শ্ৰীবেণুধৰ শৰ্মা, স্বভাৱ কবি ৺হলধৰ কাকতি বৰা, বাপাৰাম হাজৰিকা আৰু ৺যোগেশ্বৰ বৰাক সম্বৰ্দ্ধনা জনাই গুণীৰ গুণ লৈছে। আন এটি গৌৰৱ পূৰ্ণ কাম হ'ল শ্ৰীউপেন বৰকটকীয়ে

* শ্ৰীডিম্বেশ্বৰ শইকীয়া আৰু শ্ৰীসোমেশ্বৰ বৰাৰ সহায়ত।

সম্পাদনা কৰা "বেণুধৰ শৰ্মা অভিনন্দন গ্ৰন্থ" আৰু হিন্দী ভাষী ব্যক্তি শ্ৰীৰাজেন্দ্ৰ প্ৰতাপ কৰণৰ অসমীয়া কবিতা পুথি "শতদল" গ্ৰন্থ উন্মোচন।

**আলোচনী :-**

১৯৫৩ চনত হাতেলিখাকৈ "পোহৰ" নামে এখনি আলোচনী প্ৰকাশ কৰা হৈছিল। তাৰ পাচত ৰূপালী জয়ন্তী উৎসৱত আলোচনী প্ৰকাশ হৈছে। এইয়াকৈ আমি কিমান গৌৰৱ কৰিব পাৰো চিন্তাৰ কথা।

কলীয়াবৰ সাহিত্য সভাৰ প্ৰতিষ্ঠাৰ পৰা বহু বছৰ ধৰি ইয়াৰ কাৰ্য্যালয় অস্থায়ীভাবে ৺যোগেশ্বৰ বৰাদেৱৰ শিলঘাটৰ বাসভৱনত ( সত্য সন্ধান ) আছিল। বৰ্ত্তমান কলীয়াবৰ মহাবিদ্যালয়ৰ ওচৰত স্থায়ী ভৱনৰ কাম আগ বাঢ়িছে। *

**নাট্য সমাজ :—**

**শিলঘাট নাট্য সমাজ :—**

প্ৰায় সত্তৰ বছৰৰ আগৰ কথা। এই ঠাইৰ চৰকাৰী আৰু বেচৰকাৰী কাৰ্য্যালয় বিলাকৰ কৰ্ম্মচাৰীসকলৰ সৰহ সংখ্যকেই আছিল বঙালীলোক। এওঁলোকৰ দুৰ্গাপূজাৰ প্ৰতি বিশেষ উৎসাহ-উদ্দীপনা। এই সময়ত এওঁলোকে থিয়েটাৰ পাতি আনন্দ কৰিছিল। এই দৰে প্ৰতি বছৰে দুৰ্গাপূজাত থিয়েটাৰ পাতি থাকি সময়ত এটা স্থায়ী নাট্যদল সংগঠন কৰিবলৈ চেষ্টা চলায় আৰু তাৰেই ফলস্বৰূপে নিৰ্মাণ হয় শিলঘাট নাট্যমঞ্চ। ইয়াৰ জন্মৰ দিন ১৯১১ চনৰ ১২ ডিচেম্বৰ— পঞ্চম জৰ্জৰ ৰাজ্যাভিষেকৰ দিন ( Coronation Day )। এই দিনটিৰ স্মৰণাৰ্থে অনুষ্ঠানটিৰ নাম ৰখা হয় "শিলঘাট কৰণেচন্ থিয়েটাৰ পাৰ্টি।"

নাট্যানুষ্ঠানটিৰ সংগঠন আৰু প্ৰতিষ্ঠাৰ গুৰিতে আছিল সেই সময়ৰ শিলঘাট জাহাজঘাট কাৰ্য্যালয়ৰ প্ৰধান কৰ্মচাৰী ৺মতিলাল মিত্ৰ আৰু ৺গোলোক শৰ্মা। এই দুজনাৰ বিশেষ যত্নত অলপ দিনৰ ভিতৰতে

* সাহিত্য সভা স্মৃতি গ্ৰন্থৰ ( ৰূপালী জয়ন্তীত প্ৰকাশিত ) সহায় লোৱা হৈছে।

অভিনয় উপযোগী সকলো প্ৰকাৰৰ সাজ সৰঞ্জাম পূৰ্ণ এটা প্ৰেক্ষাগৃহ নিৰ্মাণ হৈ উঠিল। অনুষ্ঠানটিৰ পৃষ্ঠপোষক আছিল শিলঘাট চাহ বাগিচাৰ মেনেজাৰ আৰ্ এ ফিচাৰ্। তেখেতে নামমাত্ৰ খাজানাত বাগিচাৰ এডোখৰ মাটি দিয়ে আৰু ঘৰ সাজিবৰ কাৰণে অন্যান্য সা-সজুলী দি অনুষ্ঠানটি সবল কৰে।

উল্লেখযোগ্য যে ১৯১১ চনৰ পৰা ১৯১৯ চনলৈকে নাট্যমঞ্চটিত বঙালী নাটকহে অভিনয় হৈছিল। এই বঙালী নাটক বিলাকত ৺নিৰঞ্জন বৰা দেৱে প্ৰধান ভূমিকাত অৱতীৰ্ণ হৈ কৃতিত্বৰ পৰিচয় দিছিল। অসমীয়া নাটকৰ অভিনয় হৈছিল ১৯২০ চনতহে।

১৯২০— ৩০ চনৰ এই দশকটো এই নাট্যানুষ্ঠানটিৰ সোণালীযুগ বুলি কলে অত্যুক্তি কৰা নহয়। এই কালচোৱাত কলীয়াবৰৰ এজন শিক্ষাবিদ ৺মঃ মহবুব আলিয়ে নাট্যানুষ্ঠানটিত সহযোগ কৰে। এখেত এজন বিচক্ষণ অভিনেতা আছিল। এই সময়তে ৺নিৰঞ্জন বৰাই দৈত্যকুমাৰী নাট লিখে আৰু ৺মহবুব আলিয়ে মাধৱৰাও নামে এখন নাট বঙালীৰ পৰা অসমীয়ালৈ অনুবাদ কৰে। উক্ত ৺বৰাদেৱৰ দৈত্য কুমাৰী নাটখন দৰ্শক অনুৰোধত বহুবাৰ মঞ্চস্থ কৰা হৈছিল। সেই সময়ত যি কেইজন লোকে এই নাট্যমঞ্চটি শুৱনি কৰিছিল সেই সকল হ'ল ৺গিৰিধৰ বৰদলৈ ৺ধনীৰাম শইকীয়া, ৺জগমোহন শৰ্মা, এতোৱাৰ ৰহমান, ৺ললিত শৰ্মা, ৺ভোলানাথ ফুকন, ৺বিপিন দত্ত, ৺অনাদৰ বৰা, ৺উত্তম বৰা, ৺হেমোৰাম ভূঞা, ৺ভৱানন্দ গোস্বামী ৺নন্দেশ্বৰ বৰদলৈ ৺পদৰাম গগৈ আৰু শ্ৰীশ্যামাপদ মিত্ৰ।

১৯৩১ চনৰ পৰা ১৯৪০ চনলৈকে বিৰাট বিপৰ্য্যয়ৰ সন্মুখীন হব লগীয়া হৈছিল। ১৯৩০ চনত অভিনয় হোৱা 'মৰাণ জীয়ৰী' নাটকত বন্দুকৰ গুলিৰ টোটাৰ ভিতৰত থকা এডোখৰ পিচ্ বৰ্ড বন্দুকৰ লক্ষ্যস্থানৰ পৰা উফৰি গৈ অভিনেতা জগমোহন শৰ্মাৰ সোঁফালৰ চকুত সোমাই তেওঁৰ চকুতো চিৰকালৰ বাবে ঘূণীয়া কৰিলে। এই দুৰ্ভাগ্যজনক ঘটনাত নাট্য সমাজৰ সভ্যসকল বেজাৰতে ম্ৰিয়মান হ'ল। ইয়াৰ পিচত আৰু এটি

বিপদ উপস্থিত হ'ল আৰু সেইটো হৈছে মহবুব আলিৰ মৃত্যু। তেখেতৰ মৃত্যুয়েও নাট্য সমাজৰ বহুতৰে মন ভাঙি দিলে। ফলত আগৰচাম অভিনেতাই অভিনয়ত অংশ গ্ৰহণ নকৰি আঁতৰি থাকিল। ইয়াৰ পিচত কিন্তু নতুন ডেকা কেইজনমানে অনুষ্ঠানটিক মৰিবলৈ নিদিলে। এই সকলৰ মাজত আছিল ডাঃ হৰনাথ শৰ্ম্মা বৰদলৈ, সৰ্ব্বশ্ৰী হৰকান্ত বৰা, পূৰ্ণানন্দ গগৈ, পদ্মচৰণ হাজৰিকা, বীৰেণ গোস্বামী, কমলাকান্ত বৰা, নিত্যানন্দ বৰা, সুৰেশ ৰাজখোৱা, পৰিমল দত্ত আদি ব্যক্তি সকল। এই সকলে অভিনয়ৰ দিশত গুৰুত্ব দিছিল হয় কিন্তু নাট্য মন্দিৰটিৰ দুৰ্বল অৱস্থালৈ লক্ষ্য কৰা নাছিল। নাট্য মঞ্চটি ক্ৰমে বেয়াৰ ফালে যোৱাত সম্পাদক শ্যামসুন্দৰ গুপ্তদেৱে অশেষ কষ্ট কৰি বাহিৰৰ পৰা কিছু অৰ্থ সংগ্ৰহ কৰি ঘৰটি মেৰামতি কৰি দিয়ে। ইয়াৰ পাচত ১৯৫৪ চনত বামাবলিত মন্দিৰটি ভাগি পৰে। এই ভগ্ন নাট্য মন্দিৰ পুনৰ নিৰ্মাণ কৰিবলৈ সেই চনৰ ১৮ এপ্ৰিলত সাধাৰণ সভা আহ্বান কৰা হ'ল। প্ৰথম কমিটিয়ে কাম কৰিব নোৱাৰিলে যদিও ৺চাকিৰাম হাজৰিকা দেৱ সভাপতি থকাৰ কালত সেই সময়ৰ এম, এল, এ শ্ৰীলীলাকান্ত বৰাদেৱৰ চেষ্টাত চৰকাৰৰ সাহায্য পায় আৰু ১৯৫৫ চনৰ ফেব্ৰুৱাৰী মাহত স্থায়ী নাট্য মঞ্চ স্থাপনৰ সিদ্ধান্ত লোৱা হয়। ১৯৬০ চনত এই নাট্যানুষ্ঠান চৰকাৰে পঞ্জীয়নভুক্ত কৰে। তেতিয়া পূৰ্বৰ নামৰ সলনি হ'ল শিলঘাট নাট্য সমাজ।

১৯৭১ চনত বিখ্যাত নাট্য শিল্পী শ্ৰীসাৰদা কান্ত বৰদলৈ দেৱৰ সভাপতিত্বত হোৱা নাট্য সমাজৰ মুকলি সভাত প্ৰতিষ্ঠাতা, পৰিচালক আৰু মঞ্চশিল্পী ৺মতিলাল মিত্ৰ, ৺নিৰঞ্জন বৰা আৰু মঃ মহবুব আলি —এই তিনি গৰাকী বিশিষ্ট লোকৰ প্ৰতীক চিত্ৰ উন্মোচন কৰা হয় আৰু লগতে ৺চাকিৰাম হাজৰিকা দেৱক সম্বৰ্দ্ধনা জনোৱা হয়।

এই মঞ্চত মুঠতে দৈত্যকুমাৰী, মৰাণজীয়ৰী, কুৰুক্ষেত্ৰ, আলিবাবা, ললিতাদিত্য, দেৱলাদেৱী, হামিৰ সিংহ, মেঘনাদ বধ, পাৰ্থপৰাজয় আদি নাটক অভিনয় হৈছে। দৈত্যকুমাৰী নাটকত বানৰূপী ৺নিৰঞ্জন বৰা, চিত্ৰলেখাৰ ভাওত শ্ৰীধৰণীধৰ দাস, অনিৰুদ্ধৰূপী ডাঃ ভবেন দাস, কুৰুক্ষেত্ৰত

কৃষ্ণৰূপী ৺মহবুব আলি, আলিবাবা নাটকত আলিবাবা ৰূপী ৺চাকিৰাম হাজৰিকা, বদন বৰফুকন নাটকত ৰূপসিং ৰূপী শ্ৰীনলিনী শইকীয়া, ললিতা দিত্য নাটকত ললিতাদিত্যৰূপী শ্ৰীদুৰ্গা বৰুৱা, জয়াপীৰ ৰূপী শ্ৰীমনি ঘোষ, ভূপাল সেন ৰূপী শ্ৰীমানিক চন্দ্ৰ খাওণ্ড আৰু বক্তাৰূপী শ্ৰীজীতেন ধৰক দৰ্শকে বহুদিন নাপাহৰে। ললিতাদিত্য নাটক খনিৰ অভিনয়ে শিলঘাট নাট্যমঞ্চৰ বুৰঞ্জীত এখন বৈশিষ্ট্যপূৰ্ণ স্থান লাভ কৰি থাকিব।

এই নাট্য সমাজে চন্দ্ৰফুকন সোঁৱৰণী একাঙ্কিকা নাটৰ প্ৰতিযোগিতা পতাৰ উপৰিও সঙ্গীত চৰ্চাতো আগভাগ লৈছে। সঙ্গীত শিক্ষাদানত ভ'লাগুৰিৰ শ্ৰীহৰেণ শৰ্মাদেৱ ব্ৰতীহৈ আছে। এই শৰ্মা দেৱ আগৰে পৰা এই নাট্য মঞ্চৰ লগত নিবিড় ভাবে জড়িত হৈ আছে লগতে আছে শ্ৰীপূৰ্ণানন্দ গগৈদেৱ। *

**বৰভগীয়া নাট্য সমাজ ঃ—**

এই নাট্যসমাজে ১৯৩৫ চন মানত নাট্যমঞ্চ স্থাপন কৰি নাট্য চৰ্চাৰ পাতনি মেলে। প্ৰথমতে এই সমাজখনৰ নাম আছিল তৰুণ সংঘ আৰু সেই তৰুণ সংঘই প্ৰসাৰতা লাভ কৰি আজিৰ অৱস্থা পাইছেহি। এই সমাজৰ প্ৰথম নাট কৰ্ণাৰ্জ্জুন। সৰস্বতী পূজা উপলক্ষে এই নাট অভিনীত কৰা হৈছিল। তাৰ পিচত বেউলা, নন্দদুলাল, কুৰুক্ষেত্ৰ, কনৌজ কুঁৱৰী, চন্দ্ৰকান্ত সিংহ, বদন বৰফুকন, টিপু চুলতান, মনিৰাম দেৱান, বক্ষকুমাৰ, পিয়লিফুকন, নীলাম্বৰ, মেবাৰ সন্ধ্যা, শ্ৰীৰামচন্দ্ৰ, শোণিতকুঁৱৰী, মগ্‌ৰিবৰ আজান আদি নাটক মঞ্চস্থ কৰা হয়। যি কেইগৰাকী শিল্পীয়ে এই মঞ্চ শুৱনী কৰিছে সেই কেইজন হৈছে ৺নৰেণ বৰুৱা, ৺ভূবন হাজৰিকা, আৰু সৰ্ব্বশ্ৰী খৰ্গেশ্বৰ হাজৰিকা, গোলোক চন্দ্ৰ গোস্বামী, গগণ বৰুৱা, ভূজেন বৰুৱা, সুৰেণ বৰুৱা, শিৱ বৰুৱা, মিনাৰাম হাজৰিকা তাৰিণী হাজৰিকা আৰু ভুমি মুদৈ।

কৰ্ণাৰ্জ্জুন নাটকত কৰ্ণৰূপী ৺নৰেণ বৰুৱা দোৰ্য্যোধন ৰূপী শ্ৰীগগন

---

* ৺চাকিৰাম হাজৰিকা আৰু শ্ৰীপূৰ্ণানন্দ গগৈৰ সহায়ত।

বৰুৱা, কৃষ্ণৰূপী শ্ৰীতাৰিণী হাজৰিকা ( এতিয়া অনাতাৰ শিল্পী ), ভীমৰূপী শ্ৰীখগেশ্বৰ হাজৰিকা, বেউলা নাটকত লক্ষীন্দৰ ৰূপী শ্ৰীগগন বৰুৱা আৰু চান্দ সদাগৰ ৰূপী ৺নৰেণ বৰুৱাই দৰ্শকক মুগ্ধ কৰি গৈছে। বক্ৰকুমাৰ নাটকত বাবনৰ চৰিত্ৰৰ ৰূপ দিয়া শ্ৰীগগন বৰুৱাৰ অভিনয় বাস্তবিকতে উচ্চ মানদণ্ডৰ বুলি কব লাগিব। এই সকলৰ বাহিৰেও সৰ্ব্বশ্ৰীগোলাপ বৰুৱা ( প্ৰাক্তন এম, এল, এ ) ভূমি হাজৰিকা, বিচিত্ৰ বৰুৱা, মিনাৰাম হাজৰিকা আদি লোকসকলে অভিনয় দক্ষতাৰ পৰিচয় দিছে। এটা কথা মন কৰিব লগীয়া যে এই মঞ্চৰ কেইবাজনো ব্যক্তি কলীয়াবৰৰ আগশাৰিৰ মঞ্চশিল্পী বুলি পৰিগনীত।

এই মঞ্চৰ শ্ৰেষ্ঠ নাট বেউলা, মনিৰাম দেৱান আৰু বক্ৰকুমৰ। *

## হাতবৰ কেন্দ্ৰীয় নাট্য সমাজঃ—

হাতবৰ কেন্দ্ৰীয় নাট্য সমাজৰ জীৱন বুৰঞ্জীত এটি অতি তাৎপৰ্য্য পূৰ্ণ ঘটনা সন্নিবিষ্ট হৈ আছে। আখিৰঙ্গা গাঁৱৰ চাৰি আলিৰ আহঁত গছ জোপাৰ তলত এই নাট্য সমাজৰ প্ৰতিষ্ঠাৰ সপোন ৰচনা কৰিলে এই অঞ্চলৰ কেইজনমান উদীয়মান যুৱকে। এই গাঁৱৰ হৰিমন্দিৰত সেই যুৱক কেইজনে শপত গ্ৰহণ কৰিলে হাতবৰত এটি নাট্য মন্দিৰ গঢ়িবলৈ। যি কেইজন যুৱকে প্ৰাণপনে এই নাট্য মন্দিৰ স্থাপন কৰিবলৈ প্ৰতিজ্ঞা গ্ৰহণ কৰিছিল সেই কেইজন ব্যক্তি হ'ল সৰ্ব্বশ্ৰী সুৰথ বৰা, নগেন বৰা, মদন শইকীয়া, ৰমা কান্ত হাজৰিকা, উমা বৰা, ভগৰ হাজৰিকা, ভাবি শইকীয়া, বীৰেণ হাজৰিকা, বানেশ্বৰ নেওগ, তিলক শইকীয়া, হৰেণ শৰ্মা, ভৱেন শইকীয়া আৰু মহেন্দ্ৰ হাজৰিকা।

ইয়াৰ পিচত ২০।১১।৫২ তাৰিখে সন্ধিয়া হাতবৰ অঞ্চলৰ যুৱক সকলৰ সাধাৰণ সভাত এই উদ্দেশ্যে এখন কাৰ্য্যকৰী কমিটি গঠন কৰা হয়। তাৰ সভাপতি আছিল শ্ৰীমহেন্দ্ৰ হাজৰিকা আৰু যুটীয়া সম্পাদক আছিল শ্ৰীৰমাকান্ত হাজৰিকা আৰু শ্ৰীভাবি শইকীয়া; ধনভঁৰালী

* শ্ৰীগগন বৰুৱাৰ সহায়ত।

আছিল ৺গুন শইকীয়া। সদস্যসকল আছিল সৰ্ব্বশ্ৰী বানেশ্বৰ নেওগ, ভবেন শইকীয়া, বীৰেন হাজৰিকা, তিলক শইকীয়া, চিদানন্দ মহন্ত, প্ৰফুল্ল বৰা, উমা বৰা, ফটিক হাজৰিকা আৰু ভগৰ হাজৰিকা। উক্ত কমিটিয়ে প্ৰথমে এডোখৰ ভাল ঠাইৰ চিন্তা কৰিলে। ইতিমধ্যে হাতখৰত "অৰুণ সেৱা সমিতি" নামে এটা অনুষ্ঠান আছিল। সেই অনুষ্ঠানটি ভাগি যোৱাত সেই মাটি ডোখৰকে দিবলৈ কমিটিয়ে আবেদন জনোৱাত মাটি ডোখৰ নাট্যসমাজক অৰ্পন কৰিলে। ইয়াৰ পিচতে চিন্তা হ'ল এটা নাট্যমন্দিৰ স্থাপন কৰা। যি কেইজন ব্যক্তিয়ে ৫'০০ টকা বৰঙনিৰে পুঞ্জি গঠনৰ চিন্তা কৰিছিল সেই কেইজন ব্যক্তি হ'ল সৰ্ব্বশ্ৰীসুৰথ বৰা, উমা বৰা, ভাবি শইকীয়া, তিলক শইকীয়া মানিক শইকীয়া, দেবেন শইকীয়া, দেবেন বৰা, গঙ্গা প্ৰসাদ বৰা, বাপুকন হাজৰিকা, প্ৰফুল্ল বৰা, সোনাৰাম বৰা, গোলাপ কটকী, নৰেণ মহন্ত, ললিত বৰুৱা, মদন শইকীয়া, চেনাৰাম গায়ন, চিদানন্দ মহন্ত, হৰেণ শৰ্ম্মা, লীলা হাজৰিকা, ফটিক হাজৰিকা, মুন হাজৰিকা, গোবিন চন্দ্ৰ বৰা, চেনাৰাম কটকী, নগেন বৰা, ভগৰ হাজৰিকা, উত্তম গোস্বামী, ক্ষীৰোদ দাস, বানেশ্বৰ নেওগ, ধৰণী বৰা, গিৰিশ হাজৰিকা ভবেন শইকীয়া আৰু মহেন্দ্ৰ হাজৰিকা।

বৰ্ত্তমানৰ টিনৰ ঘৰটি নিৰ্মানৰ প্ৰথম চিন্তা কৰা হৈছিল ২১।৬।৫৩ তাৰিখৰ সাধাৰণ সভাত। বাস্তবিকতে কবলৈ গলে কেন্দ্ৰীয় নাট্য সমাজে ১৯৫৩ চনৰ ফেব্ৰুৱাৰী মাহত চিৰস্থায়ী হিচাবে প্ৰতিষ্ঠা হয় আৰু সেই দিনা যুৱক-বৃন্দৰ সপোন বাস্তৱত পৰিণত হয়। অৰুণসেৱা সমিতিৰ পৰা তিনিটা শালৰ খুটা আৰু নগদ ২৫০'০০ টকাৰ সাহায্যদান এই ক্ষেত্ৰত স্মৰণীয়।

যি ডোখৰ ঠাইত আজিৰ নাট্যমন্দিৰ স্থাপন হ'ল সেই ডোখৰ মাটি শাকমুঠি হাজাৰৰ খ্যাতিসম্পন্ন সভাপতি ৺জয়ৰাম বৰাদেৱৰ জৰীয়তে পোৱা শঙ্কৰ মন্দিৰৰ এলেকাধীন মাটি।

নাট্যানুষ্ঠানটিয়ে কলাকৃষ্টি চৰ্চাত যথেষ্ট মনোনিবেশ কৰিছে। ১৯৫৩

চনত নগাঁৱত হোৱা সঙ্গীত নাটক একাডেমীত এই নাট্যসমাজে "দশাৱতাৰ নৃত্য" পৰিবেশন কৰি দ্বিতীয় স্থান অধিকাৰৰ যশস্যা লভিছিল। আৰু একাডেমীৰ পৰা ১৯৫৭ চনত ৫০'০০ টকাৰ এটি অনুদান বাদ্যযন্ত্ৰাদি কিনিবৰ কাৰণে পায়। বৰ্ত্তমানৰ টিনৰ ঘৰটি ১৯৫৪ চনতে সজা। ইয়াৰ মাজতে ওচৰৰ চাহ বাগিচাত দুৰ্গাপূজাত ভাওনা কৰিও ধন সংগ্ৰহ কৰা হৈছিল। এই নাট্যানুষ্ঠানলৈ সেই সময়ৰ কলীয়াবৰৰ উন্নয়ন খণ্ডৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীপ্ৰসাদ বৰদলৈদেৱে নগদ এহেজাৰ টকাৰ নাট্যমঞ্চৰ উপযোগী সামগ্ৰী আৰু নগদ পাচশ টকা দান আগবঢ়ায়। বৰদলৈ দেৱৰ সহায় সহানুভূতি হাতবৰৰ নাট্য সমাজে চিৰকাল মনত ৰাখিব।

অসমৰ নাট্যানুষ্ঠান সমূহৰ মহান লক্ষ্যৰ প্ৰতি এই নাট্য সমাজ সজাগ। সেয়ে কলাকৃষ্টি আৰু নাট্যাভিনয়ৰ যোগেদি সমাজৰ বিভেদ কামী শক্তি দূৰীকৰণ কৰি গণতান্ত্ৰিক পন্থাৰে এখন সুস্থ সবল সমাজ গঢ়া আদৰ্শ নাট্য সমাজে শ্ৰদ্ধাৰে গ্ৰহণ কৰিছে।

সুদীৰ্ঘ দুটা যুগৰ ভিতৰত এই নাট্য সমাজে যিমান নাটক অভিনীত কৰিব লাগিছিল প্ৰকৃততে সেইটো হোৱা নাই। এই কালচোৱাৰ ভিতৰত প্ৰায় ত্ৰিশ খন নাটকহে অভিনীত হৈছে। দ্বিতীয় কথা হ'ল এই যে এই মঞ্চত ভাল ধৰ্ম সমম্বন্ধীয় এখনো নাটকৰ অভিনয় হোৱা নাই অথচ আমাৰ ভালে কেইখন মঞ্চ সফল ধৰ্মমূলক নাটক আছে। ন ন বিষয় বস্তুৰ নাটক আৰু অভিনয়ৰ নতুন কলা-কৌশলেৰে দৰ্শকক মুগ্ধ কৰি জীয়াই থকাৰ আশা সঞ্চাৰ কৰাটো সকলো নাট্যানুষ্ঠানৰে প্ৰধান কৰ্ত্তব্য। আৰু এটা কথা মন কৰিব লগীয়া যে এই সমাজে এজন নাট্যকাৰ সৃষ্টি কৰিব নোৱাৰিলে বিশেষকৈ মৌলিক নাটকৰ। সেইদৰে শ্ৰেষ্ঠ অভিনেতাৰো জন্ম দিছে বুলি কব নোৱাৰোঁ। আমি আশা ৰাখিছোঁ এই দুয়োটা ক্ষেত্ৰতে নাট্য সমাজে যাতে গুৰুত্ব দিয়ে।

সি যি কি নহওক, এই নাট্যসমাজে গৰাখহনীয়া, টেক্সিড্ৰাইভাৰ, কেহুজালি, গুলেনাৰ, সমাধি, সমাধান, উকথা পজা, চোৰাব-কস্তম, কপাল-কুণ্ডলা, অভিমান, জেবেঙ্গাৰ সতী, বন্দিতা, চিৰাজ, কহিনুৰ,

বকৰাৰ সংসাৰ, শ্বেৰ আফগান, শিৱাজী, চিৰাজদৌল্লা, হাইদৰ আলি, গৰিৱী হটাও, অথেলো, মেৰজাল, শক্তিশেল, সৰু বোৱাৰী, পিয়লি ফুকন, কিয়, উপহাৰ আদি নাট মঞ্চস্থ কৰিছে। এই নাটক সমূহৰ অভিনয় অৱশ্যে নিম্নখাপৰ বুলি কব নোৱাৰি। অভিনয় আৰু দৃশ্য সজ্জাৰ মানদণ্ড ৰক্ষা কৰাত নাট্যসমাজ সদায় সতৰ্ক। উল্লেখ যোগ্য যে এই মঞ্চৰ কেইবাজনো অভিনেতা আৰু কেইবাগৰাকীও অভিনেত্ৰীয়ে অসমৰ ভ্ৰাম্যমান থিয়েটাৰ দলত বিশেষ স্থান অধিকাৰ কৰিছে। এই মঞ্চৰ টেক্সিড্ৰাইভাৰ নাটকৰ নায়ক আৰু কহিনুৰ নাটকত চাহ-আলমৰূপী শ্ৰীভাৰি শইকীয়া, চোৰাব কস্তমত কাইকাউচৰূপী শ্ৰীভূৱন বৰা, জেৰেঙাৰ সতীত আঘোনা কছাৰীৰূপী শ্ৰীগুণ নেওগ, ধনাই ডেকাৰূপী শ্ৰীহীৰেণ হাজৰিকা, সমাধি নাটকত বকৰাৰূপী শ্ৰীযোগেন শইকীয়াই দৰ্শকৰ মনত ৰেখাপাত কৰি গৈছে। অতিথি শিল্পী জেৰেঙাৰ সতীত জয়মতীৰূপী দৰঙৰ বিহালীৰ শ্ৰীকিৰণ হাজৰিকা আৰু জামুগুৰিৰ শ্বেৰ আফগানৰূপী শ্ৰীবলদেৱ শইকীয়াই চমকপ্ৰদ অভিনয় কৰি দৰ্শকক মুগ্ধ কৰি গৈছে। ইয়াৰোপৰি গুলেনাৰ নাটকত আকবৰৰূপী শ্ৰীবিদ্যাকান্ত হাজৰিকা, উকথা পজাত সদানন্দৰূপী শ্ৰীঅতুল চন্দ্ৰ গোস্বামী ( এতিয়াৰ এম, এল, এ ) আৰু গুলেনাৰতে মানসিংহৰূপী শ্ৰীদেৱ বৰাই সুন্দৰ অভিনয় প্ৰদৰ্শন কৰি দৰ্শকৰ প্ৰশংসা লাভ কৰিছিল। স্ত্ৰী চৰিত্ৰ ৰূপায়নত শ্ৰীমতী বীনা বৰা, বীনা বৰা, পাৰুল বৰা আৰু নলিনী শৰ্মাই সুন্দৰ অভিনয় কৰি প্ৰশংসাৰ পাত্ৰ হৈছে। এসময়ত সহ অভিনয়ৰ আগতে শ্ৰীহেমকান্ত বৰকটকী আৰু কুঁৱৰীটোলৰ শ্ৰীহৰেণ মহন্তই স্ত্ৰী চৰিত্ৰ ৰূপায়নত কৃতিত্ব আৰ্জি গৈছে।

অসমৰ একাঙ্কিকা নাট্য আন্দোলনত হাতবৰ কেন্দ্ৰীয় নাট্যসমাজে অৰিহণা আগবঢ়াইছে শ্ৰীকুসুম বৰাৰ "ফাদাৰ্ এণ্ড চন্ কোম্পানী" নাটকে ১৯৭০ চনত বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত হোৱা সদৌ অসম সূৰ্য্যবৰা সোঁৱৰণী একাঙ্ক নাট প্ৰতিযোগিতাত বিশেষ খ্যাতি আৰ্জে। ইয়াতে শ্ৰীভবেন শইকীয়া শ্ৰেষ্ঠ অভিনেতা আৰু দলগত ভাৱে দ্বিতীয় স্থান অধিকাৰ কৰে। এনেকৈয়ে নগাওঁ, ফুলগুৰি আৰু ডিব্ৰুগড়ত এই নাট্য

সমাজে একাঙ্ক নাট প্ৰদৰ্শন কৰিছে। এই সমাজে ইতিমধ্যে কৰা এনেধৰণৰ নাট হ'ল শ্ৰীকুসুম বৰাৰ হেৰাপোৱা নট্, ভাৱি শঙ্কৰ, মৰমী পঞ্জা, এখন পথাৰ লাগে, বেঙনি, গৱেষনা, লটাৰী, নেপথ্যত পাণ্ডৱ শিবিৰ; শ্ৰীহংস হাজৰিকাৰ কৰাল; শ্ৰীপ্ৰফুল্ল বৰাৰ পানী মেটেকা আৰু শ্ৰীভুবন বৰাৰ "এজন শিল্পী"।

এই নাট্য সমাজৰ ডাঙৰ কৃতিত্ব হ'ল ১৯৭৭ চনত কুজিদাঁহুত হোৱা নগাওঁ জিলা অঙ্কীয়া নাট অভিবৰ্ত্তনত 'ৰাম বিজয়' নাটৰ ভাওনাৰে প্ৰথম স্থান অধিকাৰ। নাট্য মন্দিৰটিত এতিয়া আকৌ সঙ্গীত নাটক একাডেমীৰ সৌজন্যত ভাওনাৰ প্ৰশিক্ষনৰ ব্যৱস্থা কৰি দিয়াটো বিশেষ মন কৰিব লগীয়া কথা। অসমত এইয়া প্ৰথম। আৰু এটা মন কৰিব লগীয়া কথা ১৯৭৮ চনত গুৱাহাটীত বহা প্ৰাদেশিক শঙ্কৰ সংঘৰ সভাত ৰুক্মিনী হৰণ নাট, মালি গাঁৱত গুৰুজনাৰ তিথিত ৰাম বিজয় আৰু হাফলঙত থিয়েটাৰ কৰাটো। ইয়াৰ বাবে নাট্য সমাজ আমাৰ আদৰ্শ স্থানীয় হৈ থাকিব। এই সমাজে মঞ্চাভিনয়ৰ লগতে অঙ্কীয়া ভাওনাৰ চৰ্চ্চা কৰি অসমতে এক নতুন অভিলেখ স্থাপন কৰিছে। *

## পূৰ্বথৰীয়া নাট্য সমাজঃ—

১৯২১ চনত নিজ পূৰ্বথৰীয়াত কলীয়াবৰৰ বিভিন্ন ঠাইৰ শিল্পী যুৱক সকল গোট খাই "যুৱক পাৰ্টি" নাম দি এটি নাট্য দল গঠন কৰিছিল। এই পাৰ্টিৰ প্ৰথম সম্পাদক আছিল শ্ৰীঅভিৰাম ভুঞা। এটা কথা মন কৰিব লগীয়া যে এই নাট্য দলটিয়ে এহাতে অভিনয় চৰ্চা কৰিছিল আৰু অন্য হাতেদি ভাৰতৰ স্বাধীনতা সংগ্ৰামতো যোগ দিছিল। ভাৰতৰ ৰাজনৈতিক জাগৰণ আৰু সাংস্কৃতিক চৰ্চা— দুয়োটাৰ মিলনতেই যে আমাৰ স্বাধীনতাৰ সৌধ ৰচনা হ'ল সেই কথা মূলক ৰাজ আনন্দই তেখেতৰ "Is there a contemporary Indian Civilization"ত থিকেই কৈ গৈছে।

---

* শ্ৰীভাৱি শইকীয়াৰ সহায়ত।

ভিঞাৰি নামঘৰৰ কাষতে এই যুৱক পাৰ্টিৰ নাট্যমঞ্চ আছিল আৰু এই মঞ্চত বিশেষকৈ অমিত্ৰাক্ষৰ ছন্দৰ নাটকৰ অভিনয় হৈছিল। কিছু দিনৰ পিচত কিবা কাৰণত যুৱক পাৰ্টি ভাগি যায় আৰু সেই পাৰ্টিয়েই পাছত আকৌ জয়পাৰ্টি নামেৰে নাট্যদল গঠন কৰে। এই পাৰ্টিৰ সদস্য সকল আছিল উলুবনিৰ ৺যোগেশ্বৰ বৰা আৰু শ্ৰীহেম পাঠক; চামগুৰি সত্ৰৰ শ্ৰীমোহন বাংশী বৰা আৰু ৺নন্দেশ্বৰ বৰা; নিজ চিলবিন্ধাৰ ৺ডম্বৰুধৰ হাজৰিকা আৰু ৺রুদ্ৰ বৰা; ওপৰ পুৱথৰীয়াৰ ৺মিনাই পিয়াৰী; নিজ পুৱথৰীয়াৰ ৺বানেশ্বৰ ভাগৱতী আৰু শ্ৰীলোকেশ্বৰ ভাগৱতী, বাইদঙ্গীয়াৰ শ্ৰীথানুৰাম ভুঞা আৰু ৺ ভগীৰথ ভুঞা; শান্তিপুৰৰ ৺ফৰিং হাজৰিকা নলতলীৰ শ্ৰীভোলাই ভুঞা; চামধৰাৰ ৺ গোপনহাজৰিকা; মাজ পুৱথৰীয়াৰ ৺দালিৰাম বৰা; ৺মনিৰাম শইকীয়া, ৺মিনাৰাম ভুঞা, ৺উমা ৰাম বৰা, ৺দধিৰাম ভুঞা, ৺কমল চন্দ্ৰ ভুঞা, ৺পূৰ্ণ ভুঞা, আৰু বালিটিকাৰ ৺উত্তম চন্দ্ৰ বৰা আদি লোক সকল। এই দলটিৰ পিচৰ চাম শিল্পী আছিল পুৱথৰীয়াৰ ৺বনিৰাম ভুঞা, ৺মাঘিৰাম বৰা, ৺যোগাই বৰা, সৰ্ব্বশ্ৰী তিলক শইকীয়া, ভোগেশ্বৰ নেওঁগ, নলিনী কান্ত শইকীয়া, ভোলাই ভুঞা, ফটিক ভুঞা, সুবোধ বৰা. মোলান ভুঞা, শিৱকান্ত শইকীয়া আৰু ৺পিতাম্বৰ ভুঞা। নলতলীৰ সৰ্ব্বশ্ৰী শান্তিৰাম ভুঞা; দয়াৰাম বৰা, মিনাকান্ত বৰা, রুদ্ৰ হাজৰিকা, দেবেন ভুঞা, সৰুৰাম শইকীয়া আৰু কানীয়া বৰা, জমখলাৰ শ্ৰীপুনাৰাম বৰা; বাঘৰচুকৰ শ্ৰীৰসেশ্বৰ বৰা; চামধৰাৰ শ্ৰীভোলা শইকীয়া; শান্তিপুৰৰ শ্ৰীপুষ্প হাজৰিকা; ভলাগুৰিৰ শ্ৰীবিষ্ণু ভুঞা, শ্ৰীকালিৰাম বৰা, চামগুৰিৰ বলো ভুঞা; ভিঞাৰিৰ গনেশ বৰা, গোলোক ভুঞা, ভদ্ৰেশ্বৰ ভুঞা, মহেশ্বৰ বৰা, নিৰণ বৰা আৰু ৺দুৰ্গেশ্বৰ ভুঞা। এইসকলৰ লগতে আছিল সৰুচামৰ সৰ্ব্বশ্ৰীভবেন ভুঞা, ৰূপৰাম ভুঞা, দুৰ্লভ ভুঞা, ৰমাকান্ত ভুঞা, লক্ষীৰাম ভুঞা, দেহীৰাম ভুঞা, ৺কলাই ভুঞা আদি লোকসকল। এই নতুন চাম শিল্পীয়ে ভিঞাৰি নামঘৰৰ উত্তৰ ফালে ঠিক '৪২ৰ আন্দোলনৰ পাচতেই যুৱক পাৰ্টি নামেৰেই আকৌ থিয়েটাৰ দল গঠন কৰে। অৱশ্যে এই নাট্য মন্দিৰ স্থাপন

হোৱাৰ আগতে নামঘৰত চন্দ্ৰকান্ত সিংহ, হৰিশ্চন্দ্ৰ আদি নাটক অভিনীত হৈছিল। যিকি নহওক এই দলটিয়ে কৰা নাটক সমূহ হ'ল— নীলাম্বৰ, চন্দ্ৰকান্ত সিংহ, কুৰুক্ষেত্ৰ, কৰ্ণাৰ্জ্জুন, চন্দ্ৰগুপ্ত, শোণিতকুঁৱৰী, ৰুক্মিণীহৰণ মৰ্জ্জিয়ানা, সতীৰ তেজ, লৱকুশৰ যুদ্ধ, বদন বৰফুকন, সাঁকো, আৰু অসম প্ৰতিভা। অসম প্ৰতিভাত চিলাৰায় আছিল ৺উত্তম বৰা, নৰসিংহ আছিল ৺উমাৰাম বৰা, শঙ্কৰদেৱ আছিল ৺ভগীৰথ ভূঞা, মাধৱদেৱ আছিল ৺যোগাই বৰা ( ভিঞাৰিৰ ) আৰু ৰামদাস আছিল শ্ৰীফটিক ভূঞা। চন্দ্ৰগুপ্ত নাটকত চন্দ্ৰগুপ্তৰূপী ৺দুৰ্গেশ্বৰ শৰ্মা, চাণক্য ৰূপী শ্ৰীহৰেণ শৰ্মা, চেলিউকাচ ৰূপী শ্ৰীনলিনী শইকীয়া, কাত্যায়ণ ৰূপী শ্ৰীফটিক ভূঞা আৰু হেলেন ৰূপী শ্ৰীশিৱ শইকীয়াৰ অভিনয় দৰ্শকৰ চকুত ভাঁহি আছে। এই একেদলেই কৰা ৰুক্মিণীহৰণ নাটকত ৰুক্মবীৰ ৰূপী শ্ৰীনলিনী শইকীয়াৰ তেজস্বী বচন ভঙ্গী আৰু বেদনিধি ৰূপী শ্ৰীহৰেণ শৰ্মাৰ অভিনয় পাহৰিব নোৱৰা। ঠিক একেদৰেই নীলাম্বৰ নাটকত ( প্ৰথমবাৰ ) শচীপাত্ৰ ৰূপী ফটিক চন্দ্ৰ ভূঞা আৰু ( দ্বিতীয়বাৰ ) শ্ৰীনলিনীকান্ত শইকীয়া, নীলাম্বৰ ৰূপী শ্ৰীসুবোধ বৰা, নন্দ ৰূপী ৺পীতাম্বৰ ভূঞা, মনোহৰ ৰূপী শ্ৰীবলো ভূঞা, চন্দ্ৰাৰূপী শ্ৰীশিৱ শইকীয়া আৰু কালিচৰণ ৰূপী শ্ৰীদেবেন ভূঞাৰ অভিনয় দৰ্শকে আজিও পাহৰা নাই। এই দলতে বৰভকতিৰ ৺বিপিন বৰদলৈ আৰু আথিৰঙ্গাৰ ৺দীনবন্ধু শইকীয়ায়ো অংশ গ্ৰহণ কৰিছিল।

ইয়াৰ পাচত ১৯৫১ চনত পিচৰ চাম শিল্পীয়ে যি মেবাৰ সন্ধ্যা নাটক অভিনীত কৰিছিল সেই নাটখনো উচ্চ মানদণ্ডৰ আছিল। এই নাটকত আল্লাউদ্দিন ৰূপী শ্ৰীক্ষীৰ কান্ত শৰ্মাই সুন্দৰ অভিনয় কৰিছিল। ইয়াত ভীমসিংহ আছিল শ্ৰীভবেন ভূঞা, পদ্মিনী আছিল শ্ৰীৰূপৰাম ভূঞা আৰু হামীৰদেৱ আছিল শ্ৰীৰত্নেশ্বৰ শইকীয়া। ইয়াৰ পিচৰ নাট কনৌজ কুঁৱৰী। ইয়াত মহম্মদ ঘোৰী আছিল শ্ৰীক্ষীৰ শৰ্মা, পৃথিৰাজ আছিল শ্ৰীভবেন ভূঞা আৰু জয়চাঁদ আছিল শ্ৰীভদ্ৰেশ্বৰ ভূঞা। এই নাট্য দলটিয়ে কাশ্মীৰ কুমাৰী, ৰক্তকুমৰ, আনাৰকলি, টিপু চুলতান, শকুনিৰ

প্ৰতিশোধ, ছত্ৰপতি শিৱাজী, চোৰাৰ ৰুস্তম, জেৰেঙাৰ সতী, শোণিত কুঁৱৰী আদি নাটক মঞ্চস্থ কৰে। ৰক্ত কুমাৰ নাটকত ৰাৱণ আৰু আনাৰ কলি নাটকত আকবৰ ৰূপী শ্ৰীহৰেশ্বৰ গোস্বামী, আনাৰ কলিতে ৰহিমৰূপী শ্ৰীবজ্ৰেশ্বৰ শইকীয়া চেলিম ৰূপী শ্ৰীঅতুল শইকীয়া আৰু মানসিংহ ৰূপী শ্ৰীৰামেশ্বৰ শইকীয়াই দৰ্শকক আকৃষ্ট কৰি গৈছে। কাশ্মীৰ কুমাৰী নাটকত ৰাজমিস্ত্ৰীৰ চৰিত্ৰ ৰূপায়নত শ্ৰীবজ্ৰেশ্বৰ শইকীয়া, অনন্তৰূপী শ্ৰীক্ষীৰ শৰ্মা আৰু বিজয়সিংহ ৰূপী শ্ৰীহৰেশ্বৰ গোস্বামীয়ে সুন্দৰ অভিনয় প্ৰদৰ্শন কৰিছিল। *

**কুঁৱৰীটোল নাট্যসমাজ ঃ**

কুঁৱৰীটোলৰ সোণাৰি চুকৰ নামঘৰত প্ৰথম অভিনয় প্ৰদৰ্শন কৰা হৈছিল। অভিনয়ত আঁৰ কাপোৰ নাছিল। নামঘৰৰ মধ্যতে অভিনয় হৈছিল। ৰং বিৰঙৰ কাগজৰ ফুলকাটি নামঘৰ ধুনীয়াকৈ সজোৱা হৈছিল। উল্লেখযোগ্যযে অভিনয় আৰম্ভ হোৱাৰ পূৰ্বে অঙ্কীয়া নাটৰ আৰ্হিৰে সূত্ৰধাৰৰ প্ৰবেশ হৈ নাটৰ বিষয় বস্তু দৰ্শকক বুজাই দিছিল। সূত্ৰধাৰী প্ৰবেশৰ পিচতেই চোকৰা চুকৰী দলে নৃত্য গীত পৰিবেশন কৰিছিল। এই দলৰ গীতবোৰ সাধাৰণতে বঙালী আ।হল বা বঙালী গীতৰ আৰ্হিত ৰচনা হৈছিল। সেই সময়ত অভিনয় হোৱা নাটসমূহ আছিল সুৰথ উদ্ধাৰ, নহুষ উদ্ধাৰ, মৰুৎ যজ্ঞ, পৰশুৰামৰ মাতৃহত্যা ত্ৰিশঙ্কুৰ স্বৰ্গলাভ আৰু কল্কি অৱতাৰ। এই নাট সমূহ স্থানীয় ৺গোলাপ চন্দ্ৰ বৰদলৈয়ে ৰচনা কৰিছিল বুলি শুনা যায়। এনে অভিনয় অৱশ্যে কলীয়াবৰৰ অন্য গাওঁ বোৰতো হৈছিল। কুঁৱৰীটোলৰ নাট্যাভিনয়ত কলীয়াবৰৰ অন্য ঠাইৰ লোকেও সহযোগ কৰিছিল। কুঁৱৰীটোলৰ ৺গোলাপ চন্দ্ৰ বৰদলৈ, ৺শশী কান্ত বৰদলৈ, ৺ক্ষিতি শৰ্মা বৰদলৈ, ৺দীন নাথ শৰ্মা বৰদলৈৰ উপৰিও দাৰিগজিৰ শ্ৰীবেন্দু বৰা, ৺পোৱাল সুত আৰু ৺চেনাৰাম বৰা ; বৰভগীয়াৰ ৺নৰেন ৰকৰা ; শাকমুঠিৰ ৺লম্বোদৰ শইকীয়া ; ভলাগুৰিৰ

* বজ্ৰেশ্বৰ শইকীয়াৰ সহায়ত।

৺পীতাম্বৰ ভূঞা ; বালিটিকাৰ ৺উত্তম চন্দ্ৰ বৰা আৰু শ্ৰীনোমল বৰা ; ম'ধৰতাৰিৰ ৺কনক মহন্ত ; পূবথৰীয়াৰ ৺ৰূপৰাম বৰা ; চডিয়ালৰ ৺মিনাৰাম ওজা ; চেলেঙৰ ৺ফনিধৰ বৰা ; যমুনামুখৰ ৺চম্পক বৰা আৰু শিৱসাগৰৰ মাটিয়া পিয়ন আছিল ।

অভিনয় সম্ভৱ ১৯২৯ চন মানলৈকে চলিল। তাৰ পাচত আধুনিক নাটৰ অভিনয় হবলৈ ধৰিলে। ১৯২২ চনৰ পৰা কুঁৱৰীটোলত দুৰ্গাপূজা আৰম্ভ হয় আৰু সেই উপলক্ষে আধুনিক নাট মঞ্চস্থ হয়। অসমৰ বিভিন্ন ৰঙ্গমঞ্চ স্থাপনৰ বুৰঞ্জীৰ লগত দুৰ্গাপূজা জড়িত আছিল আৰু কুঁৱৰীটোল তাৰ ব্যতিক্ৰম নাছিল। পূজাত প্ৰায় ৩/৪ নিশা নাটৰ অভিনয় হৈছিল। তেতিয়া ৰঙ্গমঞ্চ আছিল অস্থায়ী। এই ৰঙ্গমঞ্চত অনুষ্ঠিত হোৱা নাট সমূহ হ'ল দদ্গী পৰ্ব্ব, শ্ৰীবৎস চিন্তা; হৰিশ্চন্দ্ৰ, কাৰ্ত্তবীৰ্জাৰ্জ্জুন, লৱকুশৰ যুদ্ধ আদি নাটক। এই সময়ত ৺বেণুধৰ শৰ্মাই কেইবাখনো নাটক বঙালীৰ পৰা অনুবাদ কৰিছিল।

১৯২৯ চনত বৰ্ত্তমান কুঁৱৰীটোলৰ "তৰুণ সংঘ" নামৰ অনুষ্ঠানটি থকা ঠাইত খেৰ বাঁহৰ এটি সৰু ৰঙ্গমঞ্চ নিৰ্মাণ কৰি উলিওৱা হয়। এই ৰঙ্গমঞ্চৰ উদ্যোক্তা সকল হ'ল শিৱসাগৰৰ ৺আতাউৰ ৰহমান বৰা, নগাওঁ হয়বৰগাঁৱৰ শ্ৰীভদৰাম বৰা আৰু কুঁৱৰীটোলৰ ৺গোলাপ বৰদলৈ, ৺মহেন্দ্ৰ শৰ্মা, সৰ্ব্বশ্ৰী তাৰিণী হাজৰিকা, বীৰেণ হাজৰিকা, লক্ষী বৰদলৈ, গোপীনাথ বৰদলৈ, লীলাধৰ হাজৰিকা, খৰ্গেশ্বৰ বৰদলৈ, খৰ্গেশ্বৰ হাজৰিকা আৰু ভলাগুৰিৰ হৰেন শৰ্মা আদি লোকসকল। এই অস্থায়ী ৰঙ্গমঞ্চটি ১৯৫৮ চনত সম্পূৰ্ণ ধ্বংশ হয়। এই মঞ্চটিতে কলীয়াবৰৰ বিশিষ্ট শিল্পী সকল মিলিত হৈ থিয়েটাৰ কৰিছিল। এটা কথা মন কৰিবলগীয়া যে সেই সময়ত কলীয়াবৰৰ বিশিষ্ট শিল্পী সকলে প্ৰধান নাট্যমঞ্চ কেইটাত একগোট হৈ নাট কৰিছিল আৰু তাৰ দ্বাৰা এখন সম্প্ৰীতিৰ সমাজ সৃষ্টি কৰিছিল। এই শিল্পীসকলে কৰা নাটক সমূহ হ'ল চাহজাহান, অসম গৌৰৱ, শকুনিৰ প্ৰতিশোধ; নগাকোঁৱৰ, দদ্গীপৰ্ব্ব, কাশ্মীৰ কুমাৰী, জয়মতী, সীতাহৰণ, কনৌজ কুঁৱৰী, কুৰুক্ষেত্ৰ, মৰাণ জীয়ৰী, কাৰেঙৰ

লিগিৰী, ধামুখী কোঁৱৰ আদি।

স্বাধীনতা লাভৰ পাচত কুৰুক্ষেত্ৰ, নৰকাসুৰ, শকুনিৰ প্ৰতিশোধ, কাশ্মীৰ কুমাৰী, দেৱলা দেৱী, পিয়লি ফুকন, মণিৰাম দেৱান, ছত্ৰপতি শিৱাজী, সিংহাসন, কাৰাগাৰ, তেজৰ আহুতি, চন্দ্ৰকান্ত সিংহ, গুৰু দক্ষিণা আদি নাট কৰা হয়। এই নাটকৰ অভিনয়ত পুৰণি আৰু নতুনৰ সংমিশ্ৰণ হৈছিল। নতুন অভিনেতাৰ ভিতৰত ৺ভোলা শইকীয়া, সৰ্ব্বশ্ৰী বদন বৰদলৈ, অতুল গোস্বামী, ললিত বৰা, মহেন্দ্ৰ হাজৰিকা, ভদ্ৰেশ্বৰ বুঢ়া গোঁহাই, হেমোধৰ বৰদলৈ, বুধনাথ বনিয়া, প্ৰফুল্ল হাজৰিকা, উপেন বৰদলৈ, যোগেন বৰদলৈ, ৰস বৰদলৈ আৰু উমা বৰাৰ নাম বিশেষ ভাৱে উল্লেখযোগ্য। ওপৰোক্ত নাটক সমূহৰ ভিতৰত ছত্ৰপতি শিৱাজী আৰু কাৰাগাৰ নাটকৰ অভিনয় দৰ্শকে চিৰকালে মনত ৰাখিব। ছত্ৰপতি শিৱাজীত নামভূমিকাত বৰ ভগীয়াৰ শ্ৰীগগন বৰুৱাই আৰু কাৰাগাৰত কংসৰ চৰিত্ৰ ৰূপায়নত ভলাগুৰিৰ শ্ৰীহৰেণ শৰ্মাই অতুলনীয় প্ৰতিভাৰ নিদৰ্শন ডাঙি ধৰিলে। অকল এইয়ে নহয় এই দুখন নাটৰ চৰিত্ৰ সমূহ ফুটাই তোলাত প্ৰায় অভিনেতা আৰু অভিনেত্ৰীয়েই সফলতা অৰ্জ্জন কৰিছিল। এনে গৌৰৱ বহন কাৰী নাট্যমঞ্চটি ১৯৫৮ চন মানত সম্পূৰ্ণৰূপে বিলুপ্ত হ'ল। এই অৱস্থাৰ পাচত স্থানীয় ডেকাসকলে চৰকাৰী বিষয়া সকলৰ সহায় সহযোগত মাজে সময়ে অস্থায়ী ৰঙ্গমঞ্চ সাজি থিয়েটাৰ কৰিছিল। কেতিয়াবা কুঁৱৰী টোল হাইস্কুলত, কেতিয়াবা এম্ ভি স্কুলত আৰু কেতিয়াবা ওচৰৰ প্ৰাথমিক বিদ্যালয়ত থিয়েটাৰ কৰিছিল। জ্যোতিসংঘ আৰু মিতালী সংঘ নামে দুটা অনুষ্ঠানেও মাজে মাজে থিয়েটাৰ কৰিছিল। এই সময়ত অভিনীত হোৱা নাট কেইখন হ'ল শোনিত কুঁৱৰী, তেজৰ আহুতি, চিৰাজ, কাৰেঙৰ লিগিৰি, পিয়লি ফুকন আৰু মিৰ কাচিম। এই নাটক সমূহ সহ অভিনয়ৰে মঞ্চস্থ কৰা হৈছিল। এই সময়ত নগাৱৰ শ্ৰীপূৰ্ণ শৰ্মা ( সেই সময়ৰ স্থানীয় চিকিৎসালৰ চিকিৎসক ) ৰ দান লেখত লব লগীয়া। তেঁখেতৰ পৰিচালনাত অভিনীত হোৱা কাৰেঙৰ লিগিৰি, পিয়লি ফুকন মীৰ কাচিম কলীয়াবৰীয়াই নাপাহৰে। তেঁখেত নিজে

এজন সুদক্ষ অভিনেতা আৰু তেখেতৰ দ্বাৰা ৰূপায়িত মীৰ কাচিম, পিয়লি ফুকন আৰু সুন্দৰ কোঁৱৰৰ ( কাৰেঙৰ লিগিৰিত ) অভিনয়ে দৰ্শকৰ মনত গভীৰ চাপ পেলাই গৈছে।

১৯৭২ চনৰ ভাষা আন্দোলনৰ সময়ত এই নাট্য আৰু অভিনয় অনুৰাগী লোক সকলে কুঁৱৰীটোলত জন্ম দিলে এটি নতুন সংঘৰ যাৰ নাম তৰুণ সংঘ। এই সংঘটিয়ে শকুনিৰ প্ৰতিশোধ নাট অভিনীত কৰে। সেই চনৰ পৰা প্ৰতিবছৰে নিয়মীয়াকৈ নাট মঞ্চস্থ কৰি আহিছে। সংঘই দুৰ্বাৰ প্ৰতিজ্ঞাৰে ১৯৭৫ চনত স্থায়ী ৰঙ্গমঞ্চৰ আধাৰ শিলা স্থাপন কৰে। স্থানীয় ব্যৱসায়ী শ্ৰীলাডুৰাম ৰাঠীয়ে এই ৰঙ্গমঞ্চৰ কাৰণে পাঁচ হেজাৰ টকাৰ দান আগবঢ়োৱাটো লেখত লবলগীয়া। ৰঙ্গমঞ্চটি স্থানীয় জনপ্ৰিয় নেতা স্বাধীনতা সংগ্ৰামৰ অক্লান্ত যুজাৰু ৺বদন চন্দ্ৰ বৰদলৈৰ নামে ৰখাটো প্ৰশংসনীয়। এই সংঘই এতিয়ালৈকে কৰা নাট কেইখন হ'ল — শকুনিৰ প্ৰতিশোধ, মগ্ বীৰৰ আহ্বান, সেই বাটেদি, ভোগজৰা, ৰাজদ্ৰোহী, কাঞ্চনৰং, দস্যু জলন্ধৰ, আৰু ৰঙাফোট। ৰঙ্গমঞ্চটিৰ লগতে পুথিভৰাল, খেলাধূলাৰ ব্যৱস্থা, সঙ্গীত চৰ্চাৰ কথাও সংঘই চিন্তা কৰি আদৰ্শনীয় কাম কৰিছে। *

**জখলাবন্ধা নাট্য সমাজ :—**

চাৰিকুৰি বছৰৰো আগৰ কথা। কুকুৰা আৰু গুৱাহাটীৰ লগত এই অঞ্চলৰ লোকৰ মাজত বৈবাহিক সম্বন্ধ ঘটে। সেই সময়ত চহৰবিলাকত দুৰ্গা পূজা উপলক্ষে বঙালি নাটক প্ৰদৰ্শন কৰা হৈছিল। এই বঙালি নাট্যদলৰ অভিনয় দেখি এই অঞ্চলৰ লোকৰ অভিনয় কলাৰ প্ৰতি ধাউতি বাঢ়িল আৰু তাৰ বাস্তৱ ৰূপ দিলে ৺খৰ্গেশ্বৰ খাওণ্ডে। তেখেতৰ এই উদ্যোগত বুঢ়াসকলে আপত্তি জনাইছিল কিন্তু সেই আপত্তি স্বত্বেও সেই নাটকৰ অনুকৰণত অভিনয় কৰা হৈছিল। প্ৰথম অভিনয় কৰা নাটখন আছিল "অভিমন্যু বধ"— বঙালি নাটকৰ তৰ্জ্জমা। তৰ্জ্জমাও — আৰু শুদ্ধ নহয়। ইয়াৰ প্ৰমাণ যুধিষ্ঠিৰৰ এষাৰি বচনতে ওলায় আছে যেনে

* শ্ৰীললিত চন্দ্ৰ হাজৰিকাৰ সহায়ত

যুধিষ্ঠিৰে কৈছে— "নিত্য নিত্তা (হব লাগে অনিত্য) আত্মীয় স্বজন জ্ঞাতি বন্ধু বৰ্গৰ বিনাশ দেখি লাভ কি ?" এনেদৰে পূজাত তুবাৰ অভিনয় কৰাৰ পাচত ৺খৰ্গেশ্বৰ খাওগুদেৱৰ কলেৰা ৰোগত মৃত্যু হয়। এই মৃত্যু আকৌ হয় দুৰ্গা পূজাৰ আগে আগে। গতিকে প্ৰধান উদ্যোক্তাজনৰ মৃত্যুয়ে সকলোকে হতাশ কৰিলে; পূজা সেইবাৰ বাদ দিলে। তাৰ পাচত নাটক কৰাৰ প্ৰচেষ্টা চলিলেও উদ্যোক্তাসকল জীৱিকাৰ বাবে আতৰলৈ যোৱাত অভিতয় বন্ধ হল। কিন্তু দুই এজনে পাচত পাচৰ চামৰ লগ লৈ অভিনয় কৰাৰ মন মেলিলে হয় কিছুদিনৰ পাচত যতি পৰি গল। ইফালে প্ৰথম মহাযুদ্ধ আহিল। মহাযুদ্ধৰ বিভিষীকা আতৰ হোৱাৰ পাচত নতুন চাম অভিনেতা ওলায় আহিল। এই দলত কলীয়াবৰৰ অন্য অঞ্চলৰো অভিনেতা আহি লগ হ'লহি। এই মিলিত শিল্পীসকলে যাত্ৰাৰ অনুকৰণত অভিনয় কৰাৰ পাতনি মেলিছিল।

১৯১৯/২০ চনত মানুহৰ চ'ৰাঘৰত বালিবধ নাটকৰ অভিনয় কৰা হয়। পাচত মঞ্চস্থ কৰা হয় "সীতাহৰণ বালি বধ" ৰূপে। এনেকৈয়ে দিন বাগৰিল— মানুহৰ মন সলনি হ'ল। এইবাৰ স্থায়ী ৰঙ্গমঞ্চৰ সপোন দেখিলে। বৰ্তমানৰ "ইউ, বি, আই" থকা ঠাইত বাঁহৰ খুটাৰে ১৯২৬ চনত নাট্যমঞ্চ সজা হ'ল। তাত এবাৰ বিজুলী বাতিৰ পোহৰত অভিনয় কৰা হৈছিল। তেতিয়া নাট্য সমাজৰ নাম আছিল "মিলন সংঘ" (পিচলৈ ইউনিয়ন ক্লাব)। এই ঠাইত ১৯২৮ চনলৈকে থকাৰ পাচত জখলাবন্ধা এল, পি, স্কুলৰ পূবফালে কলঙৰ দাঁতিত কাঠৰ খুটাৰে অস্থায়ী মঞ্চ গৃহ নিৰ্মাণ হৈছিল। এই মঞ্চৰ কাল চোৱা বাস্তবিকতে নাট্য সমাজৰ গৌৰৱপূৰ্ণ যুগ। ইয়াত কেইবাখনো নাট সফলভাৱে অভিনয় কৰা হৈছিল আৰু তাত অংশ গ্ৰহণ কৰিছিল কলীয়াবৰৰ বিশিষ্ট অভিনেতা সকলে। এই অভিনয় চাবলৈ আহিছিল নটসূৰ্য্য ফনি শৰ্মা, বিষ্ণু ৰাভা, সাৰদা বৰদলৈ, চন্দ্ৰ ফুকন আদি অসমৰ বিখ্যাত অভিনেতা সকল। এখেত সকলে অভিনয় চাই শেষত খুটি নাতিখিনি দেখুৱাই দিছিল। ১৯৪৬ চনত এই মঞ্চ গৃহ ধুমুহাত ভাগি পৰে আৰু ভাগি পৰে শিল্পীৰ

হল। ইয়াৰ বহু বছৰৰ পাচত স্থায়ী মঞ্চ গৃহৰ আধাৰ শিলা স্থাপন কৰা হয়।

এই নাট্য দলে সীতাহৰণ বালি বধ, বান পৰাজয়, পার্থ পৰাজয়, অহকুল, টেটোন তামুলী, কুকুৰী কণাৰ আঠমঙলা, থানু বাপু, গাওঁবুঢ়া, ডাঃ শিৱ ৰাম ( স্বৰচিত ), মেঘনাদ বধ, জয়মতী, বদন বৰফুকন, নৰকাসুৰ, চন্দ্ৰকান্ত সিংহ, বিদ্যাৱতী, কর্ণার্জ্জুন, শ্রীৰামচন্দ্ৰ লাচিত বৰফুকন, পৰশুৰামৰ মাতৃহত্যা, গুলেনাৰ, চম্পাৱতী, কুৰুক্ষেত্ৰত শ্রীকৃষ্ণ, কুৰুক্ষেত্ৰ, চক্ৰধ্বজ সিংহ, সাবিত্ৰী সত্যবান, হিন্দুবীৰ, মৰাণ জীয়ৰী, কাৰেঙৰ লিগিৰি, উদয়াদিত্য, কাশ্মীৰ কুমাৰী, চন্দ্ৰগুপ্ত, বামুণী কোঁৱৰ, অভিমন্যু বধ, মেৱাৰ পতন, কনৌজ কুঁৱৰী, নন্দ দুলাল. ৰুক্মিণী হৰণ, ললিতাদিত্য, সতীৰ তেজ নীলাম্বৰ আদি নাটকৰ অভিনয় কৰিছিল। এই নাটকসমূহত অংশ গ্রহণ কৰা অভিনেতা সকল আছিল ৺দোলন বৰা, ৺ঈশেশ্বৰ গোঁহাই, ৺বিপিন বৰদলৈ, ৺গোলাপ বৰা, ৺লক্ষীপ্রসাদ বৰুৱা, ৺নলিনী কান্ত বৰুৱা, ৺টঙ্কেশ্বৰ হাজৰিকা, দীনবন্ধু শইকীয়া, ৺ফনীধৰ হাজৰীকা, ৺সোমকান্ত হাজৰিকা, ৺পূর্ণ বৰুৱা, ৺বীৰেণ শর্মা, ৺পীতাম্বাৰ ভূঞা, ৺ঈশেশ্বৰ শর্মা, ৺দেহীৰাম শইকীয়া, ৺যোগেশ খাওণ্ড, ৺গগন খাওণ্ড, ৺গোপাল খাওণ্ড, ৺গকুল খাওণ্ড, ৺নবিন খাওণ্ড, ৺নবিন বৰুৱা, ৺উমা খাওণ্ড, ৺থুলেশ্বৰ বৰকাকতী, ৺লীলাধৰ শর্মা, ৺দুর্গেশ্বৰ শর্মা, ৺ৰজনী গোঁহাই, আৰু সর্ব্বশ্ৰী মানিক খাওণ্ড, পুষ্প খাওণ্ড, গোলাপ বৰুৱা, হৰেণ শর্মা, সর্ব্বেশ্বৰ পঞ্চানন নবিন গোস্বামী, পদুম শর্মা, সত্য বৰঠাকুৰ, কনক গোহাঁই, বাবুলাল গোহাঁই, প্রতাপ খাওণ্ড, বীৰেণ খাওণ্ড, গিৰিশ খাওণ্ড, সতীশ খাওণ্ড, অতুল খাওণ্ড, জীতেন খাওণ্ড, কীৰ্ত্তি শর্মা, পূর্ণ হাজৰিকা, গকুল বৰা আদি লোক সকল।

মঞ্চৰ শ্রেষ্ঠ অভিনেতা হৈছে ৺বিপিন বৰদলৈ, ৺গোলাপ বৰা আৰু সর্ব্বশ্ৰী মানিক চন্দ্ৰ খাওণ্ড আৰু গনেশ খাওণ্ড। শ্রেষ্ঠ নাটক নীলাম্বৰ, সতীৰ তেজ. চন্দ্ৰকান্ত সিংহ, বদন বৰফুকন আৰু মৰাণ জীয়ৰী। নীলাম্বৰত শচীপাত্ৰ আৰু মৰাণ জীয়ৰীত ভৈৰৱ ৰূপী শ্রীমানিক খওণ্ড, সতীৰ তেজত

শিৱ আৰু বদন বৰফুকনত পূৰ্ণানন্দ ৰূপী শ্ৰীগনেশ খাওণ্ড আৰু চন্দ্ৰকান্ত সিংহত মিঙ্গি মাহাৰূপী ৺গোলাপ বৰা (শাকমুঠিৰ) অভিনয় স্মৰণীয় হৈ থাকিব। কৌতুক চৰিত্ৰ ৰূপায়ণত ৺ফনিধৰ হাজৰিকা, ৺দেহীৰাম শইকীয়া আৰু সৰ্ব্বশ্ৰী হৰেণ শৰ্মা আৰু প্ৰতাপ খাওণ্ডৰ নাম বিশেষভাবে উল্লেখযোগ্য। *

**হাতবৰ অৰুণ সেৱা সমিতি :—**

এই সমিতিখন কলীয়াবৰৰে এক উল্লেখযোগ্য সাংস্কৃতিক অনুষ্ঠান আছিল। অনুষ্ঠানটিৰ জন্ম হৈছিল ১৯৩৭ চনত। কথা শিল্পী মহিম বৰা এই অনুষ্ঠানৰে দান বুলি কব পাৰি। তেখেতৰ সাহিত্য সাধনাৰ বীজ ইয়াতেই বপন হৈছিল। অনুষ্ঠানটিয়ে ১৯৩৯ চনত শ্ৰীশঙ্কৰদেৱ আৰু বিয়াল্লিছৰ গণবিপ্লবৰ মাজতে জয়তু বাপুজী নামে দুখন গ্ৰন্থ প্ৰকাশ কৰে। উল্লেখযোগ্য যে অৰুণ সেৱা সমিতিৰ প্ৰতিজন সদস্যই গণবিপ্লৱত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। সমিতিৰ কনকলতা নামে এটি পুথিভঁৰালো আছিল। সাহিত্য চৰ্চ্চাৰ উপৰিও নাট্যকলা চৰ্চ্চাৰো স্বাক্ষৰ সমিতিখনে বহন কৰিছে।

সমিতিখনৰ স্মৰণীয় বৰঙণি কলীয়াবৰ ছোৱালী হাইস্কুল। যি কেইজন ব্যক্তিয়ে কলীয়াবৰত স্ত্ৰীশিক্ষাৰ চিন্তা কৰিছিল সেই কেইজন ব্যক্তি আছিল সৰ্ব্বশ্ৰীমহিম বৰা, ভাবি বৰা আৰু দেবেন গগৈ। এখেতসকলক সহাৰি দিওঁতা আছিল ৺দীনবন্ধু শইকীয়া, ৺ফনিধৰ হাজৰিকা, ৺ঠগি গায়ন, ৺থুলেশ্বৰ মহন্ত, সৰ্ব্বশ্ৰী যোগেন শইকীয়া, লোকনাথ গোঁহাই, সূৰ্য্য নেওগ, নৰেণ বৰা. বস্তু গায়ন, নাৰায়ণ মুক্তিয়াৰ, পদুম গায়ন, পানীৰাম ৰাজবংশী, মনি শইকীয়া, বিদ্যাকান্ত হাজৰিকা, চন্দ্ৰকমল বৰা আদি ব্যক্তিসকল। ১৯৪৫ চনত হাতবৰত হোৱা বিহু উৎসৱতে হাতবৰত ছোৱালী এম, ই স্কুল পতাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। এই স্কুলত হাতবৰ ৰামতামুলী চুকৰ ৺ভোগেশ্বৰ বৰাই প্ৰথমতে বিনা দৰমহাই শিক্ষকতা কৰে। শ্ৰীতৰাৱতী শইকীয়া ইয়াৰ

---

* শ্ৰীগিৰিশ খাওণ্ডৰ সহায়ত।

প্ৰথম শিক্ষয়িত্ৰী আছিল। এই স্কুলত প্ৰথমে পঢ়িবলৈ অহা ছাত্ৰীসকলে সমাজৰ বিদ্ৰুপ সহ্য কৰিবলগীয়া হৈছিল। আজি সেই বিদ্ৰুপ কিন্তু প্ৰশংসালৈ ৰূপান্তৰিত। এইয়া সময়ৰ শিকনি। সেই এম, ই স্কুল আজি হাইস্কুল।

অৰুণ সেৱা সমিতিৰ অনুপ্ৰেৰণাতে হাতবৰ কেন্দ্ৰীয় নাট্যসমাজৰো জন্ম। এই কথা অৱশ্যে কৈ অহা হৈছে। মুঠতে এই সমিতিখন আমাৰ আদৰ্শস্থানীয়।

---

# ষষ্ঠ অধ্যায়

## সাহিত্য কলা চৰ্চ্চা

## সাহিত্য চৰ্চ্চা

সাহিত্য কলাৰ ক্ষেত্ৰত যে কলীয়াবৰৰ এখন সুকীয়া আসন আছে সেই কথা অসমৰ সকলোৱে স্বীকাৰ কৰে। সাহিত্য চৰ্চ্চাৰ ক্ষেত্ৰত আমাৰ সত্ৰাধিকাৰ সকলে তেখেতসকলৰ নাট্য সম্ভাৰেৰে নিজ প্ৰতিভা ডাঙি ধৰিবলৈ সমৰ্থ হৈছে। মহাভাৰত ৰামায়ণ আৰু বিভিন্ন পুৰাণক আশ্ৰয় কৰি নাটক ৰচনা কৰি তেখেতসকলে সত্ৰীয়া ঐতিহ্য ৰক্ষা কৰিছে। এই নাটক সমূহৰ প্ৰায় ভাগেই সংৰক্ষণৰ হেলাতেই হওক বা আমাৰ চৰ্চ্চাৰ অভাৱতেই হওক লুপ্ত হ'ব ধৰিছে। বহু নাটক উঁইয়ে খাই শেষ কৰিছে আৰু বহুত জপাতে নষ্ট হৈছে। কোনো জীয়া জাতিয়ে এনে সম্পদ সমূহ ধ্বংস হবলৈ নিদিয়ে। অসম সত্ৰ সংঘ বা অসম সাহিত্য সভাই এই বিষয়ত দৃষ্টিপাত কৰা আৱশ্যক। সত্ৰৰ বুৰঞ্জীত ইতিমধ্যে নাটক সমূহ ৰচকৰ নামৰ সৈতে উল্লেখ কৰা হৈছে যিবিলাক অন্ততঃ সাহিত্য চৰ্চ্চাৰ এটি ডাঙৰ আদৰ্শ ডাঙি ধৰাত সহায় কৰিছে। নাটক বিলাকৰ সকলো অঙ্গতে নাট্যকাৰসকলে যি পাণ্ডিত্য আৰু কলাস্নুলভ মনৰ পৰিচয় দিছে সেই কথা সেই নাটক সমূহ মুকলিয়ালেই বুজি পোৱা যায়। সম্ভৱ এনে নাট্য ৰচনাত মুগ্ধ হৈ এবাৰ এটা প্ৰবন্ধত ডঃ নেওগদেৱে শঙ্কৰোত্তৰ নাট সমূহ প্ৰকাশ আৰু প্ৰচাৰ কৰাৰ ওপৰত গুৰুত্ব দিছিল। ডঃ নেওগৰ এই আহ্বান বাস্তৱিকতে প্ৰশংসনীয়।

কলীয়াবৰত শঙ্কৰোত্তৰ নাটকৰ সংখ্যা প্ৰায় দুশৰো অধিক হ'ব আৰু

সেই নাটক সমূহে কলীয়াবৰীয়া ভাওনা শিল্পত কম অৰিহনা যোগোৱা নাই। লগতে আমি এইটো কথাও উনুকীয়াই থওঁ যে আজি কিছুদিনৰ পৰা এই নাটকবিলাকৰ ছন্দ পতন হ'ব ধৰিছে। গুৰুজনাৰ অঙ্কীয়া নাটকৰ যি লক্ষণ তাৰ ওপৰত গুৰুত্ব নিদি বিকলাঙ্গ কৰিবলৈ চেষ্টা কৰা হৈছে। বিশেষকৈ বচন-কথাত বেচি পদ-পয়াৰৰ ব্যৱহাৰ কৰি শঙ্কৰদেৱৰ আৰ্হিৰ ওপৰত আঘাট কৰা হৈছে।

সি যি কি নহওক কলীয়াবৰতে জন্ম হৈছিল বাইবেলৰ প্ৰথম অসমীয়া অনুবাদক আত্মাৰাম শৰ্মা। *

গতিকে এইখন ঠায়েই সাহিত্যৰ ক্ষেত্ৰত পিচপৰা নহয় সেই কথা সহজে অনুমেয়। এদিন এই ডোখৰত সাহিত্য চৰ্চ্চাৰ ঢৌ উঠিছিল। ১৯২৬ চনত কলীয়াবৰীয়া সাহিত্যিক সকলে 'অসমা' নামে এখন আলোচনীত সাহিত্য সেৱাৰ পৰিচয় ডাঙি ধৰিছিল। উল্লেখযোগ্য যে এই আলোচনীত ৰাশিফল, কৃষিতত্ত্ব, নিত্য নৈমিত্তিক কৰ্ম, আহাৰ, জ্যোতিষতত্ত্বৰ বিষয়েও আলোচনাৰ ঠাই পাইছিল। এই আলোচনী খনত ৺গিৰিকান্ত শৰ্মা বৰদলৈ, ৺বিষ্ণুৰাম বৰা, ৺যোগেশ্বৰ বৰা, ৺ৰাপাৰাম হাজৰিকা, ৺ৰঘুনাথ গোস্বামী সৰ্ব্বশ্ৰী বিদ্যাকান্ত হাজৰিকা, লক্ষেশ্বৰ হাজৰিকা, বসুদেৱ মহন্ত, পূৰ্ণানন্দ গগৈ আদি লেখকসকলে লিখিছিল। ইয়াৰ সম্পাদক আছিল শ্ৰীঅভিৰাম ভূঞা। ইয়াৰ পিচতে এই ভূঞাদেৱেই "পোষ্কৰ আগষ্ট" নামে এখন আলোচনী উলিয়াইছিল। এই কথা অনস্বীকাৰ্য্যযে ৺যোগেশ্বৰ বৰা আৰু ৺ৰাপাৰাম

---

* আত্মাৰামৰ জন্মস্থান সম্পৰ্কে বহুজনে বহু ধৰণেৰে সিদ্ধান্ত দিব খোজে। এই কথা সত্য যে তেখেতৰ জন্মস্থান পুৰথৰীয়া মৌজাৰ কীৰ্ত্তনীয়া ভাগৱতী টোলত। আত্মাৰামৰ উপৰিপুৰুষ কনৌজৰ— গোত্ৰ কৃষ্ণাত্ৰি। ৰজা শিৱসিংহই ইয়াৰ চিত্ৰশঙ্কৰ দেৱালয়ৰ পূজা-সেৱা চলাবলৈ কীৰ্ত্তনীয়া ভাগৱতীক আনিছিল। সমস্ত ভাগৱতখন মুখত আছিল বাবে ৰজাই এই নাম দিছিল।

ছাত্ৰীকাদেৰে শিক্ষকতা কৰাৰ উপৰিও সাহিত্য চৰ্চা কৰি জাতীয় সাহিত্যৰ মন্দিৰলৈ ক্ষুদ্ৰ হলেও এক অৱদান আগবঢ়াইছে। ৺যোগেশ্বৰ বৰাদেৱে পোন্ধৰখন সৰু ডাঙৰ কিতাপ ৰচনা কৰি গৈছে। এইবিলাক কিতাপ সাহিত্য, ধৰ্ম আৰু বুৰঞ্জীমূলক কথাৰে সমৃদ্ধ। এখেতৰ শিলঘাট বুৰঞ্জীখনত গভীৰ অধ্যয়নৰ চানেকি নাথাকিলেও সেইখনে কলীয়াবৰীয়াক অন্ততঃ বুৰঞ্জী প্ৰসিদ্ধ ঠাইখনৰ লগত কিছু চিনাকি কৰি দিবলৈ চেষ্টা কৰিছে। নামৰ বাস্তৱতা, আত্মজাগৰণ, সিপাৰৰ চিঠি, ধৰ্ম বিবাহ আৰু সপোনত বৈকুণ্ঠবাসী দৰ্শনত লিখকৰ গভীৰ আত্মজিজ্ঞাসাৰ ভাব পৰিস্ফুট হৈ উঠিছে। এখেতৰ অভিনৱ আৰু বৈপ্লবিক চিন্তাধাৰা "কাৰ নিৰ্ণয়ত" প্ৰকাশ পাইছে। তেখেত এজন ভাল হোমিওপেথিক চিকিৎসক আছিল আৰু তেখেতে হোমিও চিকিৎসাৰ গ্ৰন্থ সৰল ভাষাত পদ্যাকাৰে লিখি চিকিৎসা শাস্ত্ৰলৈয়ো বৰঙণি যোগাই গৈছে।

অন্য এজন কৃতি সাহিত্যিক ৺বাপাৰাম হাজৰিকাদেৱেও তীৰ্থ-মঞ্জৰী (কবিতা), কৃষক বান্ধৱ, আমি অমৰ, ছাত্ৰ-ধ্ৰুৱ, ছাত্ৰ বন্ধু, যুগনায়ক, সত্য সন্ধান (১ম ভাগ), ধৰ্ম-পদ আৰু স্মৃতি মন্দিৰ লিখি অসমীয়া সাহিত্যৰ বেদীত অৰিহনা যোগাই গৈছে।

এই দুজনা কবি সাহিত্যকৰ পিচত আমাৰ মনত ভাহি উঠিছেহি এখন হাঁহিভৰা মুখে, যি খন মুখৰ অধিকাৰী আছিল ৺হলধৰ কাকতি ববাদেৱ। এই কাকতি ৰবাৰ বিষয়ে তত্ত্ব ভূষণ ৰাজমোহন নাথ, হেমবৰুৱা, ডিম্বেশ্বৰ নেওগ, বেণুধৰ শৰ্মা, সূৰ্য্যকুমাৰ ভূঞা আদি অসমীয়া সাহিত্যৰ গুৰিয়াল সকলে উচ্চবাক্যে প্ৰশংসা কৰি গৈছে। তেখেতে একুৰি সোতৰখন সৰু সৰু গ্ৰন্থ অসমীয়া ভাষা-সাহিত্যৰ বেদীলৈ উচৰ্গি গৈছে। ইয়াৰ ভিতৰত সৰল অসমীয়া বিবাহ বিধি গান্ধীপৰ্ব্ব, স্যমন্ত হৰণ নাটক (ব্ৰজাৱলী নাটক), ভেদেলী ভঁৰাল (শ্মশানৰ হাঁহি), ভাৰত গুণমালা, সতী কাহিনী (ব্ৰজাৱলী নাটক), গান্ধী জয়ন্তী, চ'তাই বহাগীৰ বিয়া বা বহাগীবাই, চ'তাই' বহাগীৰ বিসাই, কৰ্মফল, ভমলা ভকতি, ওকোটা-খোকোটা, ভেচভেচিয়া (সাধু) গদাপৰ্ব আৰু ভাতৃবিয়োগ (ব্ৰজাৱলী

নাটক ), টেঙাপানী ( কবিতা ) আদি গ্ৰন্থ অসমীয়া সাহিত্যলৈ একো একোটি আপুৰুগীয়া দান। এই গ্ৰন্থ সমূহৰ ভিতৰত ব্ৰজাৱলী নাটক কেইখন মহাপুৰুষৰ আদৰ্শত ৰচিত আৰু অন্যগ্ৰন্থ কেইখন গান্ধীৰ আদৰ্শৰ ওপৰত প্ৰতিষ্ঠাপিত। হেমবৰুৱাৰ ভাষাত "...... ...বৰাদেৱৰ ভেলেপি ভঁৰালৰ......পাতে পাতে হাঁহি বিৰিঙি আছে আৰু সেই হাঁহিৰ তলিত আছে বৰাদেৱৰ চিন্তাৰ উঁহ।" ডিম্বেশ্বৰ নেওগ দেৱৰ ভাষাত— "কাকতি বৰাদেৱ কবি প্ৰবৰো।" বেণুধৰ শৰ্মাদেৱে কাকতি বৰাৰ কিতাপ সমূহ হাঁহিৰ থুমুপাক বুলি কৈছে। তেখেতে কৈছে— "হাঁহি তোলা কিতাপ সকলোৱে আতোল-তোল কৰি হাতত তুলি লয়। শ্ৰীহলধৰে অসমীয়া ভাষা সাহিত্য আৰু সমাজ এনেভাৱে কৰ্ষণ কৰিছে যে তাত উৎপন্ন হোৱা পৰ্য্যবেক্ষনৰ ফলে তুলসীৰ তললৈ নিয়া জাতি এটাৰ মুখত মকৰধ্বজৰ দৰে সঞ্জীৱনী অমৃত ঢালিব।"

এইজনা কাকতি বৰাৰ জন্ম বুৰঞ্জীপ্ৰসিদ্ধ কলীয়াবৰৰ বিখ্যাত কাকতি বৰা বংশত যিটো বংশৰ আদি পুৰুষসকল "শয়েক ভূঞা"। তেখেতৰ ঘৰৰ ওচৰতে অৱস্থিত সেই বিখ্যাত গেলাপুখুৰীটি। এই গেলাপুখুৰীৰ গেলা পৰিবেশে কাকতিবৰাৰ মন কিন্তু গেলাব নোৱাৰিলে। এই পৰিবেশত থাকি তেখেতে চাবলৈ শিকিলে আমাৰ সমাজখনও অবিচাৰ অনীতিৰে গেলি পচি উৰুলি যোৱা কপটিহে। অধঃপতিত সমাজখন সমালোচনাৰ বাক্যবানেৰে সংস্কাৰ কৰিবলৈ কাকতি বৰা যেন দৃঢ়প্ৰতিজ্ঞ হৈছিল আৰু তাৰ ফলতেই সম্ভৱ তেখেতৰ কলাস্থলত প্ৰাণ জাগৰিত হৈছিল যাৰ ফলত জন্ম হ'ল কবিতাৰ, নাটকৰ আৰু সাধুকথা কুকিৰ। কাকতি বৰাই প্ৰমান কৰি দিলে যে গাঁৱলীয়া চহায়ো সাহিত্য ৰচনাৰে জাতিৰ সেৱা কৰিব পাৰে। কাকতি বৰা হাড়ে-হিমজুয়ে গান্ধীভক্ত অসমীয়া। এই গান্ধী ভক্ত অসমীয়া জনক ৰাজমোহন নাথদেৱে আখ্যা দিলে "চাৰণ কবি" বুলি।

কলীয়াবৰৰে কৃতি সাহিত্যক সমালোচক ৺মানিক চন্দ্ৰ হাজৰিকাদেৱ, এই ঠাইৰে জীয়ৰী নীলিমা দত্ত আৰু এই ঠাইতে জন্ম মহিম বৰা আৰু

তিলক হাজৰিকাৰ। এই সকল কৃতি সাহিত্যিকৰ উপৰিও ৺নাৰায়ন চন্দ্ৰ মহন্ত, বিদ্যাকান্ত হাজৰিকা, হৰেশ্বৰ গোস্বামী, হংসধৰ হাজৰিকা, কুসুম বৰা, গকুলেশ্বৰ গোস্বামী, ডঃ জিতেন খাওণ্ড, উপেন বৰকটকী, যোগেন ভূঞা, যতীন, বুঢ়াগোঁহাই, গোলাপ বৰা আদি সাহিত্যিক সকলে অসমীয়া সাহিত্যলৈ অবিহণা যোগাইছে। সুলিখিকা স্বৰ্ণ মহন্ত ( গোস্বামী ) কলীয়াবৰৰে বোৱাৰী। কবি দেৱকান্ত বৰুৱা, নৱকান্ত বৰুৱা, জয়ন্তী আলোচনীৰ প্ৰতিষ্ঠাতা কেশৱ বৰুৱা, বৰ্ত্তমান, অজন্তা আলোচনীৰ সম্পাদিকা উমা বৰুৱা, সুসাহিত্যিক ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা, শ্ৰীতীৰ্থ নাথ শৰ্মা আৰু গীতিকাৰ কেশৱ মহন্তৰ পূৰ্ব্ব পুৰুষৰ ভেঁটি এই কলীয়াবৰেই। আকৌ শ্বহীদ নৰেণ মহন্তৰ কবিতা কলীয়াবৰ কাব্য সাহিত্য চৰ্চাৰ সুন্দৰ নিদৰ্শন হৈ থাকিব।

## ॥ শঙ্কৰী কলাকৃষ্টিৰ সেৱক ॥

শঙ্কৰী কলাকৃষ্টিৰ চৰ্চ্চাত কলীয়াবৰে যে এখন অতুলনীয় অথচ বৈশিষ্ট্যপূৰ্ণ স্থান অধিকাৰ কৰিছে সেই কথা এই ঠাইৰ শ শ শঙ্কৰী কলাকৃষ্টি প্ৰাণ ব্যক্তিযে প্ৰমাণ কৰিলে। যি কেইজন ব্যক্তিয়ে তেখেত সকলৰ ধ্যান ধাৰণাৰে শঙ্কৰী কলাকৃষ্টিৰ সেৱাত মনোনিবেশ কৰিলে তাৰ দ্বাৰা তেওঁলোক আমাৰ আদৰ্শ আৰু গৌৰৱৰ পাত্ৰ। যি কেইজনা শিল্পীক লৈ আমি আমাৰ আলোচনা আৰম্ভ কৰিম তাৰ ভিতৰত প্ৰথম স্মৰণীয় ব্যক্তিজন হ'ল ৺মহেশ চন্দ্ৰ গোস্বামী। অসমৰ সত্ৰীয়া গীত মাতৰ এটি আধাৰ স্বৰূপ ৺গোস্বামীদেৱ। তেখেত অসমৰ শঙ্কৰী কলা-কৃষ্টিৰ জগতখনৰ এটি জ্যোতি আছিল। কিন্তু এই প্ৰতিভাৰ আকৰ হৈয়ো গোস্বামীদেৱে আমাৰ পৰা লুকাই লুকাই থাকি থাকিয়েই কলা সাধনা কৰি বিদায় ললে। তেখেতে সমাজত যিটো সন্মান পাব লাগিছিল তাৰ পৰা বঞ্চিত হ'ল। মৃত্যুৰ পিচত মৰা হাড়কেইদালৰ ওপৰত মৰম চতিওৱা আমাৰ জাতিৰ এটা কলঙ্কিত দস্তুৰ।

গোস্বামীদেৱৰ জন্ম পুৱথৰীয়াৰ খুন্দামৰা সত্ৰত। সৰুৰে পৰা সত্ৰীয়া

কলা-কৃষ্টিৰ প্ৰতি আকৃষ্ট হৈছিল গোস্বামীদেৱ আৰু তাক একানপতীয়াকৈ আহৰণ কৰাৰ চেষ্টা কৰিছিল। তেখেত আছিল প্ৰাইমেৰী স্কুলৰ শিক্ষক। এই শিক্ষকতাৰ লগে লগে শঙ্কৰী-কলাকৃষ্টিৰ চৰ্চ্চাত মন প্ৰাণ ঢালি দিছিল। গোস্বামীদেৱৰ প্ৰতিভাৰ স্বাক্ষৰ নগাওঁ তথা অসমৰ বিভিন্ন অঞ্চলত পৰি আছে। নগাৱঁৰ পশ্চিম অঞ্চলত তেখেত ৰাসৰ গোঁসাই নামেৰেহে পৰিচিত। কেলিগোপাল নাটখনৰ পৰিচালনাত তেখেত আছিল অদ্বিতীয়। গুৰুজনাৰ অঙ্কীয়া নাটৰ উপৰিও মহাভাৰত আৰু ৰামায়ণৰ বহু নাটক তেখেতৰ কণ্ঠস্থ। এইয়া সাধাৰণ কথা নহয়। তেখেতৰ এটা বিশেষ গুণ আছিল তেখেতে ছয়ত্ৰিশটা ৰাগ আৰু ছয়ত্ৰিশটা ৰাগিণী সলসলিয়াকৈ দিব পাৰিছিল। আকৌ একেটা গীততে কেইবাটাও তাল আৰু কেইবাটাও ৰাগ সানমিহলি কৰি গাব পৰা ক্ষমতাও আছিল। তেখেতৰ এই শিক্ষাৰ গুৰু আছিল গণেশ চন্দ্ৰ অধিকাৰ।

চিলং শ্ৰীমন্ত শঙ্কৰদেৱ নাটাসমাজৰ লগত গোস্বামীদেৱৰ নিবিড় সম্বন্ধ আছিল। এই সমাজে চিলঙত শঙ্কৰী কলাকৃষ্টি বিকাশৰ বাবে চিন্তা কৰি গীত-বাদ্য-নৃত্যাদিৰ শিক্ষা দিবৰ কাৰণে গোস্বামীদেৱক আমন্ত্ৰণ কৰি নিছিল আৰু তাত ১৯৬০ ৰ পৰা ১৯৬৩ চনলৈকে প্ৰতিবছৰে কেইবা মাহ ধৰি শিল্পীসকলক গানিকা, বৰগীত, অঙ্কীয়া ভাওনাৰ গীত আৰু গীতৰ নানান তাল আদিৰ শিক্ষা দিছিল। গোস্বামীদেৱৰ সেই বৰঙণি কিমান মূল্যৰ সেই কথা নিৰূপন কৰা টান।

দ্বিতীয় গৰাকী শঙ্কৰী কলাকৃষ্টি প্ৰাণ ব্যক্তি হ'ল শঙ্কৰী কলাকৃষ্টিৰ ওজা শ্ৰীগিৰিকান্ত মহন্তদেৱ এখেতৰ জন্ম কলঙৰ পাৰৰ এখন সত্ৰত যাৰ নাম শ্ৰৱণী সত্ৰ। পিতৃ ৺ দেউকন মহন্ত প্ৰাথমিক বিদ্যালয়ৰ এজন কৃতি শিক্ষক। শিক্ষকতা কৰাৰ উপৰিও শঙ্কৰী কলাকৃষ্টিত এজন নিপুন ব্যক্তি হৈ উঠিছিল। উপযুক্ত পিতৃৰ উপযুক্ত সন্তান মহন্তদেৱো শঙ্কৰী কলাকৃষ্টিত নিপুন হৈ অসম তথা ভাৰতবৰ্ষতে প্ৰকাশিত হ'ল মহন্তদেৱ শঙ্কৰী কলাকৃষ্টিৰ ওজা বুলি স্বীকৃত হ'ল। সুদূৰ নাগপুৰ, দিল্লী আৰু গুজৰাটত মহন্তদেৱৰ প্ৰতিভাৰ স্বাক্ষৰ বৈ গ'ল। সৌৰাষ্ট্ৰৰ কাকা চাহেব

কালেলকাৰে মহন্তদেৱৰ দ্বাৰা প্ৰদৰ্শিত নৃত্য কলা ভূয়সী প্ৰশংসা কৰিলে।

অসমৰ ৰাইজে মহন্তদেৱক নিশ্চয় মনত ৰাখিছে ১৯৫৩ চনত তিতাবৰত হোৱা সৰ্ব্বভাৰতীয় শিক্ষক সন্মিলন খনত, মনত ৰাখিছে গুৱাহাটীৰ কংগ্ৰেছ মহাসভাত, সদৌ অসম সঙ্গীত সন্মিলনত, সঙ্গীত নাটক একাডেমীত, ৰাষ্ট্ৰীয় সন্মিলনত, গুৱাহাটীৰ প্ৰাচ্য সন্মিলনত আৰু নানা অনুষ্ঠান প্ৰতিষ্ঠানত।

কিছুদিন আগতে মহন্তদেৱক ভাৰত চৰকাৰে সত্ৰীয়া নৃত্য কলাৰ ওপৰত গৱেষণা কৰিবৰ কাৰণে পাচশ টকীয়া বৃত্তি প্ৰদান কৰি প্ৰতিভাৰ স্বীকৃতি দিছে। এখেতে খোল বাদ্যৰ তাল মান আৰু লয় আৰু বৰগীতৰ স্বৰলিপিৰ সম্বন্ধে ডঃ মহেশ্বৰ নেওগৰ অধীনত গৱেষণা কৰিছিল।

শ্ৰীমহন্তদেৱ এজন নাট্যকাৰো। শ্ৰীকৃষ্ণৰ জন্মযাত্ৰা নাটকখন তেখেতৰ নাট্যকীৰ্ত্তি। তেখেতৰ স্বাস্থ্য এতিয়া ভাগি পৰিছে যদিও কলা সাধনাৰ প্ৰাণ ভাগি পৰা নাই।

কলীয়াবৰৰ অন্যজনা কৃতি শঙ্কৰী শিল্পী হ'ল ভলাগুৰি সত্ৰৰ ডেকা অধিকাৰ শ্ৰীজীৱেশ্বৰ গোস্বামীদেৱ। অসমৰ কলামোদী ৰাইজে শ্ৰদ্ধেয় মহন্তদেৱৰ দৰে গোস্বামীদেৱকো নাপাহৰে।

গোস্বামীদেৱে সত্ৰৰ তিথিপৰ্ব্ব আদিত আয়োজন কৰা অঙ্কীয়া নাটকত সৰু সৰু ভাওৰে সাংস্কৃতিক জীৱন এটি আৰম্ভ কৰিছিল। তেখেতৰ এই কাৰ্য্যত পিতৃৰ অনুপ্ৰেৰণা কম নহয়। অঙ্কীয়া নাটকত তেখেতে বালকৃষ্ণ, সৈন্য আৰু প্ৰধান ভাও যেনে সীতা, দ্ৰৌপদী, মন্থৰা, শূৰ্পনখা, ইন্দ্ৰ, ভীষ্ম, বঘাসুৰ, কীচক, হৰিশ্চন্দ্ৰ আদিৰ ভাও লৈছিল।

চিলঙৰ অসম ক্লাবত কীচক বধ আৰু ৰুক্মিনী হৰণ ভাওনা কৰা হৈছিল। গোস্বামীদেৱে কীচক বধত কীচকৰ ভাও লৈছিল। এই সম্বন্ধে মানিক চন্দ্ৰ হাজৰিকাদেৱে "চিলঙত ক্লাব অভিনয়" প্ৰবন্ধত ভালদৰে আলোচনা কৰিছে। চিলঙত গোস্বামীদেৱে বহুকেইখন নাট পৰিচালনা কৰিছিল আৰু তাত বহুকেইজন শিল্পীক শিক্ষা দিছিল।

১৯৩৫ চনত চিলঙৰ লাবানৰ নিজা বাসভৱনত প্ৰথমে কেইজন

মান বন্ধু লগলাগি "প্ৰাচীন কামৰূপী নৃত্য" সংঘ নামে এটি অনুষ্ঠান স্থাপন কৰিছিল। সংঘটিৰ ঘাই উদ্দেশ্য আছিল অসমৰ পুৰণি নৃত্যগীত আদিৰ শিক্ষা আৰু বহুল প্ৰচাৰৰ চেষ্টা কৰা। সংঘটিৰ প্ৰধান পৃষ্ঠপোষক আছিল বিজনীৰ ৰজা শ্ৰীভৈৰবেন্দ্ৰ নাৰায়ন ভূপ বাহাদুৰ আৰু তেখেতৰ সহধৰ্মিনী স্বৰ্গীয়া সবিতা দেবী। কাৰ্য্যকৰী কমিটিৰ সদস্য আছিল সৰ্ব্বশ্ৰী সুৰেশ চন্দ্ৰ গোস্বামী, উপেন্দ্ৰ চন্দ্ৰ ডেকা, প্ৰদীপ চলিহা, লোহিত চন্দ্ৰ কাকতি, ধীৰেন্দ্ৰ নাথ দাস, ৺কৃষ্ণনাথ শৰ্মা, ৺আনন্দ চন্দ্ৰ দত্ত, ৺ইন্দুলাল বৰা, ৺ৰঘুনাথ গোস্বামী আদি ব্যক্তিসকল। স্বৰ্গীয় ৰায়বাহাদুৰ কণক লাল বৰুৱা, গোপীনাথ বৰদলৈ, ৰোহিনী কুমাৰ চৌধুৰী আদি লোকসকল উপদেষ্টা আছিল। সেই সময়ত গোস্বামীদেৱৰ জ্যেষ্ঠপুত্ৰ শ্ৰীমান প্ৰসন্ন গোস্বামী আৰু বৰজীয়ৰী মাখনীয়ে এই সংঘত বালক কৃষ্ণ আৰু ৰাধাৰ নৃত্য কৰি ভূয়সী প্ৰশংসা লাভ কৰিছিল। এই সংঘটিয়ে অসমৰ ভিন ভিন ঠাইত নৃত্য প্ৰদৰ্শন কৰাৰ উপৰিও ভাৰতৰ কেইবাঠাইতো নৃত্য প্ৰদৰ্শন কৰি বিশেষ প্ৰশংসা লাভ কৰিছিল।

গোস্বামীদেৱে চাকৰি কৰি থকা কালচোৱাত চিলঙৰ উপৰিও যোৰহাট, নগাওঁ, ধুবুৰী, গুৱাহাটী আদি ঠাইতো বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ লগত ঘনিষ্ঠ ভাবে জড়িত আছিল। বিহুনাচ, বিহুগীত, ওজাপালি নৃত্য তেখেতে নতুন ৰূপেৰে সজাই পৰাই সকলোৰে হৃদয়গ্ৰাহী কৰি তুলিবলৈ চেষ্টা কৰিছিল।

জয়পুৰত বহা ভাৰতৰ জাতীয় মহাসভালৈ অসমৰ পৰা পঠোৱা সাংস্কৃতিক দলৰ লগতে গোস্বামীদেৱে এটা শিল্পীৰ দল লৈ যোৱাৰ দায়িত্ব বহন কৰিছিল। অকল এইয়ে নহয় অসম চৰকাৰৰ প্ৰচাৰ আৰু সাংস্কৃতিক বিভাগৰ যোগেদি গণতন্ত্ৰ দিৱসত কেইবাবাৰো অসমৰ লোক নৃত্য প্ৰদৰ্শন কৰিবলৈ শিল্পীসকলক নতুন দিল্লীলৈ লৈ যোৱাৰ ভাৰ গোস্বামীদেৱৰ ওপৰতেই পৰিছিল আৰু অসমৰ বিভিন্ন লোক নৃত্য প্ৰদৰ্শন কৰি অসমৰ সন্মান বঢ়াইছিল।

অনাতাৰ কেন্দ্ৰযোগে গোস্বামীদেৱৰ পৰিচালনাত কেলিগোপাল,

সীতাহৰণ অঙ্কীয়া নাট আৰু নাম-গুণ, বোৰা-কীৰ্ত্তন আদি পৰিবেশন হৈছে। অনাতাৰ কেন্দ্ৰত বৰগীত বাচনি কমিটিৰ একাদিক্ৰমেকেইবাবাৰো গোস্বামীদেৱ সদস্য আছিল।

অসম সাহিত্য সভাৰ ডিব্ৰুগড় অধিবেশনৰ সাংস্কৃতিক সম্মিলনৰ সভাপতিৰ আসন গোস্বামীদেৱে শুৱাইছিল আৰু তেখেতৰ পৰিচালনাত বৰপেটা সাহিত্য সভাৰ অধিবেশনত কেলিগোপাল আৰু সীতাহৰণ নৃত্য-নাটিকা প্ৰদৰ্শন কৰা হৈছিল।

কোচবিহাৰৰ মধুপুৰ সত্ৰৰ নিৰ্মাণ আৰু প্ৰতিষ্ঠা উৎসৱৰ সাংস্কৃতিক শাখাৰ সম্পাদকৰ দায়িত্ব গোস্বামীদেৱে পালন কৰিছিল আৰু সেই উৎসৱতো কেলিগোপাল নৃত্য-নাটিকাখনি প্ৰদৰ্শন কৰিছিল।

অন্ধ্ৰ, মধ্যপ্ৰদেশৰ অনন্তপুৰ, জব্বলপুৰ, কাকিনাদা, ভিজিগাপট্টম, ভিলাই, হায়দৰাবাদ আৰু কলিকতা আদি ঠাইত অসম চৰকাৰৰ প্ৰচাৰ আৰু সাংস্কৃতিক বিভাগৰ জৰীয়তে কেলিগোপাল নৃত্য নাটিকাখন সুখ্যাতিৰে প্ৰদৰ্শন কৰিছিল। সৌ সিদিনা থাকো পাতিয়ালাত কেলি-গোপাল আৰু বাণপৰাজয় নৃত্য নাটিকা পৰিবেশন কৰি অসমৰ খ্যাতি আৰ্জিলে। এইজনা গুণী শিল্পীক চৰকাৰে পেঞ্চন দিয়াতো ভাল কাম হৈছে।

কামৰূপ জিলাৰ ক্ষেত্ৰীৰ অন্তৰ্গত তেতেলিয়াত স্থাপিত হোৱা "অসম গান্ধী স্মাৰক নিধি" অনুষ্ঠানৰ কৰ্ম্মীবৃন্দক সত্ৰীয়া নৃত্যগীতৰ আৰু অসমৰ আন আন লোকগীত-নৃত্য আদিৰ শিক্ষা দিবৰ বাবে ১৯৬। চনত গোস্বামী দেৱক কাৰ্য্যকৰী সভাপতি পাতিলে শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীদেৱে। ১৯৬৮ চনলৈকে এই অনুষ্ঠানত হিন্দু মুছলমান নিৰ্ব্বিশেষে সকলো সম্প্ৰদায়ৰ পুৰুষ আৰু মহিলা কৰ্মীবৃন্দক গোস্বামী দেৱে অঙ্কীয়া ভাওনা, সত্ৰীয়া নৃত্য, লোক নৃত্য, বিহু নৃত্য, বৰগীত, লোকগীত আদিৰ শিক্ষা দিছিল। ইয়াত কৰ্ণবধ ভাওনা আৰু কেলিগোপাল নৃত্য নাটিকা প্ৰদৰ্শন কৰিছিল।

টিলঙৰ বিষ্ণুপুৰৰ শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টিকেন্দ্ৰ আৰু লাইটুপুখাৰ শ্ৰীশ্ৰীমাধৱদেৱ মন্দিৰত মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ তিৰোভাৱ

তিথিত আয়োজন কৰা অঙ্কীয়া ভাওনাৰ শিল্পীসকলক শিক্ষা দিয়াৰ উপৰিও নিজে গীত গাই গাণিকাত অংশ গ্ৰহণ কৰি নিজেও তাও ভঙ্গীলৈ গুৰুজনাই দি যোৱা অপূৰ্ব সাংস্কৃতিক প্ৰচাৰ কাৰ্য্যত যিখিনি অৰিহণা গোস্বামীদেৱে আগবঢ়ালে তাৰ তুলনা নাই। তেখেতৰ জীৱনৰ ব্ৰতেই কৃষ্টিকলাৰ চৰ্চা।

অষ্টাদশ বছৰ পঞ্চম সংখ্যা ৰামধেনুত চিলঙৰ ক্লাব অভিনয় প্ৰবন্ধত ৺মানিক হাজৰিকা দেৱে লিখিছে যে শোণিতকুঁৱৰী অভিনয়ত জীৱেশ্বৰ গোস্বামীয়ে চিত্ৰলেখাৰ ভাও লৈছিল। তেওঁৱেই তেজপুৰৰ বাণ ৰঙ্গমঞ্চতো চিত্ৰলেখাৰ ভাও লৈছিল। গোস্বামী সকলোৰে চিনাকি এজন অভিনয় আৰু ভাওনা আদিত ৰাপ থকা বিখ্যাত ভাৱৰীয়া। তেওঁ গীত-মাত আদিও জানে, খোলো বায়। তেখেতে আকৌ লিখিছে— "হৰিশ্চন্দ্ৰ অভিনয়ত বৰদা শৰ্মা বিশ্বামিত্ৰ, শ্ৰীজীৱেশ্বৰ গোস্বামী শৈব্যা আৰু আছামুদ্দিন আহমদৰ বাচালৰ (চাঁণ্ডাল) ভাও বিশেষভাৱে শলাগিবলগীয়া হৈছিল। শ্মশানৰ দৃশ্যত শৈব্যা বেশী জীৱেশ্বৰ গোস্বামীৰ চকুলোৱে হৰিশ্চন্দ্ৰৰূপী ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ বুকু তিয়াই পেলাইছিল।" এনে এজন অভিনয় প্ৰাণ— সংস্কৃতিপ্ৰাণ ব্যক্তিক অসমৰ কলাপ্ৰেমী ৰাইজে সম্বৰ্দ্ধনা জনাই কৃতজ্ঞতা দেখুৱাটো বাস্তৱিকতে গৌৰবৰ কথা।

এনেকৈয়ে পুৰণিগুদামৰ শ্ৰীফটিক ভূঞা, ভলাগুৰিৰ ৺দণ্ডি খাটনিয়াৰ, ৺ভদৰ বায়ন, ৺পদ্ম গোস্বামী, শ্ৰীহৰেণ শৰ্মা, আৰু শ্ৰীদালিৰাম বায়ন; দলগাঁৱৰ ৺গেলু বায়ন, ৺মইনা বায়ন, ৺গোলাপ বৰা, ৺দয়াৰাম বৰা, ৺নৰাম বৰা, আৰু শ্ৰীসন্তৰাম গায়ন; গাঁৰিকুৰিৰ ৺জনাই বৰা, ৺গোপীনাথ বৰা, শ্ৰীলেকাই নেওগ, শ্ৰীৰমাকান্ত বৰা আৰু শ্ৰীনোমল বৰা; আখিৰঙ্গাৰ ৺ভূৰাম বৰা; ৺আত্মা-ৰাম হাজৰিকা আৰু ৺বাপন হাজৰিকা; ভৰালীগাঁৱৰ ৺জাতিৰাম বৰা, ৺নিৰ্মল হাজৰিকা, গোবিন গাওঁবুঢ়া, ৺মইনা সাতোলা, ৺নিৰ্মল বৰা আৰু শ্ৰীচন্দ্ৰ কান্ত বৰা; শাকমুঠিৰ ৺সূতৰাম বৰা, ৺সভাৰাম বৰা, ৺সোণাৰাম বৰা, ৺শুক্ৰেশ্বৰ বৰা, ৺গুনাৰাম বৰা, ৺কলাই বৰা; ৺হলধৰ কাকতি বৰা, ৺বগীৰাম বৰা, ৺লক্ষ্মী হাজৰিকা আৰু শ্ৰীচন্দ্ৰ কান্ত বৰা; বৰিগাঁৱৰ— ৺কদাই শইকীয়া, ৺কাতিৰাম শইকীয়া,

৺হলি গায়ন আৰু শ্ৰীবস্থ গায়ন; দাঁতকটাৰ - ৺মাধিৰাম বৰা. আৰু ৺মহেশ্বৰ বৰা; সোন্দৰৰ ৺ভদৰাম হাজৰিকা আৰু ৺সোনাই হাজৰিকা সৰু ভগীয়াৰ - ৺কনলৰা মুক্তিয়াৰ, ৺বিভূ শইকীয়া আৰু ৺ভদাই মুক্তিয়াৰ; চেলেঙৰ — ৺তুৱাকান্ত মহন্ত আৰু শ্ৰীলেকাই বৰা; পূবথৰীয়া — গুৱাল বৰুৱাচুকৰ — ৺পুনাই বৰুৱা আৰু ৺ মিনাই বৰুৱা, মাধতাৰিৰ — ৺পেলন কাকতি আৰু ৺কিনাৰাম কাকতি; পোৰাভেটিৰ - ৺গণেশ মহন্ত ৺ভোলাই কোচ আৰু শ্ৰীনবিন মহন্ত; পুৰণি সত্ৰৰ— ৺অলো খাটনিয়াৰ আৰু বংশী বায়ন; নাম চতিয়ালৰ— শ্ৰীচেনাৰাম বৰা, ওপৰ চতিয়ালৰ - ৰাম গোপাল বৰা; বৰুৱাচুকৰ— ৺মহেন্দ্ৰ বৰুৱা আৰু কেশৰাম সাতোলা, বৰভগীয়াৰ - ৺ডিম্বেশ্বৰ বৰুৱা ৺লুহিৰাম হাজৰিকা আৰু শ্ৰীতিখৰ বৰুৱা; হালোৱা গাঁৱৰ— সলীয়া গায়ন আৰু ৺মেহাই বায়ন; নামগাঁৱৰ শ্ৰীৰূপৰাম বৰা; তেলীয়াৰ ৺বেণু শইকীয়া, ৺মোলান শইকীয়া, ৺হুচু গাওঁবুঢ়া, ৺নন শইকীয়া, ৺তুৱাৰাম বৰা আৰু ৺নৰাম হাজৰিকা; লাঙ্গিচুকৰ ৺মনিৰাম বৰা আৰু শ্ৰীকিনাৰাম বৰা; বালি-টিকাৰ ৺উত্তম বৰা; উলুৱনিৰ ৺গাহি বৰা আৰু শ্ৰীহেম পাঠক; কুৱৰীটোলৰ ৺বগী বায়ন, ৺ক্ষিতি বৰা আৰু শ্ৰীমিনাই বায়ন; পানীগাঁৱৰ ৺দাসীৰাম ভূঞা, ৺সোনাৰাম ভূঞা আৰু মানিক মেধি; বগাজনৰ ৺বগীৰাম বৰা ৺নাৰায়ন বৰা, ৺দেহীৰাম বৰা ৺মোলান বৰা আৰু শ্ৰীসুনদ শইকীয়া; গোমোথাৰ ৺জালি শইকীয়া আৰু শ্ৰীপুনি ওজা; পাচনিচুকৰ ৺ক্ষীৰ মহন্ত আৰু ৺বোকাই হাতীমতা; বাঘৰ চুকৰ ৺ৰঙ্গাই শইকীয়া; সোণাৰি-গাঁৱৰ গজপুৰীয়া খেলৰ ৺ৰূপ হাজৰিকা, ৺সোম হাজৰিকা, ৺কনক হাজৰিকা আৰু ৺চেনা হাজৰিকা; সোণাৰি মৌজাদাৰীচুকৰ ৺বগী হাজৰিকা, ৺সুমল হাজৰিকা, ৺মধু হাজৰিকা, ৺ভেকোলা হাজৰিকা, আৰু ৺আনন্দ হাজৰিকা; সোণাৰি তেতেলিগুৰিৰ ৺ভিবি হাজৰিকা, ৺যোগ হাজৰিকা, আৰু শ্ৰীশান্তি হাজৰিকা; সোণাৰি নামখেলৰ ৺মোলান হাজৰিকা আৰু ৺দালিম বৰদলৈ; সোণাৰি মাজখেলৰ ৺মধু হাজৰিকা, কামাখ্যাৰ ৺সোম বৰা, ৺শিশু কেওঁট আৰু শ্ৰীযনিধৰ বৰা; সোণাৰি বেজীয়াৰ ৺লেবেলা হাজৰিকা

নিজ চিলাবন্ধাৰ ৺ভঙুৱা সূত্ৰধাৰ, ৺পকামুৰা দাস আৰু ৺লুদো দাস; চামধৰাৰ ৺গোপন হাজৰিকা, ৺বীৰু শইকীয়া আৰু ৺ভুন্দি শৰ্মা; দলালৰ ৺বাপুকন শৰ্মা; বৰভকতিৰ ৺ফনিধৰ হাজৰিকা আৰু ৺ডম্বৰু হাজৰিকা আৰু কুঠৰীৰ শ্ৰীমোলান বায়ন আদি লোকসকলে শঙ্কৰী কলা কৃষ্টিলৈ বহুমূলীয়া অৱদান আগবঢ়াইছে। এইসকল প্ৰত্যেকেই স্বকীয় প্ৰতিভাৰে অলঙ্কৃত। ইয়াৰ ভিতৰতে আকৌ কেইজনমান শিল্পীয়ে আমাৰ দৃষ্টি বিশেষভাৱে আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছে। তেনে দুজনা শিল্পীক প্ৰথমতে সোঁৱৰণ কৰিব লাগিব। ইয়াৰে এজন হৈছে পুৰুথৰীয়াৰ শ্ৰীফটিক ভূঞা আৰু আনজন হৈছে বালিটিকাৰ ৺উত্তম বৰা।

ফটিক ভূঞা বাস্তবিকতে এজনা বিশেষ প্ৰতিভা সম্পন্ন ব্যক্তি। এইজনা শিল্পীয়ে শিক্ষকতা কৰাৰ উপৰিও কাঠৰ কাম, লোহাৰ কাম, ৰাজমিস্ত্ৰী, চিত্ৰাঙ্কন, বেত-বাঁহৰ কাম, চিলাই কাম, কপাহ আৰু এড়ি কটা, কাপোৰ বোৱা, তাঁতবাতি কৰা, ফুলতোলা, খোল বজোৱা, মৃদঙ্গ বজোৱা, ঢোল বজোৱা, তবলা বজোৱা, হাৰমণিয়ম বজোৱা, বাঁহী বজোৱা, গান গোৱা, অঙ্কীয়া নাটৰ গীত গোৱা, সূত্ৰধাৰৰ কাম, নাম প্ৰসঙ্গ, ওজা গোৱা আদি বহু কলা বিদ্যাতে পাৰদৰ্শিতা লাভ কৰাতো বিশেষ ভাৱে উল্লেখ যোগ্য। এনে গুণ সম্পন্ন ব্যক্তি বাস্তবিকতে বিৰল। প্ৰাইমেৰী স্কুলত পঢ়া অৱস্থাৰ পৰা কলা-কৃষ্টিত তেখেতৰ হেঁপাহ। এই হেঁপাহৰ গুৰিতে তেখেতৰ পিতৃ। তেখেতৰ পিতাক এজন ভাল বায়ন। তেখেতে সদায় গধূলি গীতবিলাক গাই থাকোতে মনত ৰাখি যায়। মাজে মাজে কোনটো কি গীত সুধি লৈ জুকিয়াই যায়। কেতিয়াবা পিতাকে গীত গোৱাই শুনি ভুল হলে শুদ্ধৰাই যায়। এনেদৰেই শিল্পীয়ে কলা সাধনাৰ পাতনি মেলে।

অতি কম বয়সৰ পৰাই একতাল, পৰিতাল, জোতি, ৰিষম, চুতকলা, খৰমান আদি গীতৰ লগত বজোৱা বাদ্য আৰু লগতে সূত্ৰ নাচ, কৃষ্ণ নাচ, ঝুমুৰা নাচ আৰু চুতকলা নাচ শিকি লয়।

তেখেত এজন সুদক্ষ চিত্ৰকৰ আৰু তেখেতৰ চিত্ৰ নৈপুণ্যতা

কলীয়াবৰৰ বহু গাঁৱত বৈ আছে। এখেতৰ গাত থকা এটা ডাঙৰ সম্পদ হ'ল মৃদঙ্গৰ জোৰাৰ বাৰখন বাজানা। তেখেতৰ মতে এই বাজানা অসমৰ আন ঠাইত নাই। একেধাৰে বায়ন, গায়ন, ভাৱৰীয়া, চিত্ৰকৰ এইজনা কৃতি শিল্পীৰ আমাৰ জাতিৰে এটি সম্পদ।

দ্বিতীয় গৰাকী ব্যক্তি হ'ল ৺উত্তম বৰা। এখেতৰ অঙ্কীয়া ভাওনালৈ এক বিশেষ বৰঙণি আছে এখেতেই কলীয়াবৰত অসমীয়া ভাওনাত এক নতুন ৰূপ দিয়াত সমৰ্থ হৈছিল বুলি কব পাৰি। তেখেত শিলঘাট টেক্‌নিকেল স্কুলৰ প্ৰধান শিক্ষক হৈ থাকোতেই সেই স্কুলৰ ছাত্ৰৰ দ্বাৰাই ভাওনা কৰাই কলিয়াবৰত এক আলোড়নৰ সৃষ্টি কৰিছিল। সেই সময়ৰ কেইবাজনো ছাত্ৰ আজি অসমীয়া ভাওনাৰ প্ৰথম শ্ৰেণীৰ ভাৱৰীয়া বুলি স্বীকৃত হৈছে। ভাওনাক দৃশ্য সজ্জা আৰু অন্যান্য অভিনয় কলাৰে সৰ্বাঙ্গ সুন্দৰ কৰি দৰ্শকৰ মনোগ্ৰাহী কৰাত তেখেতেই বাট কটীয়া আছিল বুলি কলে বেচি কোৱা নহব। তেখেতে অভিনেতাৰ পদ চালনা, মুদ্ৰা, ৰূপ সজ্জা আৰু পুৰণি হেৰাই যাব খোজা বিলাপ, মধ্যাৱলী, চপয়, ছন্দ, পয়াৰ, আদিৰ সুৰৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। সেইবাবে "টেক্‌নিকেলৰ ভাওনা" বুলিলে আজিও আমাৰ গা ৰোমাঞ্চিত হৈ উঠে।

এই সকলৰ উপৰিও ভোমোৰা গুৰিৰ শ্ৰীশিৱ ৰাম বাৰিচোৱা ভলাগুৰিৰ ৺চতাই কলিতা; ভিঁয়াৰীৰ ৺উমা ভূঞা, পুৰথৰীয়াৰ শ্ৰীকুশল তামুলী, বৰভকতিৰ ৺ভোগৰাম হাজৰিকা, ৺পদ্ম কান্ত মহন্ত আৰু ৺সন্তৰাম শৰ্মা; বৰি গাঁৱৰ ৺কণ শইকীয়া; বৰভগীয়াৰ ৺থহুৰা বৰা, আৰু ৺দীন নাথ বৰুৱা; লাঙ্গিচুকৰ ৺খেলি বৰা; উলুৱনিৰ ৺খৰ্গ হাতীমতা আৰু ৺খৰ্গ বৰা; নাহৰ-চেলেঙৰ ৺কন্দ্ৰ কান্ত মহন্ত আৰু ৺ফণিধৰ বৰা; তেলীয়াৰ ৺আনন্দ কলিতা; বৰালি গাঁৱৰ ৺গোলোক বৰা; দেউৰি চিলাবন্ধাৰ ৺মন্নু কেওঁট আৰু চামধৰাৰ ৺গোপন হাজৰিকা আদি খনিকৰ সকলে শঙ্কৰী কলা কৃষ্টি বিকাশত যিখিনি অৰিহণা আগবঢ়ালে সেই কথা আমি গৌৰৱেৰে সোঁৱৰণ কৰিব লাগিব। আমাৰ এই আলোচনা অসম্পূৰ্ণ হৈ ৰব যদিহে

আমি কেইজনমান অসমীয়া ভাওনাৰ শিল্পীৰ সম্পৰ্কে দুআষাৰ নিলিখোঁ।

কলীয়াবৰে কেইবাজনো অসমীয়া ভাওনাৰ শিল্পীৰ জন্ম দিছে যাৰ ভিতৰত নলতলিৰ সৰ্ব্বশ্ৰী ভোলাই ভূঞা, দেবেন ভূঞা, ভদ্ৰেশ্বৰ বৰা কদ্ৰ হাজৰিকা আৰু ৺বালিৰাম বৰা; তেলীয়াৰ শ্ৰীঈশেশ্বৰ ভূঞা; ভলাগুৰিৰ সৰ্ব্বশ্ৰী হৰেণ শৰ্মা, হৰেশ্বৰ গোস্বামী আৰু জীৱেশ্বৰ গোস্বামী; গোমোঠাৰ ৺জালি শইকীয়া আৰু শ্ৰীপুণি ওজা ; কুঁৱৰীটোল মাধৱগাঁৱৰ শ্ৰীক্ষেম কান্ত শৰ্মা; বকৰাচুকৰ শ্ৰীনগেন বৰুৱা; কেন কেনিয়া ( কুনকুনী বৰা গাওঁ )ৰ শ্ৰীভোগৰাম বৰা ( সৰুলৰা ) আৰু শ্ৰীপদুম শৰ্মা; গাঁৰিকুৰিৰ শ্ৰীনোমল বৰা আৰু শ্ৰীবানেশ্বৰ নেওগ; ভৰালী গাঁৱৰ ৺বালিৰাম হাজৰিকা, ৺ফনিধৰ হাজৰিকা, ৺বলাই বৰা, ৺পূৰ্ণ কান্ত বৰা আৰু ৺চন্দ্ৰ কান্ত বৰা; বৰভকত্তিৰ ৺বিপিন বৰদলৈ আৰু শ্ৰীতিলক ফুকন আৰু সৰুভগীয়াৰ শ্ৰীনিশি মহন্তৰ নাম বিশেষ ভাৱে উল্লেখ যোগ্য। ইতমধ্যে সৰ্ব্বশ্ৰী দেবেন ভূঞা, ঈশেশ্বৰ ভূঞা, ভোগৰাম বৰা, ভদ্ৰেশ্বৰ বৰাৰ বিষয়ে উল্লেখ কৰি অহা হৈছে। বাকী সকলৰ ভিতৰত ৺জালি শইকীয়া, শ্ৰীপুণি ওজা আৰু ৺চন্দ্ৰকান্ত বৰাৰ হাৰিশ্চন্দ্ৰৰ ভাও; ৺বলাই বৰাৰ শৈব্যা, শ্ৰীক্ষেম শৰ্মাৰ প্ৰবীৰ পতনত প্ৰবীৰ, শ্ৰীপদুম শৰ্মাৰ ৰাসৰ কৃষ্ণ আৰু পাশা পৰ্ব্বত অৰ্জ্জুন, কুৰুক্ষেত্ৰত শ্ৰীবানেশ্বৰ নেওগৰ দুঃশাসন আৰু ভীম অশ্বকৰ্ণ জজ্ঘাসুৰ বধত ৺ ফনিধৰ হাজৰিকাৰ জজ্ঘাসুৰ আৰু ৰাসৰ শঙ্খচুৰ, শ্ৰীনিশি মহন্তৰ ৰাসৰ শঙ্খচুৰ, ৺বিপিন বৰদলৈ আৰু শ্ৰীতিলক ফুকনৰ কীচক, শ্ৰীভোলাই ভূঞাৰ বঘাসুৰ, শ্ৰীহৰেণ শৰ্মাৰ হৰিশ্চন্দ্ৰত বিশ্বামিত্ৰ আৰু সীতাহৰণত শ্ৰীজীৱেশ্বৰ গোস্বামীৰ শূৰ্পনখাৰ ভাও কলীয়াবৰীয়াৰ শিল্পীমনত বহুদিন জীয়াই থাকিব। ইয়াৰোপৰি বঘাসুৰৰ ভাৱত শ্ৰীহৰেশ্বৰ গোস্বামী, দুশাসানৰ ভাৱত শ্ৰীতিলক ফুকন, আৰু পাশা পৰ্ব্বত শকুণিৰ ভাৱত ৺বালিৰাম হাজৰিকায়ো সুন্দৰ অভিনয় দক্ষতা প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে। এইখিনি আমাৰ অনুপ্ৰেড়নাৰ বস্তু হৈ ৰব বুলি বিশ্বাস।

এটা বৰ পৰিতাপৰ কথা যে আজি নতুন ডেকাচামে আমাৰ পুৰণি পদ-পয়াৰ, মধ্যাৱলী, মুক্তাৱলী, দীৰ্ঘছন্দ, ছন্দ, চপয় আৰু লেচাৰিৰ

কথা পাহৰি পেলাইছে। এইখিনি মৰি গলে অসমীয়া ভাওনাৰ সৌন্দৰ্য্য ভালেখিনি হ্রাস হব বুলি ধাৰণা। আমাৰ ভাওনা শিল্প এটা মহান শিল্প। এই ভাওনাৰ আবেদন মহৎ কাৰণেই গুৰুজনাই পবিত্র বৈষ্ণৱ ধৰ্ম প্রচাৰ কৰিবলৈ ভাওনাকে শ্রেষ্ঠ সম্বলৰূপে গ্রহণ কৰিছিল। কিন্তু আজি আমাৰ সেই মহান লক্ষ্যৰ পৰা দৃষ্টি আতৰি আহিছে। ভাওনাৰ প্রশিক্ষণ দিবলগা অৱস্থাই বৈষ্ণৱ ধৰ্ম প্রচাৰৰ— অসমীয়া কলা-কৃষ্টি ভাস্কৰ্য্য প্রকাশৰ মূল বাহনটিৰ মৃতপ্রায় অৱস্থাকে সূচাইছে। ইয়াৰ কাৰণে আমাৰ সত্র আৰু নামঘৰবে গৌৰৱ ভালেখিনি ম্লান পৰিছে। আজিৰপৰা ৩০/৪০ বছৰৰ আগলৈকে সত্র আৰু নামঘৰ সমূহত অসমীয়া ভাওনাৰ যি চৰ্চা হৈছিল সেই চৰ্চা আজি নাই। আজি সকলো শেষ হৈ আহিছে। আমাৰ মনত ভাওনা যেন এটা চৰ্চাৰ বিষয়েই নহয়। সত্র-বিলাক এফালৰ পৰা চাবলৈ গলে গৰুড়পক্ষী আৰু সেই পক্ষীৰ পাখি-পখা হৈছে গাঁৱৰ নামঘৰ সমূহ। মূলদেহ দুৰ্বল হোৱাৰ কাৰণে সত্রৰ বাকী অঙ্গ-প্রত্যঙ্গও দুৰ্বল হৈ পৰিছে। আমাৰ সত্রবিলাক মহাপুৰুষে শিক্ষা আৰু জ্ঞান চৰ্চাৰ কেন্দ্র কৰি ৰখাৰ সপোন দেখিছিল। কিন্তু সেই সপোন সপোনতেই ৰ'ল, বাস্তৱত পৰিণত নহল। বহু সত্রৰ ৰক্ষনশীল মনোভাৱৰ বাবে আমাৰ সমাজখন ধ্বংশ হবলগীয়া হৈছে। এটা কথা দুখ লাগে যে ভাৰতবৰ্ষৰ কিছুমান ঠাইত উদাহৰণ স্বৰূপে হাৰিয়ানাত গ্রাম্যনাট্য সমূহৰ পুনৰ জীৱন দিবৰ কাৰণে শিল্পী ওলাই আহিছে কিন্তু অসমৰ কাৰণে সেয়া চিন্তাৰ বাহিৰৰ কথা। আমাৰ প্রথম শ্রেণীৰ গণনাট্য হৈছে ভাওনা। গণনাট্যৰ অবিহনে গণজীৱনৰ মূল্যাঙ্কন হব নোৱাৰে। গতিকে এই মহান নাট্য সম্ভাৰক আজিৰ দুখলগা অৱস্থাৰ পৰা উদ্ধাৰ নকৰিলে অসমীয়া জনজীৱনৰ মুখৰ হাঁহি হেৰাই যাব।

**অসমৰ মঞ্চত কলীয়াবৰ :—**

এইটো সত্য যে কলীয়াবৰীয়াই অসমৰ মঞ্চ জগতলৈ আগবঢ়াবলৈ নাই নটসূৰ্য্য ফণী শৰ্মা, নাই বিষ্ণুৰাভা নাই ব্রজ শৰ্মা, নাই অন্নদা

পদ্মাৱতী আৰু নাই জগত বেজবৰুৱাৰ দৰে সুদক্ষ অভিনেতা। নটসূৰ্য্য, ব্ৰজ শৰ্মা, আৰু জগত বেজবৰুৱাৰ অদ্ভুত অভিনয় প্ৰতিভা কলীয়ৰবীয়া শিল্পীৰ নহলেও শঙ্কৰী কলাকৃষ্টিয়ে গৰকা এই পবিত্ৰ ঠাইখনে ক্ষুদ্ৰ হলেও মঞ্চ জগতলৈযে এক বৈশিষ্টাপূৰ্ণ দান আগবঢ়াইছে সেই বিষয়ে অকনো সন্দেহ নাই। জয়ন্তীত শ্ৰীহৰেণ শৰ্মা আৰু শ্ৰীজীৱেশ্বৰ গোস্বামীৰ আলোচনাৰেই সেই কথা প্ৰমাণ কৰিব খুজিছোঁ।

শ্ৰীহৰেণ শৰ্মাদেৱে নিজৰ সত্ৰখনৰ পৰা আৰম্ভ কৰি ব্ৰজশৰ্মাৰ কহিনুৰ অপেৰা আৰু জয়মতী কথাছবিলৈকে এক নিবিড় সম্বন্ধ ৰক্ষা কৰিছে। শ্ৰীশৰ্মাদেৱ এসময়ত কলীয়াবৰৰ মঞ্চাভিনয় আৰু ভাওনাত এক ডাঙৰ অনুপ্ৰেৰণাৰ স্বৰূপ আছিল। এখেতে কলীয়াবৰীয়া শিল্পী সকলক কম অনুপ্ৰেৰণা যোগোৱা নাই। এইখিনি কথা সোঁৱৰণ নকৰিলে তেখেতৰ প্ৰতি অকৃতজ্ঞতাৰ পৰিচয় দিয়া হ'ব।

এই জনা শিল্পীয়ে শিল্পীজীৱনৰ পাতনি মেলিছিল কৰতিপাৰ ন-সত্ৰৰ সংস্কৃত টোলত। উল্লেখযোগ্য যে এই টোলত প্ৰথম সংস্কৃত নাটকৰ অভিনয় হৈছিল। নাটকো ৰচনা কৰিছিল টোলৰ পণ্ডিত সকলে। সেই সময়ত কলীয়াবৰৰ সোনাই শ্ৰুতিকৰৰ তিনি ভাতৃ অভিনয়ত বৰ পটু আছিল। এই টোলৰ অভিনয়ৰ অনুপ্ৰেৰণা লৈ শৰ্মাদেৱৰ শিল্পীমন নন অভিনয় কলাৰ দিগন্ত বিচাৰি ওলাল। শৰ্মাদেৱে থল পালে পুৰথৰীয়াত য'ত জন্ম হৈছিল যুৱক পাৰ্টিৰ। তাৰ আগতে তেখেতে শিলঘাট নাট্য মঞ্চত অভিনয় কৰে আৰু তাত ৺নিৰঞ্জন বৰা আৰু শ্ৰীমিনাৰাম হাজৰিকাৰ অভিনয় দেখি অভিনয়ৰ প্ৰতি ৰাপ বাঢ়ি গ'ল। সেয়ে এদিন এই অভিনয় তৃষ্ণা পুৰাবলৈ ব্ৰজ শৰ্মাৰ কহিনুৰ অপেৰালৈ যাত্ৰা কৰিছিল। নট সূৰ্য্য ফণি শৰ্মাৰ লগত শৰ্মাদেৱৰ তেতিয়াই প্ৰথম পৰিচয়। ফণি শৰ্মাই তেতিয়া মৰাণ জীয়ৰীত ভৈৰৱৰ, ললিতাদিত্যত জয়াপীৰ, ৰণজিৎ সিংহত ৰণজিৎসিংহ, ভাস্কৰ পণ্ডিতত চিদাম চক্ৰবৰ্ত্তী আৰু কালা পাহাৰত চুলেমান খাঁৰ ভাও লৈছিল শৰ্মাদেৱে তেতিয়া কালা পাহাৰত মুকুণ্ডৰ ভাও লৈছিল। ব্ৰজ শৰ্মাৰ কালা পাহাৰ, মৰানজীয়ৰীত ভৈৰৱ আৰু ললিতাদিত্যৰ

অভিনয়ে শৰ্মাদেৱক বিশেষভাৱে মুগ্ধ কৰিছিল। চন্দ্ৰ চৌধুৰীৰ ফুলমণী আৰু পদ্মিনীৰ অভিনয় অনন্য সুন্দৰ বুলি শৰ্মাদেৱে আজিও কয়। আকৌ ভূপাল সেনক বধ কৰি অহা দৃশ্যত ললিতাদিত্যৰূপী ব্ৰজ শৰ্মা আৰু জয়াপীৰৰূপী ফণি শৰ্মাৰ অভিনয় মনত পৰিলে শৰ্মাদেৱ আপোন পাহৰা হৈ যায়। এই অভিনয় শৰ্মাদেৱৰ চকুত অদ্বিতীয়। কহিনুৰ অপেৰাত শৰ্মাদেৱ তিনি বছৰ আছিল আৰু ফণি শৰ্মাদেৱ আছিল দুবছৰ। ইয়াৰ পাচত এই পাৰ্টি ভাগি "দি আচাম্ ডায়মণ্ড কহিনুৰ পাৰ্টি" গঠন হয়। ইয়ালৈ পৃষ্ঠপোষক বিপিন বৰুৱাই ফণি শৰ্মা আৰু হৰেণ শৰ্মাক লৈ আহে। তেতিয়া হৰেণ শৰ্মাদেৱে ললিতাদিত্যত পিয়াৰীলালৰ ভাও লয়। কিন্তু এই পাৰ্টি আকৌ ভাগি গল। তাৰ পাচত হৰেণ শৰ্মাই তিনিচুকিয়াৰ নাট্যমঞ্চত নৃত্য শিকাইছিল। এই সময়তে জয়মতী কথাছবিৰ কাম আৰম্ভ হৈছিল। ফণি শৰ্মাই হেখেতক তেজপুৰলৈ মাতি পঠালে। জয়মতী কথাছবিত জ্যোতিপ্ৰসাদে জেৰেঙাৰ সতীক বাস্তৱৰূপত প্ৰতিষ্ঠা কৰিবলৈ সঙ্কল্প কৰিলে। জয়মতীৰ বাবে শিল্পী নিৰ্বাচনৰ ভাৰ দিলে মহাদেৱ শৰ্মা, ললিত চৌধুৰী প্ৰমুখ্যে প্ৰসিদ্ধ ব্যক্তিক। পৰীক্ষা কৰাৰ পাচত শৰ্মাদেৱক ভলাগুৰি চাহ বাগিচালৈ পঠালে। তেতিয়া মটৰ গাড়ীৰ ব্যৱস্থা নাছিল। গতিকে খোজ কাঢ়িয়েই তেখেতে যাত্ৰা কৰিছিল। ভলাগুৰিত শোণিতকোঁৱৰ গজেন বৰুৱাৰ লগত হেখেতৰ চিনাকি হ'ল। তেতিয়া তাত দেখা পাইছিল যে একোটা ভাওৰ কাৰণে সাত আঠজন শিল্পীক পৰীক্ষা কৰা হৈছিল। কিন্তু এই নীতিৰ ব্যতিক্ৰম হৈছিল ফণি শৰ্মাৰ ক্ষেত্ৰত। গাঁঠি হাজৰিকাৰ ভাও কেৱল ফণি শৰ্মাৰ বাবে আচুতীয়াকৈ ৰখা হৈছিল। হৰেণ শৰ্মাই ইয়াত লিনাও চোলাং চোৱাৰ ভাও লৈছিল। উল্লেখযোগ্য যে জয়মতী কথাছবিৰ কাৰণে কৰতিপাৰ নসত্ৰ আৰু পুৰণি সত্ৰৰ পৰা দোল শৰাই আৰু মুগাৰ চাপকন শৰ্মাদেৱে লৈ গৈছিল। চমতা নিয়াইছিল বৰভগীয়াৰ শ্ৰীগোলাপ বৰুৱাৰ ঘৰৰ পৰা। শৰ্মাদেৱে জয়মতী কথাছবিৰ লগত নামনি অসমলৈ জ্যোতিৰ আদেশত অৰ্গেনাইজাৰ হৈ গৈছিল। ইয়াৰ পিচত এখেতে ইন্দ্ৰমালতীত

নাৱৰীয়া জগত প্ৰৱেশ কৰিছিল।

ইয়াৰ পিচত শৰ্মাদেৱ কলীয়াবৰলৈ ঘুৰি আহি শিলঘাটত "কনৌজ কুঁৱৰী" নাটকত জয়চাঁদৰ ভাও লৈছিলহি। ইয়াত পৃথ্বিৰাজ আছিল শ্ৰীপদ্মচৰণ হাজৰিকা, সমৰসিংহ আছিল শ্ৰীভুজেন বৰুৱা আৰু মহম্মদ ঘোৰী আছিল ৺বিপিন বৰদলৈ। শ্ৰীগোলাপ বৰুৱা তেজিয়া সংযুক্তা আৰু শ্ৰীকটিক চন্দ্ৰ ভূঞা গিয়াচুদ্দিন। ইয়াৰ পাচতে শৰ্মাদেৱে দৰং জিলাৰ পাভৈ চাহ বাগিচাত উৰীয়া ভাইইঁতৰ মাজত নাট্যাভিনয় আৰম্ভ কৰে। তাৰ পাচত নতুৱাৰ চাৰিআলিত আবিৰ্ভাৱ। তাত প্ৰথম অভিনয় কৰে নগাকোঁৱৰ। তাৰ পাচত গুচি আহিল বাঘমাৰি চাহ বাগিচালৈ। তাত প্ৰথম অভিনয় কৰে মেৱাৰসন্ধ্যা আৰু চন্দ্ৰগুপ্ত আৰু পাচত পাভৈ পাঁচআলিত কৰে সেই চন্দ্ৰগুপ্ত আৰু নৰকাসুৰ। নৰকাসুৰত শৰ্মাদেৱে কৰিছিল নৰকাসুৰৰ আৰু শ্ৰীসৰ্ব্বেশ্বৰ পঞ্চাননদেৱে কৰিছিল দেৱজিতৰ। চন্দ্ৰগুপ্তত শৰ্মাদেৱ আছিল চানক্য। উৰীয়া পাৰ্টিৰ দ্বাৰাই শৰ্মাদেৱে লৱ-কুশ, অগ্নিপৰীক্ষা আৰু শকুনিৰ প্ৰতিশোধ নাটকৰ অভিনয় কৰাইছিল। ইয়াৰ পিচত উনৈশ মাহ জেল খাই আহি জখলাবন্ধা নাট্যমঞ্চত কৰ্ণাৰ্জ্জুন নাটকৰ অভিনয় পাতে। তাৰ পাচত কলীয়াবৰ হাইস্কুলৰ সাহায্যাৰ্থে মৰাণজীয়ৰী নাটক কৰা হৈছিল। ইয়াৰ উপৰিও ললিতাদিত্য নাটক কৰি কল্পৰাবা পুজিলৈ ধন দিয়া হয়। এই কালচোৱাত শকুনিৰ ভাৱত ৺বিপিন বৰদলৈ, কৰ্ণৰ ভাৱত শ্ৰীমানিক খাওণ্ড, ভীমৰ ভাৱত শ্ৰীগনেশ খাওণ্ড অৰ্জ্জুনৰ ভাৱত শ্ৰীপুষ্প খাওণ্ড, দোৰ্যোধনৰ ভাৱত শ্ৰীগগন বৰুৱা, চাণ্ডালৰ ভাৱত ৺ফনিধৰ হাজৰিকা, ললিতাদিত্যৰ ভাৱত শ্ৰীগনেশ খাওণ্ড আৰু জয়াপীৰৰ ভাৱত শ্ৰীসৰ্ব্বেশ্বৰ পঞ্চাননে দৰ্শকৰ ভূয়সী প্ৰশংসা লাভ কৰিছিল।

ইয়াৰ পাচত চিৰাজ কথাছবিৰ কাৰণে শৰ্মাদেৱক ফণি শৰ্মাই মাতি পঠালে। এই চিৰাজৰ পাচত শৰ্মাদেৱ যাত্ৰা কৰে লক্ষ্ণৌলৈ সঙ্গীতৰ শিক্ষা লবলৈ। তাত থাকোতেই ২৬ জানুৱাৰীত নতুন দিল্লীত অসম দলৰ লগত নৃত্য প্ৰদৰ্শন কৰে। "কেলি গোপাল" নৃত্য নাটিকাত শৰ্মা

দেৱ আছিল শখচুৰ। শিল্পী প্ৰাণ চন্দ্ৰফুকনে শ্ৰীযুগল দাসক তাতে কৈছিল— "আৰে যুগল, তই কি বুজিবি চালা; অসমৰ পৰা লিদাৰ্ হৈ আছিছোঁ। আজি হিন্দুস্থানক দেখুৱাই যাব লাগিবৰে।" এই প্ৰাণ আজি কেইজনৰ। আৰু কত কথা। ফণি শৰ্মাই 'চিৰাজ'ত কন্দৰ্পৰ চৰিত্ৰ ৰূপায়ণৰ বাবে হৰেণ শৰ্মাক চন্দ্ৰফুকনৰ ওচৰলৈ পঠাওঁতে চন্দ্ৰ ফুকনে শৰ্মাক এই বুলি কৈছিল— "মই ফণি শৰ্মাৰ স্ক্ৰীপ্ট্ (Script)ত পাৰ্ট নকৰো। মই নিজে, যুগল দাস আৰু সাৰদা বৰদলৈ লগ হৈ পিয়লি ফুকন লিখিছোঁ। তাত মই পিয়লি কৰিম, নাৰায়ণ হ'ব সাৰদা বৰদলৈ আৰু টমৰ ভাও কৰিব যুগল দাসে।" শৰ্মাৰ দৃষ্টিত যুগল দাস বহু প্ৰতিভাশালী ব্যক্তি আৰু চন্দ্ৰফুকন ৰাজকীয় ভাৱৰ সম্ভ্ৰান্ত পুৰুষ।

দেৱকান্ত বৰুৱাই পেট্ৰলিয়ম মন্ত্ৰী হৈ থকাৰ অৱস্থাত পৃথ্বিৰাজ কাপুৰৰ লগত শৰ্মাদেৱক সম্বন্ধ ঘটাই দিয়ে। পৃথ্বিৰাজ কাপুৰে সেই মতে শৰ্মাক লবলৈ সম্মতি প্ৰকাশ কৰিলে কিন্তু শৰ্মাদেৱে কলে যে "অসমীয়া লৰা বম্বেত থাকিলে অসমৰ কি উপকাৰ হ'ব ? নিজৰ ঠাইত যি পাৰো কৰোগৈ" বুলি শৰ্মাদেৱ লক্ষ্ণৌৰ পৰা অসমলৈ ঘূৰি আহে।

লক্ষ্ণৌলৈ যোৱাৰ আগতে শৰ্মাদেৱে হাতবৰত চন্দ্ৰগুপ্ত আৰু কুঁৱৰীটোলত ছত্ৰপতি শিৱাজী নাটকত অভিনয় কৰে। শৰ্মাদেৱে অভিনয় কৰা এখন বিখ্যাত নাটক হ'ল কাৰাগাৰ ( বঙালীৰ পৰা অনুবাদ কৰা ) এই নাটকৰ অভিনয়ে কলীয়াবৰত চাঞ্চল্যৰ সৃষ্টি কৰিছিল বুলি ইয়াৰ আগতে উল্লেখ কৰি আহিছোঁ। এই নাটকত কংসৰ ভাৱত শৰ্মাদেৱ, বিদুষকৰ ভাৱত শ্ৰীনৰেশ্বৰ কবিৰাজ, কঙ্কণৰ ভাৱত ৺বিপিন বৰদলৈ, কঙ্কাৰ ভাৱত শ্ৰীগোলাপ বৰুৱা আৰু বসুদেৱৰ ভাৱত শ্ৰীগগন বৰুৱাই দৰ্শকৰ অশেষ প্ৰশংসা লাভ কৰিছিল।

জ্যোতিপ্ৰসাদৰ কথা সোধোতে তেখেতে কৈছিল যে সংগীত, ৰাজনীতি আৰু অভিনয় এই তিনিটা বস্তুয়েই জ্যোতিৰ জীৱনৰ প্ৰধান ধাৰা। জ্যোতিয়ে সদায় সংগীতত অসমীয়া থলুৱা সুৰৰ সমন্বয়ৰ বাবে চেষ্টা কৰিছিল। অভিনয় কলাৰ প্ৰসঙ্গত জ্যোতিয়ে বোলে সদায় এটা কথা

কৈছিল যে অভিনয়ত বিশেষকৈ মনত ৰাখিবলগীয়া কথা হ'ল প্ৰৱেশ, অৱস্থান আৰু প্ৰস্থান।

লক্ষ্মৌৰ পৰা আহি শৰ্মাদেৱে দৰঙৰ বাৰমাৰি, ভিজিয়া, পাতৈ, মনাবাৰী, শিঙৰী, ওদালগুৰি, ঢেকিয়াজুলি আদি ঠাইত বহুবাৰ মাজত অসমীয়া কলাকৃষ্টি প্ৰচাৰ কৰিছিল। তেখেতে স্থানীয় চিকনি আৰু শাকমুঠি চাহ বাগিচাতো অভিনয় শিক্ষা দিছিল। তেখেতৰ এটা ডাঙৰ অভিযোগ হ'ল এয়ে যে শঙ্কৰী গীত-মাত বুজাৰ আগতে সৰ্ব্বভাৰতীয় সংগীতৰ লগত সম্বন্ধ ৰাখিব লাগিব। এই নাট্যকলাপ্ৰেমী আৰু অসমীয়া সংস্কৃতিপ্ৰাণ ব্যক্তিজনে আজি কিছুদিনৰ আগলৈকে ডিফুৰ জনজাতীয় অঞ্চলত সংগীতৰ শিক্ষা দি আছিল। এইজনা চিৰকুমাৰ ব্যক্তিয়ে সংগীত আৰু নাটকৰ সাধনাকে জীৱনৰ মূল ব্ৰত বুলি ধ'ৰি ললে। এনে প্ৰতিজ্ঞাকে নতুন চাম উদ্বুদ্ধ হ'লেহে জাতিৰ কল্যাণ সধা সম্ভৱ হব।

আনজনা ব্যক্তি শ্ৰীজীৱেশ্বৰ গোস্বামীদেৱে শঙ্কৰী কলাকৃষ্টিৰ উপৰিও মঞ্চতো ৰেখাপাত কৰি গৈছে। গুৱাহাটী কুমাৰ ভাস্কৰ নাট্যমন্দিৰ আৰু তেজপুৰৰ বান ষ্টেজৰ লগত এসময়ত ঘনিষ্ঠ সম্বন্ধ আছিল। এই দুই নাট্যমন্দিৰত তেখেতে বিভিন্ন ভাও লৈছিল। সাধাৰণতে তেখেতৰ ভাগত পৰিছিল স্ত্ৰীচৰিত্ৰ। অৱশ্যে দুই এখন নাটকত পুৰুষ চৰিত্ৰবো অভিনয় কৰিছিল। বান ষ্টেজত তেখেতে বেউলা, সাবিত্ৰী, চিন্তা, গোলাপী, দ্ৰৌপদী, মিৰি গাভৰু ৰহিলা, গুলেনাৰ, জুলেখা, পত্ৰলেখা, জহৰৎ আদি স্ত্ৰীচৰিত্ৰ ৰূপায়ন কৰিছিল। ইয়াৰ উপৰিও তেখেতে সৈন্য আৰু অভিমন্যুৰ ভাও লৈছিল।

কুমাৰ ভাস্কৰ নাট্য মন্দিৰত তেখেতে তৰবৰী, সুমিত্ৰা, সখী আৰু পুৰুষৰ ভাৱৰ ভিতৰত ৰামেশ্বচ, দুৰ্মুখ, কিল্লাদাৰ আদি ভাও লৈছিল।

এই দুজনা কৃতি অভিনেতাৰ উপৰিও কলীয়াবৰৰ সৰ্ব্বশ্ৰী গণেশ খাওণ্ড, মানিক খাওণ্ড, সৰ্ব্বেশ্বৰ পঞ্চানন, গগণ বৰুৱা, শিৱ বৰুৱা, ভুজেন বৰুৱা, তাৰিণী হাজৰিকা, গোলাপ বৰুৱা, দেবেন ভূঞা, তিলক ফুকন, বাণেশ্বৰ নেওগ, ভুবন বৰা, জীতেন বৰা, ৰামেশ্বৰ হাজৰিকা

আৰু লক্ষী ভূঞাই মঞ্চ জগতলৈ অবিহণা আগবঢ়াইছে। ঠিক এইদৰেই বীণা বৰা, বীনা বৰা, পাৰুল বৰা, মিনাকুমাৰী বৰদলৈ আদিয়েও মঞ্চত এটি চাপ পেলাবলৈ সমৰ্থ হৈছে।

গুৰু গম্ভীৰ মাত আৰু শকত-আৱত চেহেৰাৰে শ্ৰীগণেশ খাওণ্ডদেৱে এসময়ত বঙ্গাপাৰা নাট্য মঞ্চত 'কৰ্ণাৰ্জ্জুন' নাটকত ভীমৰ ভাও দি বিৰাট চাঞ্চল্যৰ সৃষ্টি কৰিছিল। সেই মঞ্চতে 'চাহজাহান' নাটকত আকবৰৰ পুত্ৰ মহম্মদৰ ভাওদি দৰ্শকক চমক লগাইছিল। কেৱল বঙ্গাপাৰাতে নহয় গহপুৰ, মৰাণ আৰু নগাওঁ চাপানালাত বিভিন্ন ভাওদি অভিনয় দক্ষতাৰ চানেকি ডাঙি ধৰিছিল। তেখেতে ৰূপ দিয়া চৰিত্ৰ সমূহ হ'ল ৰাৱন, শিৱ, পূৰ্ণানন্দ বুঢ়াগোঁহাই, বদন বৰফুকন, শচীপাত্ৰ, নীলাম্বৰ, ললিতাদিত্য, কংস আৰু মেঘনাদ। তেখেতে বঙালী নাটকত পৃথ্বিৰাজৰ চৰিত্ৰ নিখুত ভাৱে ৰূপায়ন কৰি বঙালী সকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তেখেতৰ শ্ৰেষ্ঠ অভিনয় হ'ল ভীম, ৰাৱন আৰু পূৰ্ণানন্দ বুঢ়াগোঁহাই। এখেতৰ অভিনয় গুৰু আছিল তেজপুৰৰ ডাঃ কামিনি দাস আৰু নামগাঁৱৰ (দৰং) বঙ্কিম বাবু।

অন্যজনা কৃতী-অভিনয়-প্ৰাণ ব্যক্তি হ'ল জখলাবন্ধাৰে শ্ৰীমানিক খাওণ্ড— এসময়ত জখলাবন্ধা নাট্য মঞ্চৰ অনুপেড়না থল। তেখেতৰ শ্ৰেষ্ঠ অভিনয় ললিতাদিত্যত ভূপাল সেন আৰু বদন বৰফুকনত পূৰ্ণানন্দ।

কলীয়াবৰৰে দীৰ্গকায় আৰু বলীষ্ঠ বচন ভঙ্গীৰ অধিকাৰী অভিনেতা হ'ল শ্ৰীসৰ্ব্বেশ্বৰ পঞ্চাননদেৱ যাৰ অভিনয় দেখি বুৰঞ্জীবিদ বেণুধৰ শৰ্মা এসময়ত মুগ্ধ নহৈ নোৱাৰিছিল। এইজনা অভিনেতাৰ অভিনয় প্ৰতিভাৰ বিকাশ হৈছিল জখলাবন্ধা নাট্যমঞ্চত। অভিনেতাৰ সৰ্ব্ব গুণেৰে অলঙ্কৃত পঞ্চাননদেৱে কলীয়াবৰৰ বিভিন্ন মঞ্চত ৰেখাপাত কৰি যোৱাৰ উপৰিও দৰঙৰ বিভিন্ন ঠাইত অভিনয় কৰি সুখ্যাতি আৰ্জ্জি কলীয়াবৰীয়াকে ধন্য কৰিছে। বিশেষকৈ চাবি আলি বীনাপাণি নাট্য মঞ্চত তেখেতৰ অভিনয় প্ৰতিভা চিৰ উজ্জ্বল হৈ থাকিব। ৰাৱন, বৃত্ৰাসুৰ, বলাসুৰ, শকুনি, জয়াপীৰ, নৰকাসুৰ, লক্ষীসিংহ, মিজিমাহা তিলোৱা

( মঙ্গলদৈ নাট্যমঞ্চত ) আদিৰ অভিনয় যি এবাৰ দেখাৰ সৌভাগ্য ঘটিছে সেই সকলে সেই অভিনয় কেতিয়াও পাহৰিব নোৱাৰে। চাহবাগিচাৰ মাজত থাকিও তেখেতে আজিও এই অভিনয়ৰ কথা পাহৰা নাই। এটা কথা সত্য যে চাহবাগিচাত নাথাকি কেৱল অভিনয়তে জীৱনটো এৰি দিয়াহেঁতেন কোনে জানে যে নটসূৰ্য্য কলীয়াবৰতে জন্ম হ'লহেঁতেন কিন্তু বাগিচাৰ কৰ্ম ব্যস্ততাই সেই খিনি মষিমূৰ কৰিলে।

পঞ্চানন দেৱৰ পিচতে মনত পৰে শ্ৰীগগন বৰুৱালৈ। শিৱাজী, বসুদেৱ, ৰাৱণ, মণিৰাম, লক্ষীন্দৰ, মিল্ আদি তেখেতৰ দ্বাৰা ৰূপায়িত চৰিত্ৰ। তেখেতৰ শিৱাজীৰ অভিনয়ত কেনেকৈ দৰ্শক মুগ্ধ হৈছিল সেই কথা আগতে কৈ আহিছোঁ।

শিৱ বৰুৱাও কলীয়াবৰৰ এজন ভাল মঞ্চাভিনেতা। শিৱাজীত গেঞ্জেলাচ, পহিলা তাৰিখত ৰাজখোৱা আৰু মিৰকাচিমত জগৎশেঠ অভিনয় পাহৰিব নোৱাৰা। তেখেতে জয়মতী কথা ছবিতো অংশ গ্ৰহণ কৰিছিল হিলৈদাৰী কোঁৱৰ ৰূপে।

ভূজেন বৰুৱাৰ দ্বাৰা ৰূপায়িত ঔৰঙ্গজেব, সমৰসিংহ, শচীপাত্ৰ আৰু মিৰ্জাফৰ কোনোগুণে হীন পৰ্য্যায়ৰ বুলি কব নোৱাৰি। তাৰিণী হাজৰিকাৰ পৰিচয় বিশেষকৈ অঁনাতাৰ শ্ৰোতা সকলক দিয়াৰ আৱশ্যক নাই। এখেতে স্ত্ৰীচৰিত্ৰৰ অভিনয়েৰে কলীয়াবৰত চাঞ্চল্যৰ সৃষ্টি কৰি গৈছে শ্ৰীগোলাপ বৰুৱাৰ দৰেই।

কলীয়াবৰত সকলো শিল্পীৰ ভিতৰত যিজনা শিল্পীয়ে অতুলনীয় অভিনয় দক্ষতাৰে এখন সুকীয়া আসন দখল কৰিছে সেইজনা স্বনাম ধন্য নাট্যশিল্পী হ'ল ৺বিপিন চন্দ্ৰ বৰদলৈ। কলীয়াবৰ অভিনয় জগতত তেখেত আছিল এক উজ্বল তাৰকা। কালে সোনকালে আঁতৰাই নিনিয়া হেঁতেন তেখেতে অসমৰ মঞ্চ আৰু বোলছবি জগততে আলোড়ণ তুলিলেহেঁতেন। এইজনা ব্যক্তিৰ অভিনয় প্ৰতিভাৰ কথা কলীয়াবৰীয়াই আজিও শ্ৰদ্ধাৰে সোঁৱৰণ কৰে। অসমৰ যাত্ৰা জগতৰ ফণি শৰ্মা, ৰুদ্ৰ চৌধুৰী, চন্দ্ৰ চৌধুৰী, মহানন্দ শৰ্মা, আদি সুদক্ষ অভিনেতাৰ দৰে অভিনেতা

কলীয়াবৰতো জন্ম হৈছিল কিন্তু দুৰ্ভাগ্য যে সেই প্ৰতিভা অসমৰ নাট্যকলামোদী ৰাইজৰ আগোচৰতে হেৰাই গ'ল যেনেকৈ নটসূৰ্য্য হেৰাই গ'ল ভাৰতীয় নাট্যকলাপ্ৰেমীৰ আগোচৰতে। এই ৺বিপিন বৰদলৈৰে আদৰ্শত গঢ়ি উঠা এজন শিল্পী শ্ৰীতিলক ফুকন। আনাৰ কলিত ৰহিম, শকুনিৰ প্ৰতিশোধত শকুনি, অজাত শত্ৰুত দেৱদত্ত আৰু কপাল কুণ্ডলাত কাপালিকৰ অভিনয় উচ্চ মানদণ্ডৰ বুলি কব লাগিব। থিক একে দৰেই শ্ৰীবানেশ্বৰ নেওগৰ অভিনয় প্ৰতিভা কোনোগুণে হীন বুলি কব নোৱাৰি। হৰিশ্চন্দ্ৰত হৰিশ্চন্দ্ৰ, চন্দ্ৰকান্ত সিংহত মিঙিমাহা তিলোৱা, নৰকাসুৰত নৰকাসুৰ অভিনয়ত সেই প্ৰতিভা জিলিকি উঠিছে। এই মঞ্চশিল্পী সকলৰ উপৰিও আমাৰ কেইবাগৰাকীও অভিনেতা আৰু অভিনেত্ৰীয়ে অসমৰ যাত্ৰা জগতত স্থান পোৱাতো বিশেষ মন কৰিবলগীয়া কথা।

পাঠশালাৰ নটৰাজ অপেৰা একাদিক্ৰমে চাৰিবছৰ চলাৰ পাচত ১৯৬৩ চনত সেই যাত্ৰা অনুষ্ঠানটিক শ্ৰীঅচ্যুত লহকৰে থিয়েটাৰ প্ৰতিষ্ঠানলৈ ৰূপান্তৰিত কৰে তাৰ আগলৈকে কামৰূপৰ যাত্ৰা দলসমূহ প্ৰায় কামৰূপৰ ভিতৰতে সীমাবদ্ধ আছিল। কিন্তু শ্ৰদ্ধেয় অচ্যুত লহকৰে এক বহল দৃষ্টি ভঙ্গীৰে অসমৰ বিভিন্ন ঠাইৰ শিল্পীসকলক লৈ যি নাট্যদল গঠন কৰিলে সেইটি অসমৰ ভিতৰত সৰ্ব্বপ্ৰথম আৰু সৰ্ব্বশ্ৰেষ্ঠ নাট্যদল হিচাবে পৰিগণিত হ'ল। এই নাট্যদলত কলীয়াবৰৰ দুজন উদীয়মান শিল্পী শ্ৰীভুবন বৰা আৰু শ্ৰীদেবেন ভূঞা অভিনেতা হিচাবে অন্তৰ্ভুক্ত হৈ অভিনয় ক্ষেত্ৰত যথেষ্ট বৰঙণি আগবঢ়ায়। নটৰাজত শ্ৰীভুবন বৰাই হাইদৰ আলিত খন্দেৰাও, জেৰেঙাৰ সতীত মাধৱ তামুলী, চোৰাৰ কন্দমত খুৰম আৰু বন্দিতা নাটকত সুবেশৰ অভিনয়ত কৃতিত্ব দেখুৱায়। অন্য হাতে শ্ৰীদেবেন ভূঞাই হাইদৰ আলিত ফুলচাহাব, বেউলাত নাৰদ জেৰেঙাৰ সতীত আঘোনা কছাৰী আৰু বন্দিতাত কুবেৰ মহাজনৰ অভিনয়ত দৰ্শকৰ ভূয়সী প্ৰশংসা লাভ কৰে।

এবছৰৰ পাচত চামতাৰ শ্ৰীধৰণী বৰ্মন আৰু হাজোৰ শ্ৰীহৰেণ দাসে

যাত্ৰা দল গঠন কৰে। দুই চাৰি বছৰৰ আগাপিচাকৈ হাজোৰ শ্ৰীকৰুণা কান্ত মজুমদাৰৰ 'পূৰ্বজ্যোতি,' পাঠশালাৰ অসম ষ্টাৰ আৰু মঞ্চৰূপা আৰু চাময়তাৰ সুৰদেৱী ওলায় আছে নাট্য প্ৰদৰ্শনৰ প্ৰতিজ্ঞাৰে। এই আটাই কেইটা দলত কলীয়াবৰৰ বহুশিল্পী ওতঃপ্ৰোত ভাৱে জড়িত হৈ আছে। এই শিল্পী সকলে অসমৰ মঞ্চজগত পোহৰ কৰাৰ লগতে কলীয়াবৰ যে অভিনয় কলা চৰ্চাৰ ঠাই সেই কথা স্পষ্টভাৱে প্ৰমাণ কৰিলে। এই শিল্পী সকল হ'ল সৰ্ব্বশ্ৰী দেবেন ভূঞা আৰু ভুবন বৰাৰ উপৰিও সৰ্ব্বশ্ৰী লক্ষী ভূঞা, জিতেন বৰা, বিমল হাজৰিকা, ৰামেশ্বৰ হাজৰিকা আৰু প্ৰতাপ খাউণ্ড আৰু অভিনেত্ৰী, সকল হ'ল বীণা বৰা, পাৰুল বৰা, প্ৰতিমা ভূঞা, আৰাধনা বৰা, কুসুম শইকীয়া, মিনাকুমাৰী বৰদলৈ, নমিতা বৰুৱা আৰু কমু খাটণ্ড।

শ্ৰীদেবেন ভূঞাই বন্দিতা নাটকত কুবেৰ মহাজনৰ ভাৱত গুণ মুগ্ধ দৰ্শকৰ পৰা যি ধৰণ স্নেহ আৰু অনুপ্ৰেৰণা পালে সেইখিনি উলাই কৰিব নোৱাৰি আকৌ এদিন যাত্ৰা কৰিলে পূৰ্বজ্যোতি থিয়েটাৰলৈ। তাত প্ৰথম বছৰত শোণিত কুঁৱৰী, ফনি শৰ্মাৰ এমুঠি চাউল, মচনদ আৰু দক্ষ যজ্ঞত অভিনয় কৰে। এমুঠি চাউলত বঘু আৰু দক্ষযজ্ঞত শিৱৰূপী জিতেন পালৰ লগত নন্দীৰ অভিনয় কৰি দৰ্শকৰ মন আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়। এই নাট্যদলত নটসূৰ্য্যৰ লগত চাৰি বছৰ কটায়। নটসূৰ্য্যই ভূঞাদেৱক চিৰাজ নাটকত আঘোণাৰ চৰিত্ৰটি অভিনয় কৰিবলৈ শিকাইছিল। নটসূৰ্য্যৰ দক্ষ পৰিচালনাত শ্ৰীভূঞাই অভিনয় দিশত সুখ্যাতি অৰ্জন কৰিবলৈ সমৰ্থ হয়। চিৰাজত আঘোণা কৰাৰ উপৰিও তেওঁ সীতা উদ্ধাৰত হনুমান, কহিনুৰত খোদাবক্স, দাবীত মেৰেজ ৰেজিষ্টাৰাৰ আৰু সাঁকোত 'মাষ্টৰ'ৰ অভিনয় কৰে। ১৯৭০ চনত ভূঞাদেৱে আকৌ নটৰাজ থিয়েটাৰলৈ আহে। ১৯৭৩ চনত শ্ৰীঅচ্যুত লহকৰৰ পৰিচালনাত 'ৰেকুমানি' নাটকখন চলচিত্ৰলৈ ৰূপান্তৰিত কৰে। এই ৰেকুমানিত ভূঞাদেৱে এজন ইঞ্জিনিয়াৰৰ অভিনয় কৰে। যদিও ৰেকুমানি নাটক কথাছবিলৈ ৰূপান্তৰিত হ'ল ই সম্পূৰ্ণ দোষমুক্ত হ'ব নোৱাৰিলে। ফলত

কেইখনমান চিত্রগৃহত ছবিখন প্রদর্শন কৰাৰ পিচতেই অচল অৱস্থা প্ৰাপ্ত হয়। নটসূৰ্য্য ফনি শৰ্মাই শ্ৰীভূঞাক আহোণাৰ চৰিত্ৰৰ বাবে লৈ টিবাজ কথাছবিৰ এটা নতুন সপোন দেখিছিল। কিন্তু তাক বাস্তৱত ৰূপ দিয়াৰ আগতেই নটসূৰ্যক কালে আঁতৰাই লৈ গ'ল।

অন্যজনা শিল্পী শ্ৰীভূৱন বৰা 'পূৰ্বজ্যোতি,' 'মঞ্চৰূপা,' হাজো নাট্যকলা কেন্দ্ৰ, 'মঞ্চৰাজ' আদি নাট্যদলত দহবছৰ কটায়। এই দহ বছৰৰ ভিতৰত বৰাই সীতা উদ্ধাৰত বিভীষণ, বিজয় বসন্তত কন্দ্ৰকেশৰ শ্ৰীবৎস চিন্তাত শনি আৰু কাৰবালাত ছুচেনৰ চৰিত্ৰ ৰূপায়ণ কৰে। বিশেষকৈ খোৰ আফগানত জাহাঙ্গীৰ, হাইদৰ আলিত হাইদৰ, কালাপাহাৰত চুলেমান খাঁ, কমলা বেগমত আল্লাউদ্দিন আৰু কহিনুৰত গোলাম কাদেৰৰ অভিনয় কৰি দৰ্শকক মুগ্ধ কৰে।

শ্ৰীলক্ষী ভূঞা কলীয়াবৰৰ অন্য এজনা কৃতী শিল্পী যি জনাই ১৯৬৪ চনৰ পৰা নটৰাজ, ভাগ্যদেৱী, পূৰ্বজ্যোতি, মঞ্চৰূপা থিয়েটাৰ দলত নানা নাটকত বিবিধ চৰিত্ৰ ৰূপায়ন কৰি কলামোদী ৰাইজৰ প্ৰশংসা লাভ কৰিছিল। শ্ৰীভূঞাই ৰাম, গোবেৰিং, সিন্ধিয়া, নিশাচৰ, মঞ্জুৰ আলি আৰু ৰাৱণত বিশেষ কৃতিত্ব লাভ কৰিছিল। কন্দ্ৰচৌধুৰী, চন্দ্ৰচৌধুৰী আৰু আব্দুল মজিদৰ পৰিচালনা তেওঁ সদায় সোঁৱৰণ কৰে।

শ্ৰীজীতেন বৰা কলীয়াবৰৰ অন্য এজন কৃতী মঞ্চশিল্পী আৰু এওঁ তেৰ বছৰ পূৰ্ব্বজ্যোতি, অসম ষ্টাৰ, ৰূপকোঁৱৰ থিয়েটাৰ দলত ভিন ভিন চৰিত্ৰ পদি খ্যাতি অৰ্জ্জন কৰিছে। এওঁ সাতাইচখন মান নাটকত অভিনয় কৰিছে। বিশেষকৈ পূৰ্ব্বজ্যোতিৰ দাবী নাটকত ভম্বল, ষ্টাৰত আচামীৰ ভগবানত গোবিন্দ ড্ৰাইভাৰ, ৰূপকোঁৱৰৰ কলঙ্কিনী নায়িকাত কানু, ৰূপবতীত কবি-নাট্যকাৰৰ চৰিত্ৰৰ অভিনয়েৰে বৰাই দৰ্শকক মুগ্ধ কৰিছে।

এইদৰে প্ৰতাপ খাউণ্ড, প্ৰকাশ শইকীয়া, পুতুল শইকীয়া, হীৰেণ হাজৰিকা, চন্দ্ৰ শইকীয়া, লক্ষী বৰা, ৰামেশ্বৰ হাজৰিকা আৰু বিমল হাজৰিকাই বিভিন্ন নাট্য গোষ্ঠীত অভিনয় কৰি নাট্য প্ৰীতিৰ স্বাক্ষৰ ডাঙি ধৰিছে।

স্ত্ৰীচৰিত্ৰ ৰূপায়ণত বীনা বৰা অসমৰ ভ্ৰাম্যমান নাট্যজগতত অনন্যা বুলিয়েই কব লাগিব। বহুবছৰ নটৰাজ, পূৰ্বজ্যোতি, সুৰদেবী আৰু অসম ষ্টাৰত বিভিন্ন চৰিত্ৰ ৰূপ দি অভিনয় প্ৰতিভাৰ চিনাকি দিছে। পূৰ্বজ্যোতিৰ দক্ষযজ্ঞত বিজয়া, এমুঠি চাউলত ৰমা, চিৰাজত সাবিত্ৰী, দাবীত মানসী, শৰ্মিলাত সুনীতি, সোণৰ ভাৰতত সংযুক্তা, কহিনুৰত কহিনুৰ, সাকোত ফুল; ষ্টাৰ থিয়েটাৰ দলৰ অপৰাধী কোণত চন্দ্ৰা, শেৰ আফগানত মেহেৰুন্নিচা, দেৱযানীত আইভি বৰুৱা, নৰ্ত্তকীত নৰ্ত্তকী, বাইদেউত বাইদেউ, কল্যাণীত সিদ্ধেশ্বৰী, শোভাযাত্ৰাত পত্নমী, অভিশপ্ত ফুলশয্যাত ৰাধা-অনুৰাধা, শিৱৰ সেন্দুৰত মিতালী চলিহা আদি; সুৰদেবী থিয়েটাৰত ঘৰ সংসাৰ, তুই ছোৱালী পুলিচ, ভক্তপ্ৰহ্লাদ আৰু অভিশপ্ত চম্বলত অভিনয় কৰিছিল। বীণা বৰাৰ শ্ৰেষ্ঠ অভিনয় হৈছে সাকোত ফুল, দাবীত মানসী, নৰ্ত্তকীত নৰ্ত্তকী আৰু শোভাযাত্ৰাত পত্নমী।

মঞ্চজগতৰ আৰু এগৰাকী অভিনেত্ৰী হ'ল পাকল বৰা। শ্ৰীমতি বৰাই ভাগ্যদেৱী আৰু ৰূপকোঁৱৰত কুৰিবো অধিক চৰিত্ৰ ৰূপায়ণ কৰিছে। মিলন মন্দিৰত জিলিক বিবি, ৰাজদ্ৰোহীত তুফানি, দস্যু মোহনত মৰিয়ম, লালহীৰাত হীৰা, জোনাকীৰ চকুলোত অঞ্জলী, ৰক্তআহুতিত মিনতি, নিহত গোলামত বাইজী, পাঁচ পয়চাৰ পৃথিবীত আইভি, নকল মানুহত বন্দনা, খুন-কা-বদলা খুনত চিতাৰাবাই, দস্যু জলন্ধৰত জেউতি, নতুন পুৰুষত মালা, মিলন মালাত-- মালা, কৃষ্ণসুদামাত দৈৱকী, দ্বিতীয় পানীপথত মেহেৰ, তৃতীয় পানীপথত শেৱালী, অগ্নিশিখাত পাগলী, শীৰত সেন্দুৰত ললিতা, মল্লিকাত মল্লিকা ইত্যাদি স্ত্ৰীচৰিত্ৰ ৰূপায়ণ কৰি মঞ্চজগতত এখন ঠাই লাভ কৰিছে। ইয়াৰ উপৰিও দক্ষ যজ্ঞ, মানুহ কোন, কাৰাগাৰ, বেগম আচমন তৰা, বাঘিনী, মনোমতী, প্ৰেম জনমে জনমে, ৰূপৱতী, ঈশ্বৰৰ ফাঁচী, মা, জীৱনৰ আঁৰে আঁৰে, ৰক্ত আহুতি আদি নাটত অভিনয় কৰি অভিনয় প্ৰীতিৰ পৰিচয় দিছে।

মিনাকুমাৰী বৰদলৈ কলীয়াবৰৰ এগৰাকী উঠি অহা মঞ্চাভিনেত্ৰী।

এওঁ ভাগ্যদেৱী, ৰূপাঞ্জলী আৰু নটৰাজ থিয়েটাৰত পাঁচ বছৰ বিভিন্ন নাটকত অভিনয় কৰিছে। বিশেষকৈ ৰূপাঞ্জলী থিয়েটাৰ দলত জনতাৰ ক্ৰন্দনত ভাৰতী, খুনী আচামীত আয়েমা, সংঘাটত সাবিত্ৰী ; ভাগ্যদেৱীত ৰুদ্ৰ চৌধুৰীৰ পৰিচালনাত ৰাতি আৰু ৰমণীত শ্ৰীমতী, মিলন মালাত মালা, অমানুহত পূৰ্ণিমা, ছদ্মবেশীত যমুনা, বিপ্ৰ দামোদৰত বিপ্ৰ পত্নী সুমতি ; নটৰাজত ধৰণীধৰ গোস্বামীৰ পৰিচালনাত উষাত উষা, বেউলাত বেউলা, কাৰবালাত জয়নাব আৰু আকৌ ভাগ্যদেৱীত ৰুদ্ৰ চৌধুৰী আৰু সুৰেণ পাটগিৰিৰ পৰিচালনাত মধুমিতাত— মধুমিতা, মা-মাটি-মানুহত চিত্ৰা, প্ৰেম আৰু চকুলোত বন্দনা আৰু ভক্ত কবি জয়দেৱত পদ্মাৱতীৰ অভিনয় কৰি দৰ্শকৰ প্ৰশংসাৰ পাত্ৰ হৈছে। এনেদৰেই আৰাধনা বৰা, কুসুম শইকীয়া, অনু বৰুৱা, প্ৰমিলা বৰা, দিপালী বৰা, স্বৰ্ণ বৰুৱা, সাবিত্ৰী বৰুৱা আৰু বুলু শইকীয়াই বিভিন্ন নাট্যগোষ্ঠীত অংশ গ্ৰহণ কৰি অসমৰ নাট্যকলালৈ অৰিহণা আগবঢ়াইছে। প্ৰতিমা ভূঞা আৰু ৰুণু খাউণ্ডে বিশেষকৈ নৃত্যত যাত্ৰা জগতত বেলেগ স্থান অধিকাৰ কৰিবলৈ সমৰ্থ হৈছে। প্ৰতিমা ভূঞাই অমৰ থিয়েটাৰত নেতাই ধুবুনীৰ নৃত্যত দৰ্শকক বিশেষ ভাৱে মোহিত কৰিছিল। ৰুণু খাউণ্ডে নটৰাজ আৰু প্ৰতিমা ভূঞাই পূৰ্ব্বজ্যোতি, নটৰাজ, ভাগ্যদেৱী আৰু মঞ্চৰূপাত কেইবা বছৰো নৃত্যৰ মাজেৰে কলা সেৱা কৰি গৈছে।

কৌতুক অভিনেতা শ্ৰীৰামেশ্বৰ হাজৰিকাই অসমৰ দৰ্শক মণ্ডলীক আমোদ দি আহিছে। অভিনয়ৰ উপৰিও হাজৰিকাই সঙ্গীতৰ দিশত বিশেষ অৰিহণা আগবঢ়াইছে।

উল্লেখযোগ্য যে লটিঘটি খ্যাত শ্ৰীকুমুদ পঞ্চানন আৰু শ্ৰীমহিমাময়ী খ্যাত শ্ৰীনবীন নেওগ কলীয়াবৰৰে ভাল মঞ্চ শিল্পী।

**বেজ :—**

যিটো যুগত দাতব্য চিকিৎসালয় নাছিল বা ৰজাৰ পৃষ্ঠপোষকতাত চিকিৎসালয় গঢ়ি উঠিছিল সেই যুগত আমাৰ বেজসকলে যি কল্যাণ

সাধিছিল সেইকথা আমি শ্ৰদ্ধাৰে সোঁৱৰণ কৰিব লাগিব। ইয়াত বহু বেজৰ সন্ধান পোৱা হৈছে। এই সকলে অতি জটিল ৰোগো সুন্দৰ ভাবে চিকিৎসা কৰি ভাল কৰিছিল। যক্ষ্মা, কৰ্কট, ধাতু দৌৰ্বল্য, স্ত্ৰি ৰোগ, নিউমোনিয়া, গ্ৰহণী আদি ৰোগৰ চিকিৎসাৰ বেজ কলীয়াবৰত আছিল। আহোম যুগত বেজসকলৰ যে যথেষ্ট সন্মান আছিল সেই কথা দোহৰাৰ প্ৰয়োজন নাই। যদিও বেজৰ ঘৰৰ মানুহ ইয়াত প্ৰায় নাই কিছুমান বিশিষ্ট পৰিয়ালত চিকিৎসা বিষয়ৰ নানা ঔষধ-পাতি আৰু পুথি-পাঁজি থকাৰ প্ৰমাণ পোৱা হৈছে। আনকি বাঘে খোৱাৰো চিকিৎসাৰ সন্ধান পোৱা হৈছে।

কলীয়াবৰৰ এই বেজ-বেজীনীসকল আজিও স্মৰণীয় হৈ আছে। এই সকল হ'ল—হাতবৰ সোন্দৰৰ ৺বগীৰাম হাজৰিকা; বৰিগাঁৱৰ ৺নাৰায়ণ গোঁহাই আৰু ৺চম্পা গোঁহাই; হাতবৰৰ ৺হলি গায়ন, ভৰালীৰ ৺ পদুম হাজৰিকা, গাঁৰিকুৰিৰ গেগেলা; মাধতাৰিৰ ৺কল্মা মহন্ত; বৰভকতিৰ ৺ৰমাই গোঁহাই; বিহিমপুৰৰ ৺সোমেশ্বৰ মহন্ত, শুভ মহন্ত, শ্ৰীনদৰাম বৰা আৰু শ্ৰীইন্দ্ৰেশ্বৰ বৰদলৈ; বালিভূইৰ ৺গেলেউ আৰু শ্ৰীগাহৰি বেজ আৰু বৰভগীয়াৰ ৺দীন নাথ বৰুৱা আৰু দেহীৰাম বৰুৱা এই সকলৰ ভিতৰত কৰ্কট আৰু পোকদিয়া ঘাঁ, চিকিৎসা কৰিছিল সোন্দৰৰ ৺বগীৰাম হাজৰিকাই; ধাতু দৌৰ্বল্য, গৰ্মি আৰু সন্তান নিবোধৰ চিকিৎসা কৰিছিল ভৰালীৰ ৺পদুম হাজৰিকাই, নিউমোনিয়াৰ চিকিৎসা কৰিছিল মাধতাৰিৰ কল্মা মহন্ত, আৰু বৰভকতিৰ ৰমাই গোহাঁযে নাৰেঙাৰ চিকিৎসাত বিহিমপুৰৰ ৺সোমেশ্বৰ মহন্ত, স্ত্ৰী ৰোগৰ চিকিৎসাত ৺শুভ মহন্ত আৰু শ্ৰীইন্দ্ৰেশ্বৰ বৰদলৈ বিখ্যাত। ইয়াৰ উপৰিও আমাৰ বহু বেজ গাঁয়ে-ভূঁয়ে লুকাই আছে।

ইয়াত যিখিনি মন্ত্ৰ পুথি পোৱা হৈছে তাৰ এটা আভাষ দিয়া হ'ল। বালিভূঁইৰ গেবেলা আৰু গাহৰি বেজৰ ঘৰত এই পুথিখিনি পোৱা হৈছে — যেনে কহাৰী কলাপ, কাল বিকাল, সক আঙুৰি, নৰসিংহ বাণ ( ভূত-প্ৰেত-খেদা ), বৰ কলাপ, কালী কাহিনী, বিলাহী বেজীনী,

বৰচলনা, নীতিচলনা, বৰআসুৰি, ৰাম কাহিনী, মোবৰ মন্ত্ৰ, নভনী পুথি আৰু দীঘা কৰতি ( যাতু লাগিলে ভাল কৰা ) উলুৰনিৰ শ্ৰীনবিন খনিকৰৰ ঘৰত পুথি পোৱা হৈছে — শীতলা পুথি, মূৰল কৰতি, ( বান্ধনী কটা ), ৰাম নিৰঞ্জন, গোলা বান্ধনী, আঠৈ মন্ত্ৰ আৰু তিষাল কৰতি। নলতলীৰ শ্ৰীহেমোৰাম বৰা আৰু চিলাবন্ধাৰ এলেউবেজৰ ঘৰত সাপে খোটাৰ বাবে বৰ বেজালি, ভূৰ চপোৱা, উৰণ মন্ত্ৰ, দেৱতাৰ বাবে নাগ পাশ, ভৈৰবী কলাপ, হামোদৈ, কাল বিকাল, আসুৰি কলাপ, আসুৰি দেও, দেওধনী, কুমন্ত্ৰৰ বাবে কাল দীঘা আৰু বাৰশখণ্ড মন্ত্ৰ পুথি, নাগিনী মন্ত্ৰ, বাৰভনী, নভনী, সাতভনী, ওঠৰভনী, বীৰা কাহিনী ( গুলৈৰ ধন তোলা ) আৰু মৈল্য গুৰু, বান কটাৰ বাবে ফুৰা মন্ত্ৰ, আইচলনা, ভৈৰবীমন্ত্ৰ আৰু ব্ৰহ্মকলাপ পুথি পোৱা হৈছে। পুথিসমূহত ৰচকৰ নাম নাই কিন্তু এইবিলাক সাঁচিপতীয়া। উল্লেখযোগ্য যে ওপৰত উল্লেখ কৰা গেবেলা খেতৰি ঘৰৰ মানুহ। ভূত খেদোৱাত পাকৈত বাবে ৰজাই এই উপাধি দিছিল। ফলিও বোলে আছিল। আমাৰ মন্ত্ৰ সাহিত্যৰ ওপৰত এতিয়াও গৱেষণা নোহোৱাতো দুখৰ কথা। *

---

* মন্ত্ৰ পুথি সংগ্ৰহ কৰাত নলতলীৰ শ্ৰীৰুদ্ৰ হাজৰিকাই আমাক বিশেষ ভাৱে সহায় কৰিছে।

# সপ্তম অধ্যায়

## শিক্ষানুষ্ঠান

**শিক্ষানুষ্ঠান :—**

কৰতিপাৰ, নসত্ৰ আৰু জখলাবন্ধা সত্ৰৰ টোলত যে বেদ, বেদান্ত, জ্যোতিষ, কাব্যৰ চৰ্চ্চা হৈছিল সেই কথা ইতিমধ্যে জখলাবন্ধা, কৰতি-পাৰ আৰু নসত্ৰৰ বুৰঞ্জীত উল্লেখ কৰি অহা হৈছে।

তাৰ পিচত ১৮৯০ চনত নগাওঁৰ ঘনশ্যাম বেজবৰুৱাদেৱে কলীয়াবৰত এখন উচ্চ ইংৰাজী বিদ্যালয় পতাৰ মানসেৰে শিলঘাট কৈবৰ্ত্ত গাঁৱৰ নামঘৰত শ্ৰেণী আৰম্ভ কৰিছিল। বৰ্ত্তমান বেলৰ পুখুৰী থকা ঠাইত হাইস্কুলৰ ঘৰ নিৰ্ম্মাণৰ পৰিকল্পনা কৰিছিল কিন্তু কৃতকাৰ্য্য নহ'ল। ১৮৯৬ চনত শিলঘাটত মাইনৰ স্কুল মঞ্জুৰ হয়। তাৰ পাচত ১৯০৩ চনত হাতবৰত গোলোক চন্দ্ৰ বৰাদেৱে এখন ইংৰাজী স্কুল পাতে কিন্তু মৰহি গ'ল। পিচত আক্ৰোহীত ভীষ্মদেব ভট্টাচাৰ্য্যই এখন বিদ্যালয় পাতে কিন্তু সিয়ো মৰহিল। তাৰ পাচত পদ্মকান্ত মহন্তই আন এখন ইংৰাজী স্কুল পাতে কিন্তু সিয়ো টিকিব নোৱাৰিলে।

১৯১৭ চনত কলীয়াবৰীয়া ৰাইজে ৰাজহুৱা সভা পাতি কলীয়াবৰৰ মধ্যস্থানত অৰ্থাৎ কুঁৱৰীটোলত এখন মাইনৰ স্কুল খোলাৰ স্থিৰ কৰে কাৰণ ইতিমধ্যে যদিও শিলঘাটত এখন মাইনৰ স্কুল প্ৰতিষ্ঠা হ'ল সেই স্কুল এমূৰত স্থাপন হোৱাৰ কাৰণে প্ৰকৃত সেৱা আগবঢ়াবলৈ অসমৰ্থ আছিল আৰু সেইবাবে মধ্যস্থানত সকলোৰে মঙ্গলৰ কাৰণে মাইনৰ স্কুল পতাৰ সিদ্ধান্ত কৰে আৰু তাৰেই ফলত কুঁৱৰীটোলত মাইনৰ স্কুল সৃষ্টি। এই মাইনৰ স্কুল এতিয়া কুঁৱৰীটোল মাধ্যমিক বিদ্যালয়। মাইনৰ স্কুলখন জন্মত

শ্ৰীখগেশ্বৰ গোস্বামী, ৺মহেন্দ্ৰ গোস্বামী, ৺বাপাৰাম হাজৰিকা, ৺গুণাভিৰাম শৰ্ম্মা, ৺বিষ্ণুচৰণ বৰা, ৺বৃন্দাবন গোস্বামী, ৺যোগেশ চন্দ্ৰ খাওণ্ড, ৺গোপাল চন্দ্ৰ বৰদলৈ, ৺মুক্তাৰাম বৰুৱা, ৺এলোৰাম হাজৰিকা আদি সেই সময়ৰ কলীয়াবৰৰ বিশিষ্ট লোকসকল জড়িত আছিল। এইখন বিদ্যালয়ে আমাৰ অশেষ কল্যাণ সাধিলেহেতেন কিন্তু আমাৰ খেলিমেলিৰ কাৰণে "বি বৰুৱা ইন্‌ষ্টিটিউট্" হ'ব খোজা শিক্ষানুষ্ঠানটি ইয়াত নহৈ যোৰহাটত হলগৈ। যোৰহাটত সেইখনে নাম পালে "প্ৰিন্স অব্ ৱেলচ্ টেকনিকেল্ স্কুল।"

কলীয়াবৰত এতিয়া ভেৰ চৈধ্যখন মাধ্যমিক বিদ্যালয় আৰু উচ্চ শিক্ষাৰ বাবে মহাবিদ্যালয় স্থাপন হৈছে। কিন্তু হতাশাৰ বিষয় এই যে যি সময়ত কাৰিকৰী শিক্ষাৰ ওপৰত চৰকাৰে গুৰুত্ব দিছে তেনে ক্ষেত্ৰত কলীয়াবৰত এই শিক্ষাৰ ব্যৱস্থা নাই। যদিও শিলঘাটত এখন টেকনিকেল স্কুল আছিল সিয়ো আমাৰ কাৰণেই নষ্ট পালে, তাক নতুনকৈ প্ৰতিষ্ঠা কৰাৰ কোনো চেষ্টাই নহ'ল।

## জাতীয় বিদ্যাপীঠ :—

কলীয়াবৰীয়া ৰাইজক স্বাৱলম্বী হৈ সমাজৰ বাবে সেৱা আগবঢ়োৱা শিক্ষা দিবলৈ এক অভিনৱ পৰিকল্পনাৰে এখন বিদ্যাপীঠ স্থাপন কৰা হৈছিল। ইয়াত আগভাগ লৈছিল ৺লক্ষীপ্ৰসাদ বৰা ( গোস্বামী ), শ্ৰীঅভিৰাম ভূঞা, ৺উত্তম চন্দ্ৰ বৰা আৰু ৺নন্দেশ্বৰ বৰাই। তাত সাধাৰণ শিক্ষাৰ লগত অৰ্থকৰী, নৈতিক, আধ্যাত্মিক জ্ঞান লাভৰ ব্যৱস্থা কৰা হৈছিল। কিন্তু ১৯৩০ চনৰ স্বাধীনতা সংগ্ৰামৰ আন্দোলনৰ ধুমুহাই সেই কল্পনা নষ্ট কৰিলে। তাৰেই ভেঁটিত আজি জখলাবন্ধা মাধ্যমিক বিদ্যালয়।

## শিলঘাট টেক্‌নিকেল্ স্কুল :—

অনুমান ১৯২০/২১ চনত এই বিদ্যালয় খন স্থাপন হৈছিল। বিদ্যালয়ৰ স্থাপন কৰ্ত্তা ৺যোগাই বৰা। এখেতে কলীয়াবৰ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা কৰাৰ উপৰিও এই স্কুল পৰিচালনা কৰিছিল। প্ৰথমতে ইয়াত

বাঁহ বেতৰ কাম কৰোৱা হৈছিল। তাৰ পিচত কাঠ আৰু বোৱা-কটাৰ কাম শিকোৱা হৈছিল। কাঠৰ অন্যান্য কামৰ উপৰিও গাড়ীচকাও তৈয়াৰ কৰা হৈছিল। এই কাম শিকাওতে ৺উত্তম বৰা শিক্ষক আছিল। লগতে শিক্ষক আছিল ৺হোমেশ্বৰ ভূঞা। ইয়াৰ পাচত লোহাৰ কাম যেনে— বাল্টি, কটাৰী, দা, কুঠাৰ আদিৰ কাম শিকোৱা হৈছিল। এই কাম শিকোৱা শিক্ষক আছিল শাকমুৰিৰ ৺শিৱ হাজৰিকা। এনে কল্যাণকাৰী বিদ্যালয় এখন ভাগি যোৱাটো কলীয়াবৰীয়াৰ বাবেই দুৰ্ভাগ্য। এই বিদ্যালয়ে বহু ল'ৰাক যে জীৱিকাৰ পথ দিছিল সেই কথা সকলোৱেই স্বীকাৰ কৰিব। এনে ক্ষেত্ৰত তাক কিয় পুনৰ স্থাপন কৰা নহ'ল সি এক সাঁথৰ হৈ ৰ'ল। সিযে এক জাতীয় ক্ষতি সেই কথা অনস্বীকাৰ্য্য।

উক্ত ভাগি যোৱা স্কুলখন পুনৰ প্ৰতিষ্ঠা কৰিবলৈ শ্যামচন্দ্ৰ গুপ্তই দুবাৰ বাইজ বহুৱায়ো একো কৰিব নোৱাৰিলে। আমাৰ আশা আকৌ এই বিদ্যালয় কলীয়াবৰত গঢ়ি উঠিব আৰু আমাৰ নিবনুৱা সমস্যা সমাধানত বিশেষ সহায় কৰিব।

## পুৰণিগুদাম বাষ্ট্ৰভাষা বিদ্যালয়ঃ—

ভাৰতৰ স্বাধীনতা সংগ্ৰাম চলি থকা সময়তে গান্ধীজীয়ে উপলব্ধি কৰিছিল যে বিভিন্ন ভাষা-ভাষী ভাৰতৰ বাবে এটা উমৈহতীয়া ভাষা নহলে দেশৰ ঐক্য গঢ়ি নুঠিব। সেয়েহে হিন্দীক ৰাষ্ট্ৰভাষা হিচাবে গণ্য কৰি অহিন্দী ভাষী ৰাজ্যসমূহত হিন্দী প্ৰচাৰৰ ব্যৱস্থা গ্ৰহণ কৰে। এই ক্ষেত্ৰত অসমত লোকপ্ৰিয় বৰদলৈৰ চেষ্টা প্ৰশংসনীয়।

এটা কথা মন কৰিবলগীয়া যে স্বাধীনতা সংগ্ৰামত কলীয়াবৰে যেনেকৈ আগভাগ লৈছিল সেইদৰে ৰাষ্ট্ৰভাষা প্ৰচাৰৰ বাবেও অহোপুৰুষাৰ্থ কৰিছিল। ৺পূৰ্ণ ভূঞা, ৺আনন্দৰাম শইকীয়া, ৺নন্দিৰাম ভূঞা, শ্ৰীপ্ৰবোধ গোস্বামী, শ্ৰীনলিনী শইকীয়া শ্ৰীসোমেশ্বৰ বৰা আদি ব্যক্তিসকলৰ চেষ্টাত ১৯৪০ চনত পুৰণিগুদামত ৰাষ্ট্ৰভাষা বিদ্যালয় স্থাপন হৈছিল। প্ৰথমতে

৫০ জনমান ছাত্ৰে কলীয়াবৰ কাঠপাৰ সত্ৰ নিবাসী শ্ৰীমোহন চন্দ্ৰ গোস্বামীক শিক্ষক হিচাবে নিয়োগ কৰি বিদ্যালয় আৰম্ভ কৰা হয়। বিদ্যালয়ত অধ্যয়নৰ উপৰিও কপাহ নেওঠা, ধুনা, পাঁজি তৈয়াৰ কৰা, যঁতৰ বা টাকুৰীত সূতাকটা পাঠ্যক্ৰমৰ ভিতৰত আছিল তদুপৰি ছাত্ৰ-ছাত্ৰীসকলে নিজে কটা সূতাৰে তৈয়াৰী পায়জামা, পাঞ্জাৰী আৰু গান্ধী টুপি "ইউনিফৰ্ম্" হিচাবে পিন্ধিব লাগিছিল। দৈনিক পাঠ্যক্ৰমৰ আগতে ছাত্ৰসকলে চাফাই কাম কৰিছিল আৰু তাৰ পাচত প্ৰাৰ্থনা গীত গাইছিল।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিচত বিদ্যালয় সমূহত হিন্দী প্ৰবৰ্ত্তন কৰাত হিন্দী বিদ্যালয়ৰ কিছু সংখ্যক ছাত্ৰ-ছাত্ৰী ইংৰাজী স্কুললৈ যাবলৈ ধৰাত ৰাষ্ট্ৰভাষা বিদ্যালয় ক্ৰমান্বয়ে নিস্তেজ হৈ পৰিল।

এই বিদ্যালয়ৰ স্মৃতিৰ লগতে পুৰণিগুদাম মুঢ়ানিৰ শ্ৰীবংশীধৰ শৰ্ম্মা আৰু নগাওঁ কাছমাৰীৰ শ্ৰীপদ্ম কুমাৰ বৰাৰ স্মৃতিও জীয়াই থাকিব[১]

## শঙ্কৰী সংগীত বিদ্যালয়ঃ—

হাতবৰত নিৰ্ছুবছৰৰ আগতে শঙ্কৰী কলাকৃষ্টি বিকাশ আৰু প্ৰকাশৰ বাবে স্থানীয় শঙ্কৰী কলাকৃষ্টি প্ৰাণ ৺মহেশ্বৰ বৰা, শ্ৰীগিৰিকান্ত মহন্ত শ্ৰীৰত্ন গায়ন প্ৰমুখ্যে লোকসকলে হাতবৰত এখন শঙ্কৰী সংগীত বিদ্যালয় স্থাপন কৰে। এই বিদ্যালয়ত প্ৰথমে চৌবিশজন সভ্যাই শঙ্কৰী সংগীত চৰ্চাত ব্ৰতী হবলৈ আগবাঢ়ি আহে। বিদ্যালয়খনৰ গুৰিধৰোতা আছিল শ্ৰীগিৰিকান্ত মহন্তদেৱেই। প্ৰায় ওঠৰ বছৰ এই বিদ্যালয়খনে শঙ্কৰী কলাকৃষ্টিৰ চৰ্চা কৰি আছিল। এই শিল্পীসকলে কলীয়াবৰতে নহয় অসমৰ বিভিন্ন ঠাই যেনে চিলঙৰ শঙ্কৰ মন্দিৰ, তিতাবৰ গুৱাহাটী আৰু নিজৰ জিলাখনত শঙ্কৰী গীত মাত আৰু ভাওনা প্ৰদৰ্শন কৰিছিল। চিলঙৰ শঙ্কৰ মন্দিৰ প্ৰতিষ্ঠাত এই বিদ্যালয়ৰ শিল্পীসকলে গুৰুজনাৰ "ৰাম বিজয়" অঙ্কীয়া নাটৰ ভাওনা প্ৰদৰ্শন কৰে। এই উৎসৱতে

---

[১] পুৰণথৰীয়াৰ শ্ৰীডিম্বেশ্বৰ শইকীয়াৰ সহায়ত

শ্ৰীবহ্নকান্ত গায়নে ধনশ্ৰী, তুৰ ভাটিয়ালী আৰু এনেত পৰিতালৰ গীত গাই কৃতিত্ব দেখুৱায়। তাৰ পাচত তিতাবৰত হোৱা সৰ্ব্ব-ভাৰতীয় শিক্ষক সম্মিলনত গানিকা আৰু দ্ৰোণপৰ্ব্ব ভাওনা প্ৰদৰ্শন কৰি দৃষ্টি আকৰ্ষণ কৰে। নগাঁৱত হোৱা অসম সাহিত্য সভা আৰু গুৱাহাটীৰ কংগ্ৰেছ অধিবেশনত এই শিল্পীসকলে "ৰাম বিজয়" নাট প্ৰদৰ্শন কৰে। পৰিতাপৰ কথা এইযে এই পবিত্ৰ অনুষ্ঠানটি টিকি থাকিব নোৱাৰিলে। এই বিদ্যালয় ভাগি যোৱাৰ পাচত বিদ্যালয়ৰ যোল্লশ টকা মূল্যৰ চাৰবশবাদ্য ( শঙ্কৰী ) হাতবৰ কেন্দ্ৰীয় নাট্যসমাজত অৰ্পণ কৰে। সুখৰ কথা যে এতিয়া এইখন পুনৰ জীয়াই তোলা হৈছে। *

## কলীয়াবৰৰ পুথিভঁৰাল :

সত্ৰীয়া বৈশিষ্ট্যৰে চিৰ উজ্বল কলীয়াবৰত জ্ঞান চৰ্চাৰ এটি পৰিবেশ আছিল আৰু এতিয়াও আছে। সত্ৰৰ মণিকূটত থকা পুথি পাঁজি এদিন সুকীয়া ঘৰ সাজি পঢ়াৰ সুবিধা কৰি দিয়া কথা সুধী সকলে চিন্তা কৰিছিল। ইয়াৰ প্ৰমাণ আমি ভলাগুৰি সত্ৰৰ পুথিভঁৰালতে পাওঁ। এই পুথি ভঁৰালটিত বহু পুৰণি পুথি সংৰক্ষণৰ ব্যৱস্থা কৰিছে। পুথি ভঁৰালটিৰ জন্ম ১৯৩৪ চন বুলি জানিব পৰা হৈছে। তাৰো এবছৰ আগতে তেলীয়াগাওঁ শঙ্কৰদেৱ পুথিভঁৰাল স্থাপন হৈছে। এই পুথিভঁৰালটিয়ে বিশেষকৈ সত্ৰীয়া গোঁসাই সকলে বা অন্য লোকে ৰচনা কৰা অঙ্কীয়া নাট সমূহ সংৰক্ষণ কৰি ভাল কাম কৰিছে। বৰ্ত্তমান কলীয়াবৰত পুথিভঁৰালৰ সংখ্যা হ'ল বাওন্নটি আৰু তাৰ ভিতৰত তেলীয়া গাঁৱৰ শঙ্কৰদেৱ পুথিভঁৰাল, ভলাগুৰি সত্ৰৰ পুথিভঁৰাল আৰু সোণাৰি গাঁৱৰ তৰুণ পুথিভঁৰালেই পুৰণি। পুথিৰ সংখ্যাৰ ফালৰ পৰা ভোমোৰাগুৰি জনসেৱা পুথিভঁৰাল হাতবৰৰ তৰুণ পুথিভঁৰাল আৰু নলতলীৰ বস্তী পুথিভঁৰালৰ নাম উল্লেখযোগ্য। পঢ়ুৱৈৰ ফালৰ পৰা হাতবৰ তৰুণ পুথিভঁৰালটি লেখত লব লগীয়া।

উল্লেখযোগ্য যে কলীয়াবৰৰ বাওন্নটি পুথিভঁৰালৰ ভিতৰত মাত্ৰ পাঁচটিহে প্ৰথম শ্ৰেণীৰ ( A class ) পুথিভঁৰাল আৰু আঠটি পঞ্জীয়ন ভুক্ত।

* হাতবৰৰ শ্ৰীবহ্ন গায়নৰ সহায়ত

আজিৰ পৰা প্ৰায় ত্ৰিশ পঞ্চত্ৰিশ বছৰৰ আগলৈকে কলিয়াবৰত পুথিভঁৰালৰ যি প্ৰাধান্য আছিল আজি সেই প্ৰাধান্য নাই। বছৰীৰৰ আপুৰুগীয়া পুথিবে সমৃদ্ধ পুথিভঁৰাল জাহ গ'ল। এনে ধৰণে নষ্ট হোৱা পুথিভঁৰাল হ'ল শাকমুঠি আৰু হাতবৰৰ শঙ্কৰদেৱ পুথিভঁৰাল। আমি জনাত এসময়ত এই দুটি পুথিভঁৰালে জ্ঞান বিস্তাৰ কৰাত এক সুন্দৰ ভূমিকা গ্ৰহণ কৰিছিল। আলোচনা চক্ৰৰ উপৰিও জন স্বাস্থ্য, সমাজ সেৱা আদি কামতো এই পুথিভঁৰালে বৰঙণি যোগাইছিল। ইয়াত হাতে লিখা আলোচনী আদিও প্ৰকাশ হৈছিল। *

---

* হাতবৰ উন্নয়ন খণ্ডৰ সৌজন্যত।

# অষ্টম অধ্যায়

## ভাৰতৰ স্বাধীনতা সংগ্ৰামত

## কলীয়াবৰ

১৯২১ চনৰ পৰা ভাৰতবৰ্ষৰ ইতিহাসত বিশেষকৈ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত কলীয়াবৰে যি ভূমিকা গ্ৰহণ কৰিলে সেয়া ক্ষুদ্ৰ হলেও গৌৰৱ পূৰ্ণ। একোজন সাধাৰণ নগণ্য ব্যক্তিয়ে যি মন প্ৰাণেৰে "বন্দে মাতৰম্" ধ্বনিত উদ্বুদ্ধ হৈ ভাৰত মাতাৰ উদ্ধাৰৰ কাৰণে আগবাঢ়ি গৈছিল সেই কথা গৌৰৱেৰে সোঁৱৰণ কৰিব লাগিব। কলীয়াবৰৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীয়ে এনেকুৱা হাজাৰ বিজাৰ কথাকেই ঘোষণা কৰে।

**কলীয়াবৰত মহাত্মাগান্ধীঃ—**

১৯২১ চনত মহাত্মাগান্ধীয়ে শিলঘাটত অস্পৃশ্যতা আৰু বিদেশী বস্ত্ৰ বৰ্জনৰ বাণী শুনাই কলীয়াবৰীয়াক উদ্বুদ্ধ কৰিছিল। তৰুণ ফুকনে দুখ আৰু আনন্দ মিশ্ৰিত ভাষণেৰে ৰাইজক সেইদিনা মুগ্ধ কৰিছিল। মহাত্মাৰ আদৰণিত মুখ্য ভাগ লওঁতা শ্ৰীধানুৰাম ভূঞাদেৱ তেতিয়াৰ পৰাই গান্ধীৰ মহান ব্যক্তিত্বত অনুপ্ৰাণিত হৈ স্বাধীনতা সংগ্ৰামত জপিয়াই পৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হয়।

১৯২১ চনত জয়জয়তে কলীয়াবৰৰ বৰভগীয়া মৌজাৰ ৰাইজে আইন অমান্য কৰি খাজানা বন্ধ কৰে। এই খাজানা তুলিবলৈ বৰভগীয়াৰ সেই সময়ৰ মৌজাদাৰ ৺মুক্তাৰাম বৰুৱাই চৰকাৰৰ পৰা মিলিটেৰীৰ সহায় লৈছিল। কিন্তু সেই অঞ্চলেৰে হালোৱা গাওঁ নিবাসী ৺পোৱালি মণ্ডলে ৰাইজৰ খাজানাৰ বাবদ গিচাৰ শুকদেউ বস্তৰমলৰ পৰা নগদ ২১ হাজাৰ টকা ধাৰে আনি ৰাইজৰ খাজানা পৰিশোধ কৰায়।

## অসহযোগ আন্দোলন আৰু কলীয়াবৰ :—

মহাত্মাগান্ধীয়ে অহিংস ভাবে আইন আন্দোলন আৰম্ভ কৰিলে। এই মৰ্মে কলীয়াবৰত চতিয়াল মৌজাৰ অন্তৰ্গত জয়সাগৰৰ ওচৰৰ খৰাগড়ত কলীয়াবৰৰ বহুত ডেকাই পূৰ্ণ স্বাধীনতাৰ সংকল্প গ্ৰহণ কৰিলে। এই সংকল্পত নগাঁৰৰ পূৰ্ণ শৰ্মাদেৱে আগভাগ লৈছিল। এই আন্দোলনে কলীয়াবৰীয়া ৰাইজৰ চেতনা জগাই তুলিছিল। জখলাবন্ধাত পূৰ্ণ শৰ্মাৰ উপস্থিতিত যিখন ৰাজহুৱা সভা হৈছিল তাৰ পিচদিনাই কলীয়াবৰ হাই স্কুলৰ ছাত্ৰসকলে স্কুল ত্যাগ কৰিছিল। ওপৰোক্ত ৰাজহুৱা সভাত ৺গণেশ চন্দ্ৰ বৰঠাকুৰ আৰু শ্ৰীভুবনাকান্ত গোস্বামী ক্ৰমে সভাপতি আৰু সম্পাদক নিৰ্বাচিত হৈছিল। ৺বৰঠাকুৰদেৱে তেখেতৰ ঔষধৰ দোকান ঘৰটি কংগ্ৰেছৰ কাৰ্য্যালয়ৰ কাৰণে এৰি দি স্বেচ্ছাসেৱক থকাৰ সু-বন্দোৱস্ত কৰি দিয়ে। ইয়াৰ পিচত পুৰথৰীয়া ভিঞাৰি নামঘৰত পূৰ্ণ শৰ্মাদেৱৰে সভাপতিত্বত যিখন সভা হৈছিল তাত প্ৰায় ত্ৰিশমান ডেকা গাভৰুৱে প্ৰতিজ্ঞা পত্ৰত চহী কৰিছিল। এই সভাৰ পাচদিনা কলীয়াবৰৰ সেৱক-সেৱিকাসকল শৰ্মাদেৱৰ নেতৃত্বত নগাওঁ জিলা অভিমুখে বিৰাট শোভাযাত্ৰা কৰি মিচা, চামগুৰি, পুৰণিগুদাম, নগাওঁ হৈ ৰাইদঙীয়া, ননৈ, পাঠৰী আদি গাঁৱেদি ঘূৰি সেই সেই অঞ্চলৰ নৰ-নাৰীৰ প্ৰাণত স্বাধীনতাৰ স্পৃহা জগাই তুলিছিল। ১৯৩০ চনত কলীয়াবৰত স্বাধীনতা আন্দোলনৰ প্ৰকৃত আঁত ধৰিছিল পূৰ্ণ শৰ্মাদেৱে।

## জখলাবন্ধা শিবিৰত কাৰ্য্যপন্থা :

কংগ্ৰেছ কৰ্মী সকলে জখলাবন্ধা শিবিৰত থাকি কলীয়াবৰৰ বিভিন্ন অঞ্চলত কানি, ভাং আৰু মদৰ দোকানত পিকেটিং কৰিবলৈ বাৰজন স্বেচ্ছাসেৱকৰ ওপৰত এজোন নায়ক নিযুক্ত কৰি দিছিল। পিকেটিং কৰোতে কানীয়া আৰু মদপীঁইতে স্বেচ্ছাসেৱক সকলক মাৰকিল কৰি বহুতকে ঘুনীয়া কৰিছিল। আকৌ এই স্বেচ্ছাসেৱক সকলক পুলিচে গ্ৰেপ্তাৰ কৰি জেললৈ লৈ গৈছিল।

৺গণেশ চন্দ্ৰ বৰঠাকুৰদেৱে তেখেতৰ দোকান ঘৰটি কংগ্ৰেছৰ কামত দিয়াৰ অপৰাধত এচ্., পি, ৰাউট্‌লেচ্ চাহাবে তেখেতক গ্ৰেপ্তাৰ কৰে। সেই সময়তে সম্পাদক শ্ৰীতুৰাকান্ত গোস্বামীদেৱে বৰঠাকুৰদেৱক মাল্য প্ৰদান কৰিবলৈ যাওঁতে ৰাউট্‌লেচ্ চাহাবে সাংঘাটিক ধৰণে মাৰপিট কৰে যাৰ ফলত তেখেতৰ গুবিদাঁত দুটা সৰি পৰিছিল। কলীয়াবৰৰ ৰাইজ এই সময়ৰ পৰাই দুগুণ উৎসাহিত হৈছিল। এই খবৰ পাই কুঁৱৰীটোলৰ শ্ৰীথানুৰাম ভূঞাদেৱে বহুহেজাৰ টকাৰ দোকানত তলা দি আন্দোলনত জঁপিয়াই পৰিছিল। ৺বৰঠাকুৰৰ গ্ৰেপ্তাৰৰ পিচত ভূঞা দেৱে সেই আসন পূৰ কৰে। ৺বৰঠাকুৰদেৱৰ পত্নী ৺গুণেশ্বৰী দেৱীয়ে স্বামী গ্ৰেপ্তাৰ হোৱাৰ পিচদিনাৰ পৰাই কংগ্ৰেছৰ কামত সক্ৰিয় অংশ গ্ৰহণ কৰে। এখেতেই কলীয়াবৰত প্ৰথমে মহিলা সমিতি গঠন কৰে। ইয়াৰ পাচত ৺বদন বৰদলৈ আৰু ৺গোলোক বৰদলৈ দেৱেও কংগ্ৰেছৰ কামত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ ওলাই আহে।

কলীয়াবৰ কংগ্ৰেছ কমিটিয়ে বিদেশীবস্ত্ৰ বৰ্জন আৰু খাদী কাপোৰ প্ৰচলনৰ প্ৰচাৰ কাৰ্য্য পৰিপাতিকৈ চলাইছিল। সৰ্ব্বশ্ৰী থানুৰাম ভূঞা, পদ্ম হাজৰিকা, মুক্তি গোস্বামী, দালিৰাম শইকীয়া আৰু ৺শশী বৰদলৈ দেৱে শিলঘাট মাউটগাৱঁত বিলাতী সূতাৰে কাপোৰ নববলৈ মহিলা সকলক অনুৰোধ কৰোতে সেই গাঁৱৰ লোকে মাৰপিট কৰিছিল। ইয়াতে কেইবাজনৰো জখম হৈছিল। শ্ৰীমুক্তি নাথ গোস্বামীদেৱৰ দাঁত ভাগি গৈছিল।

সম্ভৱ ১৯৩০ চনত মাদকদ্ৰব্য নিবাৰণি আন্দোলনৰ সময়ত কৰতিপাৰ পুৰণিসত্ৰৰ নামঘৰটি মুক্তভাৱে কংগ্ৰেছৰ সভাসমিতিৰ কাৰণে সত্ৰাধিকাৰ ৺অনন্তদেৱ গোস্বামীদেৱে এৰি দিছিল। সেই সময়ত এই নামঘৰতে ৺গণেশ বৰঠাকুৰ আৰু পূৰ্ণ শৰ্মাৰ নেতৃত্বত "প্ৰহ্লাদ চৰিত্ৰ" নাটকখনি গোৱা হয়। হাজাৰ হাজাৰ মানুহৰ সাক্ষাতত কলীয়াবৰ অঞ্চলত থকা ভাং আৰু কানিৰ শালবিলাক আনি দাহ কৰাৰ দৃশ্য স্মৰণীয়। উল্লেখ-যোগ্যযে ৺অনন্তদেৱ গোস্বামীয়ে নিজ অধিকাৰৰ গাদী তুচ্ছজ্ঞান কৰি

বাইজৰ লগতে কলপাতত আসন গ্ৰহণ কৰিছিল।

### আইন অমান্য আন্দোলনৰ উদ্দেশ্যে নগাঁৱলৈ যাত্ৰা :—

পূৰ্ণ স্বাধীনতা আৰু আইন অমান্য আন্দোলনৰ সিদ্ধান্ত ১৯২৯ চনৰ ডিচেম্বৰ মাহৰ ৩১ তাৰিখে মাজৰাতি লাহোৰ অধিবেশনত লোৱা হৈছিল। গান্ধীক আইন অমান্য আন্দোলনৰ সম্পূৰ্ণ কৰ্তৃত্ব দিয়া হৈছিল। গান্ধীয়ে ১৯৩০ চনৰ মাৰ্চ মাহৰ ১২ তাৰিখে লোণ আইন উলঙ্ঘা কৰিবলৈ ডাণ্ডিলৈ যাত্ৰা কৰিলে। ভাৰতবৰ্ষৰ অন্য ঠাইৰ দৰে কলীয়াবৰীয়ায়ো গান্ধীৰ সেই আদৰ্শ-আগ্ৰহেৰে গ্ৰহণ কৰিলে। সৰ্বশ্ৰী থাণু ভূঞা আৰু তুৰাকান্ত গোস্বামীদেৱৰ নেতৃত্বত কলীয়াবৰৰ হাজাৰ বিজাৰ নৰনাৰী শোভাযাত্ৰা কৰি নগাওঁ অভিমুখে যাত্ৰা কৰিছিল। এই শোভাযাত্ৰাত ৰাষ্ট্ৰীয় পথৰ কাষৰ গাওঁবিলাক স্পৰ্শ কৰি যোৱা হৈছিল। তিনিদিনৰ মূৰত কলীয়াবৰীয়া বাইজ নগাওঁ পাইছিলগৈ। এই শোভাযাত্ৰাই নগঞা ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছিল। কলীয়াবৰৰ তেলীয়া গাঁৱৰ বহুতো মহিলাই এই শোভাযাত্ৰাত যোগ দিয়াটো উল্লেখযোগ্য। আইন অমান্য আন্দোলনতে শ্ৰীথাণু ভূঞা দেৱক গুৰুত্বৰ ভাৱে আঘাট কৰিছিল ১৪৪ ধাৰা ভঙ্গৰ অপৰাধত।

### নগাওঁ জুবিলী পথাৰত পতাকা উত্তোলন :—

নগাওঁ জিলা কংগ্ৰেছ কমিটিৰ সভাপতি অক্লান্ত কৰ্মী ৺হলধৰ ভূঞাদেৱৰ নিৰ্দ্দেশক্ৰমে কলীয়াবৰৰ স্বেচ্ছাসেৱিকাসকলে ২৬ জানুৱাৰীৰ দিনা পতাকা উত্তোলনত যোগদান কৰিছিল কিয়নো লাহোৰ কংগ্ৰেছে সেই দিনটি স্বাধীনতা দিবস হিচাবে পালন কৰিবলৈ সিদ্ধান্ত লৈছিল। ৺তুলসী শইকীয়া, ৺গুণেশ্বৰী দেৱী, ৺মোহিনী গোঁহাই, শ্ৰীতুৰাকান্ত গোস্বামী, সুৰেণ পাল, কিৰণ বালা, দৰবাইমেছ, মুক্তাবালা বৈষ্ণৱী আদিক ৰাউটলেচ চাহাবে সশস্ত্ৰ বাহিনীৰে প্ৰহাৰ কৰায় আৰু গ্ৰেপ্তাৰ কৰি জেললৈ নিয়ে। উল্লেখযোগ্য যে পতাকা উত্তোলন কৰোতে পতাকাৰ এফালে পুলিচ বাহিনী আৰু অন্যফালে ওপৰোক্ত মহিলাসকলৰ লগত জাতীয় পতাকা লৈ টনাআজোৰাৰ দৃশ্যই নগাওঁ বাসীক আতঙ্কিত কৰিছিল। সেই দিনাই পুৰণি গুদামৰ

শ্ৰীনৰেন্দ্ৰ নাথ হাজৰিকাৰ নেতৃত্বত মৰণাৰীৰ এটি শোভাযাত্ৰা জুবিলী পথাৰ পাওঁ পাওঁ হওঁতে পুলিচ বাহিনীয়ে লাঠিৰে শকমবাদি মৰিয়াই শ শ মানুহক ঘূণীয়া কৰিছিল। এই দৃশ্য আছিল বৰ কৰুণ। লোকনেতা ৺হলধৰ ভূঞাদেৱৰ তত্ত্বাৱধানত এই আহত লোকসকলৰ চিকিৎসাৰ ব্যৱস্থা কৰা হৈছিল।

## হৰতাল পালন :-

৺মতিলাল নেহেৰুৰ স্বৰ্গী হোৱা বাতৰি পোৱাৰ লগে লগে কলীয়াবৰ কংগ্ৰেছ কমিটিৰ নিৰ্দেশ ক্ৰমে স্বেচ্ছাসেৱক বলীৰাম শইকীয়াই অথলাবন্ধা বজাৰলৈ অহা লোকক হৰতাল পালন কৰিবলৈ অনুৰোধ কৰা অপৰাধত কলীয়াবৰ থানাৰ দাৰোগাই বৰাক প্ৰহাৰ কৰে। এই কাৰ্য্যত ৰাইজ উত্তেজিত হৈ বজাৰত বেচিবলৈ অনা বস্তু য'তে ত'তে এৰি দাৰোগাজনক ধৰিবলৈ খেদি গল। দাৰোগাজনে নাগৰাজচেৰমলৰ দোকানত সোমাই কোনোমতে প্ৰাণৰক্ষা কৰিলে। ইয়াৰ পাচত বজাৰ বহু সপ্তাহ বন্ধ হৈ আছিল।

কুঁৱৰীটোল চাৰিআলিত হোৱা ৰাজহুৱা সভাত বক্তৃতা দিয়াৰ অৱস্থাতে পণ্ডিত ৺কনক চন্দ্ৰ শৰ্মাক পুলিছে গ্ৰেপ্তাৰ কৰে।

## ক'লা পতাকা প্ৰদৰ্শন :—

অসমৰ গৱৰ্ণৰ চাৰ্ লৰি হেমন্ উজনী অসম ভ্ৰমণ কৰিবলৈ আহোঁতে কলীয়াবৰত ক'লা পতাকা প্ৰদৰ্শন কৰা হৈছিল।

## সত্যাগ্ৰহ আন্দোলনত কলীয়াবৰ :

ইংৰাজ চৰকাৰে জাৰ্মানৰ বিৰুদ্ধে ভাৰতবৰ্ষৰ হৈয়ো যুদ্ধ ঘোষণা কৰিলে। ভাৰতৰ জনমত নোলোৱাকৈ ভাৰতৰ হৈ যুদ্ধ ঘোষণা কৰাত তাৰ প্ৰতিবাদ কৰে মহাত্মাগান্ধীয়ে সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিলে। এই আন্দোলনত কলীয়াবৰে পূৰ্ণ সহযোগ আগবঢ়ালে। কলীয়াবৰৰ সত্যাগ্ৰহীসকলে কলীয়াবৰত সত্যাগ্ৰহ কৰাৰ উপৰিও নগাঁও, জামুগুৰি,

কঠিয়াতলী, জুৰীয়া, ৰূপহী, পানীগাওঁ, সূতাৰগাওঁ, পুৰণিগুদাম, চামগুৰি আদি ঠাইত সত্যাগ্ৰহ কৰিছিল। এই সত্যাগ্ৰহকাৰী লোকসকল আছিল কুঁৱৰীটোলৰ শ্ৰীথাম্বু ভূঞা আৰু ৺বদন চন্দ্ৰ বৰদলৈ, সোণাৰী গাঁৱৰ শ্ৰীপদ্মকান্ত হাজৰিকা, পুৰথৰীয়াৰ ৺পূৰ্ণ ভূঞা সৰ্বশ্ৰী বলো ভূঞা, কলীৰাম বৰুৱা, বিষ্ণু ভূঞা, ভোগেশ্বৰ নেওগ আৰু ভোগেশ্বৰ কাকতী; ধনেখোৱাৰ ৺গোলোক হাজৰিকা, পুৰণি সত্ৰৰ ৺দন্দিৰাম বৰুৱা, গাঁবিকুৰিৰ শ্ৰীৰমাকান্ত বৰা আৰু কামাখ্যাৰ ৺ঘনকান্ত বৰঠাকুৰ।

## কলীয়াবৰত সাম্প্ৰদায়িকতাৰ ধ্বংসযজ্ঞ :

অসহযোগ আন্দোলন চলি থকা অৱস্থাতে বৃটিশ প্ৰধান মন্ত্ৰীয়ে তেওঁৰ কুখ্যাত সাম্প্ৰদায়িক বাটোৱাৰা ঘোষণা কৰিলে। গান্ধীয়ে ইয়াৰ তীব্ৰ প্ৰতিবাদ জনাই পুনা জেলতে অনশন আৰম্ভ কৰে। এই সময়ত ভাৰতৰ হৰিমন্দিৰ সমূহ হৰিজনসকলৰ বাবে মুকলি কৰি দিয়া হৈছিল। কলীয়াবৰত ৺অনন্তদেৱ গোস্বামীয়ে সত্ৰৰ নামঘৰত চিলাবন্ধা কৈৱৰ্ত্ত গাঁৱৰ ৰাইজৰ দ্বাৰা ভাওনা আৰু একেলগে সকলোৱে প্ৰসাদ গ্ৰহণ কৰিবলৈ অনুমতি প্ৰদান কৰিলে হয় কিন্তু সেই ভাওনা তাত নহৈ চিলাবন্ধা গাঁৱৰ নামঘৰতহে হ'ল। তাত সকলোৱে একেলগে ভাওনা-সবাহ কৰিছিল।

## গণবিপ্লৱত কলীয়াবৰ :—

১৯৪২ চনৰ ৯ আগষ্ট তাৰিখে বোম্বাইত গ্ৰহণ কৰা হ'ল সেই ঐতিহাসিক সিদ্ধান্ত "কৰিম কিম্বা মৰিম।" এটা প্ৰস্তাৱত কোৱা হৈছিল বিশ্বৰ শোষিত জনগণৰ মুক্তিৰ বাবে সেই সংগ্ৰাম। স্বাধীন-ভাৰতৰ মহান উদ্দেশ্য সাৰোগত কৰি মহামানৱ মহাত্মাগান্ধীৰ নেতৃত্বত এইবাৰ শেষ সংগ্ৰাম বিয়াল্লিছৰ গণবিপ্লৱত জপিয়াই পৰিবলৈ সেই প্ৰস্তাৱত ঘোষণা কৰা হৈছিল। ইয়াৰ সহাৰি অসমে দিছিল। অসংখ্য শ্বহীদৰ তেজেৰে ভাৰতমাতাৰ বিষাদেৰে ক'লা হৈ থকা মুখখনে ৰঙা বং

সানিছিল। অসমে গণবিপ্লৱত যি ইতিহাস ৰচনা কৰিলে সেই ইতিহাস বৰহমপুৰ, কলীয়াবৰ, বহা, বাৰপুজীয়া, বেবেজীয়া, ঢেকীয়াজুলি বা গহপুৰৰ জনগণৰ কেচাতেজৰ বিনিময়তে ৰচনা হোৱা ইতিহাস।

"দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি গণ্য কৰা অসমীয়াই গণবিপ্লৱত প্ৰমাণ কৰি দিলে যে দেশতকৈ মোমাই কিয় নিজৰ প্ৰাণটিও আনকি ডাঙৰ নহয়। তাৰেই প্ৰমাণ দেখুৱালে কনকলতা, মুকুন্দ কাকতী, ভোগেশ্বৰী ফুকননী, তিলক ডেকা, কমলা মিৰি, ঠগী সুত, হেমৰাম পাতৰ গুনাভি বৰদলৈ, লক্ষ্মী হাজৰিকা, কুশল কোঁৱৰ আদি স্বহীদ সকলে। এনে হাজাৰ হাজাৰ বীৰ বীৰাঙ্গনাৰ মহান ত্যাগৰ বিনিময়তে আমাৰ স্বাধীনতাৰ বন্তিগছি জ্বলি উঠিল। এওঁলোকে যি ইতিহাস ৰচনা কৰিলে সেই ইতিহাস তেজেৰে লিখা ইতিহাস। যুগে যুগে দেশে দেশে এই বীৰ বীৰাঙ্গনাৰ সন্মান ম্লান হ'ব নোৱাৰে; দ্বিগুণে বাঢ়ি বিশ্বক মুক্তিৰ বাণী শুনাই যাব।

বৃটিশৰ স্বাধীনতা, জাতীয়তা, স্বৰাজৰ প্ৰতি আওকাণে আৰু ভাৰতবাসীৰ মৰ্মবাণী ভৰিৰে মোহাৰি পেলোৱাৰ কাৰণে দেশৰ জনগণে বৃটিশ চৰকাৰক যি কোনো মুহূৰ্ত্তত ধ্বংশ কৰি পেলোৱাৰ প্ৰতিজ্ঞা গ্ৰহণৰ ক্ষণতে আহি পৰিল সেই ঐতিহাসিক সিদ্ধান্ত —"কৰিম কিম্বা মৰিম।" ভাৰতবাসীয়ে বিশ্বক দেখুৱাই দিলে যে বন্দুকৰ গুলীৰে মানুহক ভয় খুৱাব পাৰে কিন্তু মূৰ দোৱাব নোৱাৰে; মানুহৰ দেহটি গুলীৰে ক্ষত-বিক্ষত কৰিব পাৰে কিন্তু স্বাধীনতাকামী মনটিত এটি সামান্য আঁচোৰ লগাব পৰা শক্তি কাৰো নাই।

কলীয়াবৰ। অসমৰ এখন অতি ক্ষুদ্ৰ ঠাই অথচ ইয়াৰ প্ৰতিটি ধূলিকণাৰ এটি গৌৰৱ পূৰ্ণ ইতিহাস আছে। ইতিহাসত ৰেখাপাত কৰি যোৱা কলীয়াবৰৰ সন্তানে অসমী আইৰ সন্তান সকলৰ লগতে নিজৰ ক্ষুদ্ৰ পঁজাটিৰ পৰা ওলাই আহিল এই ধ্বনি তুলি —"কৰিম কিম্বা মৰিম।" "বিশ্ববিজয়ী নযোৱান" হঁতৰ গাত মহাত্মাৰ স্বাধীনতা মন্ত্ৰত দেওধনী লাগিল। সেই তেজ— সেই দুৰ্বাৰ শক্তি শান্ত কৰা শক্তি যেন কাৰো নাছিল।

'৪২ৰ ৯ আগষ্টৰ দিনা গান্ধীজীকে প্ৰমুখ্যে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ কাৰ্য্যকৰী সদস্যসকলক অতৰ্কিতে গ্ৰেপ্তাৰ কৰিলে। অসমত গ্ৰেপ্তাৰ হ'ল বিষ্ণু মেধী, ফখৰুদ্দিন আহমেদ, দেবেশ্বৰ শৰ্মা, মৌলানা তৈয়বুল্লা, গোপীনাথ বৰদলৈ আদি ব্যক্তি সকল। এনে কাৰ্য্যত অৱস্থা জুইত ঘিউ ঢলাৰ দৰেহে হ'ল। এই গ্ৰেপ্তাৰৰ প্ৰতিবাদ কৰি কলীয়াবৰ কংগ্ৰেছ কমিটিয়ে কেন্দ্ৰীয় কাৰ্য্যালয় ( চতিয়াল ) প্ৰাঙ্গণত এখন বিৰাট ৰাজহুৱা সভা আহ্বান কৰিলে। সভাখন হৈছিল ১১ তাৰিখে। অবাল-বৃদ্ধ বনিতাই ভাৰতীয় নেতাসকলৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদ জনাই উত্তেজিত হৈ পৰে আৰু বৃটিশ চৰকাৰৰ বিপক্ষে গণবিপ্লৱ আৰম্ভ কৰাৰ সংকল্প গ্ৰহণ কৰিলে।

কলীয়াবৰৰ ৰাইজৰ মাজত মিলিটেৰী আৰু পুলিচৰ নানা ধৰণৰ অত্যাচাৰ- উৎপীড়ন হবলৈ ধৰিলে। এই অত্যাচাৰ উৎপীড়ন আওকাণ কৰি ৰাইজ দুগুণ উৎসাহেৰে বিপ্লৱত উবুৰি খাই পৰিল। নগাওঁ জিলা কংগ্ৰেছ কমিটিয়ে ইয়াৰ কেইবা জনো সেৱকক জিলাৰ বিভিন্ন ঠাইত সংগঠনৰ কামত নিযুক্ত কৰি গণবিপ্লৱৰ পৰিসৰ বৃদ্ধি কৰে। এই সময়ত কলীয়াবৰত কেইবাটাও প্ৰাথমিক গঠন হৈছিল আৰু সকলো প্ৰাথমিকতে একোটা কাৰ্য্যালয় স্থাপন হৈছিল। এই প্ৰাথমিকসমূহত প্ৰশিক্ষণ প্ৰাপ্ত নায়কৰ অধীনত একোটা শান্তি সেনা দল গঠন হৈছিল। কলীয়াবৰত শান্তিসেনাৰ সংখ্যা আছিল বাৰশ। প্ৰাথমিকৰ কাৰ্য্যালয়বিলাক পুলিচ মিলিটেৰীয়ে কাটি-চিঙি বা পুৰি ধ্বংশ কৰে।

৯ আগষ্টত নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদ কৰি ১২ আগষ্টত কলীয়াবৰত এটি বিৰাট শোভাযাত্ৰাৰ আয়োজন কৰা হয়। শ্ৰীধাষু ভুঞাৰ নেতৃত্বত প্ৰায় নহেজাৰ নৰনাৰীৰ এটি শোভাযাত্ৰা কেন্দ্ৰীয় কাৰ্য্যালয়ৰ পৰা আৰম্ভ হৈ জখলাবন্ধা শিলঘাটেৰে আহি আকৌ কেন্দ্ৰীয় কাৰ্য্যালয় পাইছিলহি। সভা আৰু শোভাযাত্ৰাৰ বাবে কলীয়াবৰৰ ওপৰত চৰকাৰৰ চোকা দৃষ্টি পৰিল। সেইদিনা ৰাতি উক্ত ভুঞাদেৱৰ ঘৰ মিলিটেৰীয়ে ঘেৰাও কৰে আৰু লোকজোকালিতে তেওঁক গ্ৰেপ্তাৰ কৰে।

**ধৰমপুৰৰ ঘটনা :—**

৩১ আগষ্ট তাৰিখে ৰাতি ১টামান বজাত গোটেই ধৰমপুৰ গাওঁ মিলিটেৰীয়ে ঘেৰাও কৰে। শেষৰাতি বেৰঘৰ ভাঙি মিলিটেৰীবিলাক ঘৰে ঘৰে সোমায় গল। মুনিহ তিকতা সকলোকে শোৱাৰ পৰা টনা আজোৰা কৰি মাৰিপিটি বাহিৰলৈ লৈ আহে। চেগবুজি সিহঁতে বহুত তিকতাক পাশবিক অত্যাচাৰ কৰিবলৈ পাহৰা নাছিল। বহুতকে বিবস্ত্র কৰি এৰি দিছিল : ভিতৰত থকা ধান মাহ চাউল সিচৰিত কৰি ভাতৰ চৰু, কলহ টেকেলী আদি ভাঙি নষ্ট কৰিছিল। বাস্তবিকতে সেই সময়ত গোটেই জিলাখনেই "নৈশ শক্তি"ৰ প্ৰভাৱত আছিল আৰু ধৰমপুৰত তাৰেই আখৰা চলিছিল। সেই গাঁৱৰ পুৰুষসকলক ৰাতিপুৱাৰ লগে লগে একঠাই কৰিলে। গোহালীৰ গৰুবিলাক খুলি দি সেই পথা আনি তাৰে ৪৫ জনকৈ বান্ধি গৰুজাক খেদোৱাদি খেদি আনি থানা পোৱালেহি : পুৰুষহীয়া জাৰ, কাৰোগাত কানিকাপোৰ নাছিল। মানুহখিনি বেলি ওলোৱাৰ আগতেই থানাত আনি হাজিৰ কৰাইছিলহি। সেই নিষ্ঠুৰ নিশাটিত মিলিটেৰীয়ে সেই গাঁৱত ধান চাউল নষ্ট কৰাৰ বাহিৰেও প্ৰায় চৌধশ উনষাঠি টকাৰ ধন বস্তু অপহৰণ কৰিছিল। জানিব পৰা গৈছে যে কুঢ়িমাৰি বজাৰৰ মহলদাৰে বজাৰৰ মাচুল সেইবাইজে বন্ধ কৰিছে বুলি মিছা বাতৰি দি মিলিটেৰীৰে তেনে অত্যাচাৰ কৰাইছিল। এহাতে মহাত্মা গান্ধীয়ে বিদেশী শাসনৰ বিৰুদ্ধে মুক্তি আন্দোলনৰ পাতনি মেলিছিল আৰু অন্য হাতে এমখা স্বজাতি দ্ৰোহীয়া বিদেশীৰ আনুগত্য হৈছিল।

**১৪৪ ধাৰা অমান্য :—**

বৃটিশ চৰকাৰে গণবিপ্লৱত কোনো লোকে সভা সমিটি পাতি চৰকাৰৰ বিৰুদ্ধে কোনো প্ৰচাৰ কৰিব নোৱাৰিব বুলি সমগ্ৰ ভাৰতত ১৪৪ ধাৰা আইন জাৰি কৰে। ইয়াৰ মাজতে কলীয়াবৰীয়াই ৰাজহুৱা সভা আহ্বান কৰিলে। কংগ্ৰেছ কমিটিয়ে ৺সোমকান্ত হাজৰিকা দেৱক (আখিৰভাৰ)

১৪৪ ধাৰা ভঙ্গ কৰিবলৈ নিৰ্দ্দেশ দিলে। ৺হাজৰিকা দেৱে ১৪৪ ধাৰা ভঙ্গ কৰা সম্পৰ্কত বক্তৃতা দি থাকোতেই তিনি ডজন মিলিটেৰী আহি সভাস্থলৰ চৌদিশ আগুৰি ধৰিলে। সিহঁতে বন্দুকেৰে খুন্দিয়াই, সঙ্গীনেৰে খুচি মানুহক অত্যাচাৰ কৰিবলৈ ধৰিলে। এই অত্যাচাৰত বহুত পুৰুষ-মহিলাৰ জখম হয়। কাৰ্য্যালয়ৰ কাগজ-পত্ৰ বাচন-বৰ্তন আদিও লৈ যায়। এই সংক্ৰান্তত ৺সোমকান্ত হাজৰিকা, ৺ঈশ্বৰ হাজৰিকা, ৺বিনন্দ শইকীয়া, ৺নবকান্ত ওজা, ৺জালি ওজা, ৺জালিৰাম গগৈ, শ্ৰীমুক্তিনাথ গোস্বামী আৰু শশীকান্ত গোঁহাইক গ্ৰেপ্তাৰ কৰে। এই সৰ্বনশীয়া ঘটনাটি ঘটিছিল চতিয়াল হৰিমন্দিৰৰ প্ৰাঙ্গণত।

**কুঠৰী- প্ৰাথমিকত অত্যাচাৰ :—**

কুঠৰী প্ৰাথমিক কংগ্ৰেছ কমিটিয়ে কুঠৰী বাগানৰ বনুৱাৰ মাজত স্বাধীনতাৰ বাণী প্ৰচাৰ কৰাত বাগানৰ মেনেজাৰ অতীষ্ঠ হৈ নায়ক জয়ৰাম বৰা আৰু শান্তিসেনা সকলক বাগানৰ বনুৱা লগাই মৰাইছিল। জয়ৰাম বৰাৰ সাংঘাটিক ৰূপে আহত হৈছিল। এই ঘটনাৰ ১৫ দিন মানৰ পাচত কুঠৰী নামঘৰত এখন ৰাজহুৱা সভা হৈছিল। সভা বহি থকা অৱস্থাত উক্ত মেনেজাৰ মেক্ৰণ চাহাবে তিনিখন ট্ৰাকত কিছুমান মিলিটেৰী লৈ নামঘৰত সোমাই লক্ষী শইকীয়া, গঙ্গা বৰা, কাম্নু শইকীয়া, লক্ষণ শইকীয়া, আনন্দ বৰুৱা, নবিন শইকীয়া আৰু ৺হিৰা ৰাজখোৱাক গ্ৰেপ্তাৰ কৰে। গ্ৰেপ্তাৰ কৰা আৰু অন্যলোকক সাংঘাটিক ধৰণেৰে মাৰপিট কৰি জখম কৰে। ইয়াৰ কাৰ্য্যালয়টি পুৰি ধ্বংশ কৰা হ'ল।

**পাইকাৰী জৰিমনা : ৰাইজৰ দুৰ্গতি :—**

(ক) চতিয়ালত

'৪২ৰ ৯ চেপ্তেম্বৰ তাৰিখে প্ৰায় এশজন মিলিটেৰীলৈ জিলাৰ ৰখচাহাব, পুলিচ চাহাব আৰু ইউৰোপীয়ান কামাণ্ডাৰে শেৰনিশা বৰুৱা চুক, মাজ চতিয়াল, পুৰণি সত্ৰ, নাম চতিয়াল আদি গাওঁ ঘেৰাও কৰিলে।

পুৰা সকলো পুৰুষকে নানা ধৰণেৰে মাৰকিল কৰি ঘৰৰ ভিতৰৰ পৰা উলিয়াই আনি চতিয়াল শঙ্কৰ মন্দিৰ প্ৰাঙ্গণত শাৰী কৰাই ৰবচাহাবে কৈছিল “তোমালোকৰ ওপৰত চৰকাৰে পাইকাৰী জৰিমনা নিৰ্দ্ধাৰণ কৰিছে, তোমালোকে আদায় দিব লাগিব।” ৰাইজে উত্তৰ দিছিল— “কি পাইকাৰী জৰিমনা আমি বুজা নাই আৰু জৰিমনা দিবলৈ আমি দোষ কৰা নাই।” ৰবচাহাবে কৈছিল— “তোমালোক কলীয়াবৰৰ মাজুৰে বেলৰ লাইন; দলং আৰু থেৰ পুৰিছে। সেই কাৰণে তোমালোকে জৰিমনা দিব লাগিব।” ৰাইজ নিৰুপায় হৈ কোনো কোনোৱে নিজ ঠিকঠাৰ গহনা বন্ধক দি জৰিমনা আদায় কৰিছিল। যি সকলে বন্ধক দিবলৈ নাপালে সেই সকলৰ অলঙ্কাৰ-পাতি লৈ গৈ থানাত জমা ৰাখিলেগৈ। মুঠতে ১৬৪৩২৭৫ টকা জৰিমনা আদায় কৰিছিল।

খ) পুৰথৰীয়াত :—

পুৰথৰীয়া মাধৱতাৰি কিচামতৰ পাইকাৰী জৰিমনা আদায় কৰিবলৈ ওপৰোক্ত বিষয়াসকল পুৰথৰীয়া বালিকা স্কুলত উপস্থিত হ'ল। মিলিটেৰি বিলাক ঘৰে ঘৰে গৈ পুৰুষ সকলক ঘোচা কিল মাৰি লৈ আহিল সেই স্কুললৈ। স্কুলৰ চোতালত সকলোকে শাৰী কৰে আৰু জৰিমনা আদায় কৰিবনে নহয় সুধিলে। ৰাইজ জৰিমনা দিবলৈ অমান্তি হ'ল। গতিকে ৰাইজক পুৱাৰ পৰা গধূলিলৈকে ঠিয়তে ৰাখিলে। গা-মূৰ খজুৱালেও মাৰকিল খাব লাগিছিল। এনেদৰে তিনি দিন ৰাখিও জৰিমনা আদায় কৰিব নোৱাৰিলে।

চতুৰ্থ বাৰত প্ৰায় পাঁচ ডৰ্জন মিলিটেৰী আহি স্কুলতে বলহি— । মুক্তিযোদ্ধা ওপৰত দিন ৰাতি নানা অত্যাচাৰ আৰম্ভ হ'ল। ৺আনন্দ শইকীয়াৰ ঘৰৰ পাঞ্জেং চকী, মেজ কাটিচিঙি নষ্ট কৰিলে। শ্ৰীভোগেশ্বৰ নেওগৰ ঘৰদুৱাৰ চকী; মেজ কাপোৰ কানি আদি নষ্ট কৰিলে। শ্ৰীনলিনী শইকীয়াৰো ঘৰৰ ভাঙি খাদ্য বস্তু নষ্ট কৰিলে। ইয়াৰ বাহিৰেও অন্য লোকৰ ঘৰতো ধান, মাহ, সৰিয়হ, চাউল আদি সিচৰিত কৰে; কলহ, লোটা, বাতি-বটিও মৰিয়াই ভাঙি যায়। এই অত্যাচাৰত

িকত্তা মানুহবিলাক হাবিয়ে জংঘলে বুকুত কেচুৱালৈ আশ্রয় লৈছিল। এই চেগতে মিলিটেৰীয়ে বহু ধন সোণ হস্তগত কৰে। মিলিটেৰীয়ে সৰ্ব্বমুঠ ২৭৮৯.৫০ টকা পাইকাৰী জৰিমনা আদায় কৰে। ক্ষয়ক্ষতিৰতো কথাই নাই।

## নাৰী ধৰ্ষণঃ অত্যাচাৰ ঃ—

এই অত্যাচাৰে কলীয়াবৰৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীত এটি উল্লেখযোগ্য স্থান অধিকাৰ কৰিছে। এনে অত্যাচাৰে ১৯৭১ চনত বাংলা দেশৰ নাৰীৰ ওপৰত পাকিস্তানী সৈন্যই চলোৱা নিৰ্মম অত্যাচাৰলৈ মনত পেলাই দিয়ে। এই অত্যাচাৰ ভোগকৰা নাৰীকেইগৰাকী হ'ল কুঁৱৰীটোলৰ শ্ৰীথামু ভূঞাৰ পৰিবাৰ শ্ৰীসুমিত্ৰা ভূঞা, কুঁৱৰীটোলৰে ৺মোহিনী হাজৰিকা, ধৰমপুৰৰ শ্ৰীকলিমাই গায়ন, শ্ৰীৰঞ্জন ভূঞা আৰু ৺পানৈ ৰৰা।

## ৪২ ৰ সংগঠন ঃ

বিয়াল্লিছৰ গণবিপ্লৱত সাংগঠনিক দিশত কলীয়াবৰে কেনে ভূমিকা গ্ৰহণ কৰিছিল সেই কথা স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীত এটি আদৰ্শৰ বস্তু হৈ থাকিব। সংগঠনৰ প্ৰশিক্ষণ দিয়াৰ পিচতে চামগুৰি চাৰ্কেলত প্ৰাথমিক গঠন কৰা হয় আৰু অৱস্থা জৰুৰী বাবেই একোখন শাখা কমিটিও লগে লগেই গঠন কৰা হয়। কলীয়াবৰত ৩০ টা প্ৰাথমিক গঠন হৈছিল। এই কেইটা হৈছে— পুৰথৰীয়া, মাধতাৰি, নামসোণাৰি গাওঁ, ওপৰ সোণাৰি গাওঁ, ধৰমপুৰ, নলতলী, গৰৈমাৰি, নিজকলীয়াবৰ ওপৰ বৰভগীয়া, নিজ চিলাবন্ধা, কুঁৱৰীটোল, চাৰিআলি, দেউৰী চিলাবন্ধা, জমথলা, চামধৰা, ওপৰ চাতিয়াল, বগাগড়া, কুঠৰী, মিছামুখ হলোৱাগাওঁ, কুঁৱৰীটোল, গোমোঠা, সকভগীয়া, কুঁৱৰীটোল মাধৱগাওঁ, দলগাওঁ, শাকমুঠি ভৰালী, হাতবৰ, চতিয়াল, শিৱস্থান গড়গুৰি, হাতীয়েখোৱা তেলীয়াগাওঁ আৰু কুটিমাৰী। বিশেষ লক্ষ্য কৰিবলগীয়া এইয়ে যে ৯ আগষ্টৰ পিচতো

'কেইবাটাও প্ৰাথমিক গঠন কৰা হৈছিল কিন্তু পলাতক অৱস্থাত থকা হেতু সম্পূৰ্ণ তথ্য ৰখা নহল। এই বৈ যোৱা প্ৰাথমিক সমূহ হৈছে আমবাগান, চুলুং, জেঙনী, গাথীবে থাটী, কামাখ্যা, নামগাওঁ, গটঙা, ছাব বাগৰি আৰু হাতীবন্ধা। গ্ৰন্থৰ কলেৱৰ বঢ়াৰ ভয়ত প্ৰাথমিক সমূহৰ লগত জড়িত লোকসকলৰ নাম দিব পৰা নহল।

## '৪২ৰ প্ৰশিক্ষণ :—

'৪২ৰ আন্দোলন সফল কৰি তুলিবৰ বাবে প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হৈছিল কাৰণ তাৰ দ্বাৰাহে এটা সু-সংগঠনৰ সম্ভৱ হ'ব। এই বিষয়ে জিলাখনৰ বাবে সাতজন লোকৰ ওপৰত দায়িত্ব আছিল। তাৰ ভিতৰত কলীয়াবৰৰ শ্ৰীসোমেশ্বৰ বৰা, আৰু ৺বদন চন্দ্ৰ বৰদলৈদেৱ 'A' আৰু 'B' অৰ্থাৎ ক্ৰমে সদৰ আৰু চামগুৰিত চুপাৰ্ভাইজাৰ আছিল।

৯ আগষ্টৰ দিনা বোম্বাইত "ভাৰত ত্যাগ কৰা" আদেশ গান্ধীয়ে ঘোষণা কৰিলে আৰু লগে লগে আৰম্ভ হ'ল নেতাসকলৰ বন্দী। কৰ্মী সকলো সাৰিব নোৱাৰিলে ইয়াৰ পৰা। এনে অৱস্থাত আন্দোলন চলাই ৰাখিবলৈ দৰ্কাৰ হৈছিল মৃত্যু বাহিনীৰ যাৰ উদ্দেশ্য আছিল "উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন।" কলীয়াবৰত মৃত্যু বাহিনী গঠন কৰা হ'ল। আন্দোলনৰ কাম নিয়াৰিকৈ চলাবলৈ কৰ্মীসকলক পলাই থাকিবলৈ নিৰ্দ্দেশ আছিল।

## কলীয়াবৰৰ শান্তিসেনা :—

ভাৰতীয় জাতীয় কংগ্ৰেছৰ নিৰ্দ্দেশক্ৰমে গাঁৱৰ শান্তি ৰক্ষাৰ বাবে শান্তিসেনাৰ দল গঠন হৈছিল। তাত প্ৰশিক্ষণৰো ব্যৱস্থা আছিল। কলীয়াবৰত শান্তিসেনা কেনেকৈ গঠন কৰা হৈছিল তাৰে এটি আভাস দিয়া হ'ল। পূৱথৰীয়া ভিঞাৰি গাঁৱত ৺নন্দিৰাম ভূঞাৰ নেতৃত্বত (নায়কত্বত) ২৫ জন, পূৱথৰীয়াত শ্ৰীবিষ্ণু ভূঞাৰ নায়কত্বত ১৯ জন, ওপৰ পূৱথৰীয়াত দেউৰাম ভূঞা আৰু শ্ৰীভোগেশ্বৰ নেওগৰ নায়কত্বত ১৯ জন, মাজ পূৱথৰীয়াত গণেশ বৰুৱাৰ অধীনত ২০ জন, সোণাৰী গাঁৱত

৺ঘনকান্ত বৰঠাকুৰৰ অধীনত ১৮ জন, ওপৰ সোণাৰী গাঁৱত বিমানন্দ হাজৰিকাৰ অধীনত ১৫ জন, বৰভকতি মিৰিভেটিত সত্য নাথ শৰ্মা বৰদলৈৰ অধীনত ৩০ জন, নিজচিলাবন্ধাত শ্ৰীলক্ষী ৰাম ওজাৰ অধীনত ৩৪ জন, মাধৱ দেউৰী গাঁৱত ভোলানাথ বৰা আৰু পূৰ্ণ কান্ত বৰদলৈৰ অধীনত ৩০ জন, কুঁৱৰীটোলত চেনাৰাম শৰ্মাৰ অধীনত ১৩ জন, দেউৰী চিলাবন্ধাত হেম কাকতী আৰু ৺বিদ্যা নাথৰ অধীনত ১৭ জন, নলতলীত শ্ৰীভোগাই ভূঞাৰ অধীনত ২২ জন, ওপৰ বৰভগীয়াত নদাই হাজৰিকাৰ অধীনত ২২ জন, পানীগাঁৱত শ্ৰীউপেন মেধীৰ অধীনত ২০ জন, হালোৱা গাঁৱত ৺দুৰ্লভ বৰাৰ অধীনত ১১ জন, শাকমুঠি গাঁৱত শ্ৰীধনেশ্বৰ বৰাৰ অধীনত ৩০ জন, বগাজনত দন্দিৰাম সুতৰ অধীনত ৩৯ জন, ওপৰ চতিয়ালত শ্ৰীতুৰাৰাম শৰ্মাৰ অধীনত ১৩ জন, বকৰাচুকত কালৰাম বৰুৱাৰ অধীনত ১৪ জন, চতিয়ালত ৺ঘনকান্ত বৰাৰ অধীনত ২৬ জন, নাম চতিয়ালত ৺নোমল শইকীয়াৰ অধীনত ২১ জন, নসত্ৰত শ্ৰীবগাই বৰাৰ অধীনত ১০ জন, চিপহাত শ্ৰীপূৰ্ণকান্ত মহন্তৰ অধীনত ১১ জন; হাতবৰত শ্ৰীঘন কান্ত বৰাৰ অধীনত ৫ জন, সোন্দৰত শ্ৰীঅলিৰাম শইকীয়াৰ অধীনত ৮ জন, বৰিগাৱত শ্ৰীৰত্ন কান্ত গায়নৰ অধীনত ১১ জন, আখিৰঙ্গাত ৺খৰ্গেশ্বৰ হাজৰিকাৰ অধীনত ১০ জন, গাঁৰিকুৰিত শ্ৰীমিনাৰাম হাজৰিকাৰ অধীনত ১০ জন, দলগাওঁ আৰু দলগাওঁ মুছলমান গাৱত নায়ক ইন্দ্ৰেশ্বৰ শৰ্মা বৰঠাকুৰ আৰু ভোগেশ্বৰ বৰাৰ অধীনত ২৮ আৰু ভৰালীত শ্ৰীবেথাৰাম বৰাৰ অধীনত ১৫ জন শান্তি সেনা গঠন কৰা হৈছিল।

অন্যান্য ব্যৱস্থা :—

১৯৪২ আৰু ১৯৪৩ চনত এজন সভাপতি গ্ৰেপ্তাৰ কৰিলে পিচত কোন সভাপতি হ'ব তাৰ সুন্দৰ ব্যৱস্থা ৰখা হৈছিল। এই মতে কলীয়াবৰ কংগ্ৰেছে সভাপতি সকলক ক্ৰমে এইদৰে নিৰ্বাচন কৰিছিল যেনে ৺সোমকান্ত হাজৰিকা (আখিৰঙ্গা), শ্ৰীৰজনী গোস্বামী (ভৱাগুৰি), শ্ৰীভুমি মুদৈ (পানীগাওঁ), ৺পদ্মকান্ত হাজৰিকা (ওপৰ বৰভগীয়া), ৺জানন্দ শইকীয়া

(পুৰথৰীয়া), জীৱন হাজৰিকা (সোনাৰী-গাওঁ), ৺গুনেশ্বৰী দেৱী (জখলাবন্ধা), ৺শিনদ শইকীয়া (চতিয়াল), ভোগেশ্বৰ ভূঞা (মলতলী), শ্ৰীৰতীন্দ্ৰ বানাৰ্জী (সকভগীয়া), শ্ৰীসুমিত্ৰা ভূঞা (কুঁৱৰীটোল চাৰিআলি), ৺লক্ষী গোস্বামী (শ্ৰবনী), ধীৰেন্দ্ৰ চক্ৰবৰ্ত্তী (লাওখোৱা) আৰু ৺শশীকান্ত বৰদলৈ (কুঁৱৰীটোল)।

## স্বাধীনতাৰ বাবে নিৰ্য্যাতন :-

দেশৰ স্বাধীনতাৰ বাবে কলীয়াবৰীয়াই নিৰ্য্যাতনৰ যি নিদৰ্শন দেখুৱালে সেইয়া স্বাধীনতাৰ ইতিহাসত সোণালী আখৰেৰে লিখা থাকিব। অৱশ্যে এইখন ঠাইয়ে শ্বহীদ দিব পৰা নাই কিন্তু ইয়াৰ সমস্ত নৰনাৰীৰ যি মহান ত্যাগস্বীকাৰ — যি ঐকান্তিক চেষ্টা, যি নিষ্ঠা - সেইখিনি কোনো যুগতে ম্লান নপৰিব। শ্ৰীথানুৰাম ভূঞা ৺গণেশ বৰঠাকুৰ, ৺গুনেশ্বৰী দেৱীৰ পৰা আৰম্ভ কৰি ঔগুৰিৰ ৺তুৰাইলৈকে শ শ কলীয়াবৰীয়াৰ স্বাধীনতা স্পৃহাৰ কথা আমি গৌৰৱেৰে সোৱৰণ কৰিব লাগিব। তলৰ আলোচনাৰ মাজত সেই কথা স্পষ্ট হৈ যাব।

যি কেইজনা ব্যক্তিৰ নেতৃত্বত কলীয়াবৰত স্বাধীনতা সংগ্ৰামৰ জুইকুৰা জ্বলি উঠিছিল সেইসকল ব্যক্তিৰ ভিতৰত জয়জয়তে ৺গণেশ চন্দ্ৰ বৰঠাকুৰ আৰু তেখেতৰ সহধৰ্মিনী ৺গুনেশ্বৰী দেৱী, শ্ৰীথানুৰাম ভূঞা, শ্ৰীতুৰাকান্ত গোস্বামী, শ্ৰীসোমেশ্বৰ বৰা, শ্ৰীৰজনী কান্ত গোস্বামী, ৺সোমকান্ত হাজৰিকা শ্ৰীমুক্তিনাথ গোস্বামী, ৺বদন চন্দ্ৰ বৰদলৈ, ৺জয়ৰাম বৰা, শ্ৰীৰতীন্দ্ৰ বানাৰ্জী, ৺নোমল শইকীয়া, ৺ৰামেশ্বৰ হাজৰিকা, শ্ৰীনলিনী শইকীয়া, আদি ব্যক্তিসকলৰ নাম লব লাগিব। এই সকল ব্যক্তিয়ে স্বাধীনতা সংগ্ৰামত জপিয়াই পৰি যি ত্যাগ আৰু সাহসৰ আদৰ্শ দেখুৱালে সেইয়া আমাৰ ভৱিষ্যতৰ বংশধৰ সকলৰ বাবে শিলৰ খুটি হৈ ৰব। এইসকলৰ বাহিৰেও —

পুৰণি সত্ৰৰ : ৺দন্দিৰাম বকৰা।

ভিঞাৰিৰ : ৺পূৰ্ণকান্ত ভূঞা আৰু ৺নন্দিৰাম ভূঞা।

ভলাগুৰিৰ : শ্ৰীহৰেণ শৰ্মা, শ্ৰীনবিন গোস্বামী, কালিনাথ ভূঞা।

হাতবৰ বামতামুলীৰ : ৺ভোগেশ্বৰ বৰা ।
শাকমুঠিৰ : শ্ৰীলীলাকান্ত বৰা ।
আক্ৰোহাৰ : ৺গোলোক বৰঠাকুৰ ।
চামগুৰিৰ : শ্ৰীবলো ভূঞা ।
ধনেখোৱাৰ : ৺গোলোক হাজৰিকা ।
উলুবনিৰ : ৺পদুম হাজৰিকা ।
চতিয়ালৰ : ৺গাপিৰাম বৰা, ৺পুহিৰাম বৰা, ৺বিনদ শইকীয়া, ৺ক্ষিতি বৰা, আৰু ৺ৰবি বৰা ।
পানীগাৱঁৰ : ভূমি মুদৈ ।
দলগাঁৱৰ : ৺মুকদ্দিন আহমেদ, আৰু ৺মহবুব আলি ।
বালিসত্ৰৰ : শ্ৰীকমল মহন্ত ।
হাতীগাঁৱৰ : শ্ৰীডম্বৰু হাজৰিকা ।
পুৰণবীয়াৰ : ৺মোলান ভূঞা ৺নন্দেশ্বৰ বৰা, ৺ভূবন বৰা, ৺টঙ্কেশ্বৰ পাঠক, ৺লোকেশ্বৰ বৰা, শ্ৰীভোগেশ্বৰ নেওগ, শ্ৰীভবেন ভূঞা, শ্ৰীঅভিৰাম ভূঞা, শ্ৰীবিষ্ণু ভূঞা আৰু শ্ৰীবুদ্ধিনাথ কলিতা ।
বৰিগাঁৱৰ : ৺ঈশেশ্বৰ গোঁহাই ।
কুঠৰীৰ : ৺প্ৰিয় ৰাজখোৱা, ৺নবীন শইকীয়া, ৺লক্ষণ বৰা, ৺গঙ্গা বৰা, ৺লক্ষী শইকীয়া, শ্ৰীকানু শইকীয়া আৰু শ্ৰীপদ্ম শইকীয়া ।
জখলাবন্ধাৰ : ৺গগন খাওণ্ড, ৺নীল গোঁহাই, কালীপ্ৰসাদ বৰা, ৺পুহিৰাম কলিতা, ৺লক্ষী প্ৰসাদ বৰা (গোস্বামী), ৺মোহিনী গোঁহাই, ৺যোগেশ খাওণ্ড আৰু ৺শশী গোঁহাই ।
ছাতবৰৰ : শ্ৰীগুণাৰাম বৰা, শ্ৰীভাবি বৰা, ৺ভোগেশ্বৰ বৰা আৰু ৺ভোগৰাম বৰা ।
গাঁৰিকুৰিৰ : শ্ৰীৰমাকান্ত বৰা, শ্ৰীমিত্ৰধৰ গায়ন, শ্ৰীবাপাৰাম বৰা ।
কুঢ়িমাৰিৰ : ৺বগীৰাম বৰা, শ্ৰীতমুৰাম বৰা আৰু শ্ৰীভোলাৰাম বৰা ।
আখিৰঙ্গাৰ : ৺ৰামেশ্বৰ হাজৰিকা, আৰু ৺দীনবন্ধু শইকীয়া ।
ভৰালীৰ : ৺ফনিধৰ হাজৰিকা, আৰু ৺জালি গগৈ ।

সোণাৰি গাঁৱৰ : ৺ঈশধৰ হাজৰিকা, ৺থুলেশ্বৰ হাজৰিকা, ৺পুষ্প হাজৰিকা, ৺বিনদ হাজৰিকা, শ্ৰীঘন হাজৰিকা, আৰু শ্ৰীমোহন হাজৰিকা।

শিলঘাটৰ : শ্ৰীপদ্মচৰণ হাজৰিকা।

চামধৰাৰ : ৺গোপন হাজৰিকা, ৺ডুন্দি শৰ্মা, শ্ৰীদোলন হাজৰিকা আৰু শ্ৰীভোলা শইকীয়া।

বালিটিকাৰ : ৺উত্তম বৰা, ৺তৰুণ বৰা, আৰু শ্ৰীশান্তি ৰাজবংশী।

কুঁৱৰীটোল চাৰিআলিৰ ৺ ভগীৰথ ভূঞা, আৰু ৺মহবুব ৰহমান।

কুঁৱৰীটোলৰ : ৺গোলোক বৰদলৈ, ৺ শশী বৰদলৈ, শ্ৰীখৰ্গেশ্বৰ হাজৰিকা, ৺মোলোকা বৰদলৈ, ৺ দন্দি সূত, ৺ গোলোক বৰুৱা শ্ৰীদুৰ্লভ বৰা, শ্ৰীখৰ্গেশ্বৰ বৰদলৈ, ৺ মহেন্দ্ৰ শৰ্মা ৺তুখিৰাম বৰা, ৺দেৱাই কলিতা আৰু ৺পদুম হাজৰিকা।

গোমোঠাৰ : ৺তুৱাৰাম বৰা, ৺বিনদ শইকীয়া, আৰু ৺হেমোৰাম বৰা।

বৰুৱাচুকৰ : ৺গোলাপ বৰুৱা, শ্ৰীচন্দ্ৰকান্ত বৰুৱা, আৰু শ্ৰীকলিৰাম বৰুৱা।

জমখলাৰ : ৺ধীৰেশ্বৰ শৰ্মা।

নলতলীৰ : ৺ধনী বৰা, ৺কেশৰাম বৰা আৰু ৺মোহন ভূঞা,

ধৰমপুৰৰ : শ্ৰীৰত্নকান্ত ভূঞা, শ্ৰীতুৱাৰাম কোচ, প্ৰসন্ন বিশ্বাস, ৺কনলৰা কেওট, ৺গুনাৰাম বৰা, ৺সংৰাম বৰা, আৰু ৺মেলেকা গায়ন।

মিছামুখৰ : ৺ভুবন হাজৰিকা, ৺দেহীৰাম বৰা, ৺কিনাৰাম তাতী (নিৰুদ্দেশ), আৰু শ্ৰীমোহন হাজৰিকা,

হাতীয়ে খোৱাৰ : ৺ধনীৰাম দেৱনাথ আৰু শ্ৰীডিম্বেশ্বৰ নাথ।

শ্ৰবনীৰ : ৺মানিক মহন্ত, ৺লক্ষীকান্ত অধিকাৰ, আৰু শ্ৰীগিৰিকান্ত মহন্ত।

আমবাগানৰ : দুলাল কলিতা, আৰু ৺অমূল্য লাহিৰি।

জেঙনীৰ : ৺ভদৰাম বৰা আৰু ৺ভদ্ৰকান্ত কাকতি।

ধনেখোৱাৰ : শ্ৰীনৱকান্ত হাজৰিকা আৰু শ্ৰীহেমকান্ত হাজৰিকা।

পানীগাঁৱৰ : শ্ৰীউপেন মেধি, শ্ৰীদিবাকৰ মুদৈ, শ্ৰীদন্দি ভূঞা, শ্ৰীচেনাৰাম হাজৰিকা, শ্ৰীলেখাই কোচ, ৺গেথু গাড়া, আৰু ৺প'ৰাম হাজৰিকা ।

সৰুভগীয়াৰ : ৺বিনদ হাজৰিকা, ৺ভোলা বৰদলৈ আৰু শ্ৰীনিশি মহন্ত ।

বৰভগীয়া কচাল গাঁৱৰ : শ্ৰীভোগেশ্বৰ বৰুৱা, শ্ৰীবীৰেন বৰুৱা আৰু শ্ৰীভুজেন বৰুৱা ।

নামগাঁৱৰ : ৺লীলাকান্ত বৰা, আৰু শ্ৰীফটিক কোচ ।

নিজ বৰভগীয়াৰ : শ্ৰীমানিক বৰা, শ্ৰীনীল শইকীয়া, শ্ৰীকানু গায়ন, ৺গঙ্গাৰাম বৰা আৰু শ্ৰীৰূপৰাম বৰা ।

গড়গুৰিৰ : ৺ফুকন বৰা, ৺নাথ ৰায় আৰু শ্ৰীফটিক ভূঞা ।

কুছমতলীৰ : ৺সনাতন শৰ্মা

ভোমোৰাগুৰিৰ : শ্ৰীজিলিৰাম নাথ ।

চুপহাৰ : ৺মহেন্দ্ৰ মহন্ত ।

তেলীয়াগাঁৱৰ : ৺মোলান শইকীয়া, ৺ঘন শইকীয়া, শ্ৰীযজ্ঞোৰাম হাজৰিকা ।

মাৰভেটিৰ : শ্ৰীনাৰন ভূমজ, আৰু শ্ৰীমাধৱ ৰাজবংশী ।

লাঙিগাঁৱৰ : ৺নৰাম গাওঁবুঢ়া আৰু শ্ৰীকলাই শইকীয়া ।

উলুবনিৰ শ্ৰীনন্দ কোচ আৰু ৺ভগীৰথ চাহু, আৰু বৰভকতিৰ ৺শান্তি বৰদলৈ আৰু শ্ৰীভোলানাথ হাজৰিকা আদি লোকসকলে দেশমাতৃৰ উদ্ধাৰৰ বাবে নানা নিৰ্য্যাতন ভোগ কৰি শ্ৰদ্ধাৰ পাত্ৰ হৈছে। এই সকল অক্লান্ত কৰ্মীৰ প্ৰত্যেকৰে একোখন স্বকীয়া জীৱন বুৰঞ্জীৰ সমল আছে। কোনোবাই বুকুত কেচুৱা বান্ধি জেলত নিৰ্য্যাতন ভোগ কৰিছে, কোনোবা জেলত থাকোতেই মাটি-ভেটি গৈছে, কাৰোবাৰ ধন-বস্তু পুলিচ-মিলিটেৰীৰ হস্তগত হৈছে, কাৰোবাৰ হালৰ গৰু হেৰাইছে, কোনোৱে নিৰ্মম শাস্তিত জীৱন চিৰকালৰ কাৰণে ঘুণীয়া হৈ পঙ্গু জীৱন যাপন কৰিছে -- ইত্যাদি এশ এবুৰি নিৰ্য্যাতন ভোগকৰি—কেচা তেজ দি স্বাধীনতাৰ স্বৰ্ণসৌধ নিৰ্মাণ কৰিছে। এমাড়িমা লৰা-ছোৱালী

এৰি কোনোবাই মৃত্যুবৰণ কৰিছে, চকুৰ আগতে পুলিচ-মিলিটেৰীয়ে নিজৰ জীয়ৰী, আৰু পত্নীৰ সতীত্ব হৰণ কৰিছে, কতইবা বাঁহতলে কৰাঙ্কলে মহৰ কামোৰ জোকৰ কামোৰ সহ্য কৰি দেশমাতৃৰ উদ্ধাৰৰ ৰঙীন সপোন দেখিছে—এই আটাইবোৰেই আমাৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীক স্বৰ্ণৰেখাৰে লিখি মহীয়ান কৰি তুলিছে। এই সকল নিশ্চয় আমাৰ নমস্য বীৰ বীৰাঙ্গনা। কলীয়াবৰৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীত এজন জনজাতীয়লোকে বিশিষ্ট স্থান অধিকাৰ কৰিছে। এইজনা লোকে আমাৰ চকুৰ আঁতৰতে স্বাধীনতা সূৰ্য্যৰ দিপ্তীত দিপ্তীমান হৈ দেশবাসীক দেশাত্মবোধৰ গীতেৰে জগাই তুলিবলৈ চেষ্টা কৰিছিল। এইজনা লোক আছিল ঔগুৰিৰ তুৰাই। তুৰায়ে জাতীয় পতাকাখন এদাল মাৰিত ওলোমাই কলীয়াবৰৰ গাঁৱে গাঁৱে ফুৰি দেশপ্ৰেমৰ গীত গাই ফুৰিছিল আৰু সেই গীত আছিল স্ব-প্ৰণোদিত। ১৯২১ চনৰ পৰা ১৯৪২ ৰ আন্দোলনলৈকে দেশৰ পৰিস্থিতিৰ লগত সঙ্গতি ৰাখি গীত ৰচি তাক গাই মানুহৰ মাজত দেশপ্ৰেমৰ ভাব জগাই তুলিছিল। তুৰাইৰ চৰিত্ৰৰ বিশেষত্ব আছিল এয়ে যে তেওঁ নিজে সূতা কাটি কাপোৰ তৈয়াৰ কৰিহে পিন্ধিছিল। এনে নিৰ্ভেজাল গান্ধী ভক্ত লোকৰ বিনিময়তে নিশ্চয় আমাৰ স্বাধীনতা লাভ সম্ভৱ হৈছে।

আমাৰ দৃষ্টিত পৰা অন্যজনা ব্যক্তি হ'ল চতিয়ালৰ শ্ৰীনৰকান্ত ওজা, শ্ৰীওজাই মিলিটেৰীয়ে জাতীয় পতাকা ফালিবলৈ চেষ্টা কৰোতে পতাকা আজোৰ মাৰি আনি কাষতে থকা শ্ৰীসোমেশ্বৰী ভূঞালৈ দলিয়াৰি দি ৰক্ষা কৰে। এইবাবে শ্ৰীওজাক পতাকাৰ দন্দত বান্ধি মৰিয়াই ঘূণীয়া কৰিছিল এনেধৰণৰ বহু দৃষ্টান্ত কলীয়াবৰীয়াই দেখুৱাইছিল আৰু সেইয়া আজি আমাৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস হিবা কি মুকুতাৰ দৰে জিলিকাই ৰাখিছে।

মুঠতে কবলৈ গলে শালস্তম্ভ, ভূঞা আৰু আহোম সকলৰ ৰাজত্ব কাল কলীয়াবৰৰ বুৰঞ্জীৰ একো একোটি গৌৰৱপূৰ্ণ অধ্যায়। এই গৌৰৱপূৰ্ণ পূৰ্বঐতিহ্য স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীলৈকে অম্লান হৈ আছে। ভূঞা

সংস্থাপন, চুকাফাৰ ৰাজ্য স্থাপন, জয়ধ্বজ, চক্ৰধ্বজ, চুহুংমুঙ, প্ৰতাপসিংহ, ৰুদ্ৰসিংহ আৰু কমলেশ্বৰ সিংহৰ ৰাজত্ব কালৰ গৌৰৱপূৰ্ণ-ঐতিহ্যই আমাৰ ৰাজনৈতিক বুৰঞ্জী চিৰ ভাস্বৰ কৰি ৰাখিব। তাৰেই ঐতিহ্যত কলীয়াবৰীয়াই অসম তথা ভাৰত বুৰঞ্জীত ভাৰত মাতৃৰ শৃঙ্খল মোচনৰ বাবে ত্যাগ স্বীকাৰেৰে সেই ঐতিহ্যক সুমহান কৰি তুলিলে। *

---

* এই আলোচনাত সৰ্ব্বশ্ৰী থানুৰাম ভূঞা, সোমেশ্বৰ বৰা আৰু তুৰাকান্ত গোস্বামীয়ে আমাক বিশেষ ভাবে সহায় কৰিছে। ইয়াৰ উপৰিও সহায লোৱা গ্ৰন্থ হৈছে— শ্বহীদ স্মৃতি গ্ৰন্থ, গান্ধী শতাব্দী সমাৰোহ কমিটি। অসম প্ৰদেশ কংগ্ৰেছ কমিটি, গুৱাহাটী ১৯৬৯ আৰু স্মৃতিগ্ৰন্থ, অসম ৰাজনৈতিক সন্মিলন, নগাওঁ অধিবেশন ১৯৬৫।

# নৱম অধ্যায়

## আমাৰ জনজাতীয় সভ্যতা

### বড়ো সভ্যতাঃ—

যদি কলীয়াবৰীয়া বড়ো ভাইসকলৰ সভ্যতা— সংস্কৃতিৰ বিষয়ে কিছু আলোচনা কৰা নহয় তেন্তে কলীয়াবৰৰ বুৰঞ্জীয়েই অসম্পূৰ্ণ হৈ ৰব। স্মৰণাতীত কালৰে পৰা এই বড়োসকলে কলীয়াবৰৰ বুৰঞ্জীত ৰেখাপাত কৰি আহিছে। বড়োসকলৰ মতে কছাৰী ৰজা কৃষ্ণ চন্দ্ৰৰ ৰাজত্বৰ সময়লৈকে সমগ্ৰ কাছাৰ, মিকিৰ পাহাৰ আৰু নগাওঁ জিলাৰ দক্ষিণ অংশ কছাৰী ৰজাৰ অধীনতে আছিল। কলীয়াবৰ কিন্তু আহোমৰ অধীনতে আছিল। বৰ্ত্তমানৰ মিছা আহোম আৰু কছাৰীৰ চকী আছিল বুলি তেওঁলোকে কব খোজে। এনেকৈয়ে বহুদিন আহোমৰ অধীনতে থাকিল। মানৰ আক্ৰমণত কছাৰীসকলো জুৰুলা হৈছিল। সেই অত্যাচাৰৰ স্মৃতি তেওঁলোকৰ এই গীতেই বহন কৰি আহিছে—

"মান মাংগ্ৰৌ ফাইগৌ ফাইগৌ
ফিছায়াং বাথাংদৌ
অই আয়ৈ আফাবৈ
ফিছায়া বাথাংদৌ।"

অৰ্থাৎ আহিছে আহিছে বৰ্বৰ মান
আই অ' দেউতা অ'
বোকোচাত পোনাটি লৈ
পততে হোৱা সাৱধান.

আহিছে আহিছে বৰ্বৰ মান
মাহী অ' পেহী অ'
বোকোচাত পোনাটি লৈ
লুকুৱা অৰণ্যত প্ৰাণ।

বড়োসকল অৰণ্যৰ মাজে মাজে লুকাই থাকি অৱশেষত কলীয়াবৰৰ চুকে কোণে থিতাপি লৈছিলহি হাতী, বাঘ, ভালুক, গঁড় আদি বন্য জন্তুৰ লগত আমৰণ যুদ্ধ কৰিবলগীয়া হৈছিল তেওঁলোকে। তেওঁলোকে এই ঠাইত গাওঁ পাতি বহিছিল ১৮২৫ - ১৮৩০ চনৰ ভিতৰত। বড়ো সকলে অন্য জাতিৰ লগতে মিলা-প্ৰীতিৰে থাকি হাবি জঙ্গল ভাঙি জীৱন যাপন কৰিছিল। ইংৰাজৰ দিনত বড়োসকলে ভূমি পট্টন পায়। সেতিয়াৰপৰা স্থায়ী বাসিন্দা হৈ পৰে। বৰচোং, ঔগুৰি, বেঙেনাআটি, নিজৰী বাথাবাৰী ( বটাবাৰী ) আৰু চনা ( মিছা ) গাওঁয়েই অতি প্ৰাচীন। এই গাওঁবিলাকতে বহুতদিন বাজি উঠিছিল মন হৰি নিয়া মজিৰা খাম আৰু চিফুঙৰ ধ্বনি। খেৰাই উৎসৱ ফাগুন, চ'ত মাহত উলহ মালহেৰে আমাৰ বিহুৰ দৰে প্ৰতিখন গাঁৱতে পালন কৰা হৈছিল। খেৰাই উৎসৱ দেওশাল নামৰ ৰাজহুৱা অনুষ্ঠানত পতাতো মন কৰিব লগীয়া।

বড়োসকল সহজ সৰল আৰু কৰ্ম্মঠলোক। পুৰুষ মহিলাই সমানে সকলো কামতে অংশ গ্ৰহণ কৰি পৰিয়াল পৰিচালনা কৰে। পৰ্দা প্ৰথা ইয়াত নাই। গান্ধৰ্ব, মাকবাপেকৰ ইচ্ছাত আৰু বলেৰে ধৰি অনা — এই তিনি প্ৰকাৰে বিয়া পতা হৈছিল যদিও স্বাধীনতাৰ পাচত শেষৰ প্ৰথাটি বাদ দিয়া হৈছে। গ্ৰামভ্ৰা বা গাওঁবুঢ়াই গাঁৱৰ মুৰব্বীলোক। এওঁ গায়ন বৰা, সম্পাদক আৰু ধনভঁৰালীক লৈ গাঁৱৰ সমস্যা সমাধান কৰে। সমাজত উচ্চ-নীচৰ প্ৰশ্ন নাই। বিচাৰ ৰাইজেই কৰে। বৰদৌৰি ( বৰদেউৰী ) আৰু ফালি দৌৰি ( সৰু দেউৰী ) নামৰ ৰাইজৰ নিৰ্বাচিত দুজনলোকে ৰাজহুৱা পূজাপাতল আৰু খেৰাই উৎসৱ সমাধা কৰিবলগীয়া হয়। সমাজৰ ভোজ বন্ধাবঢ়াৰ কাম ৰাইজৰ নিৰ্ব্বাচিত যি কোনো লোকেই কৰিব পাৰে। ব্ৰাহ্মণৰ কামো ৰাইজৰ নিৰ্ব্বাচিত

লোকেই কৰিব পাৰে। এইলোকৰ সমাজ শ্ৰেণীহীন। সমাজৰ গুৰুতৰ অপৰাধীৰ বিচাৰ বাৰধন গাঁৱৰ নিৰ্ব্বাচিত সদস্য আৰু অপৰাধ কৰা গাঁৱৰ বাইজে মিলি কৰে। ছোৱালী বিয়া কৰোৱাৰ ক্ষেত্ৰত কঠোৰ নিয়ম আছে। সম্বন্ধীয় কোনো ছোৱালীক কোনো লৰাই বল পূৰ্ব্বক বিয়া কৰাব নোৱাৰে। এওঁলোকৰ বিয়া আৰু দহাকাজত লওপানীৰ ব্যৱস্থা হয় কিন্তু এইয়া খাই কোনো অসৎ ব্যৱহাৰ কৰিব নোৱাৰে। নিচা খাই অসৎ ব্যৱহাৰ কৰিলে দণ্ড বিহা হয়। সকলোৱে আকৌ নজাত খোৱা আৰু শিৱ ( বাথৌ ) পূজা একেলগে কৰে। এওঁলোকৰ সমাজত অস্পৃশ্যতা নাই বা উপাধিলৈ গৰ্ব নাই।

খেৰাই উৎসৱত ডেকা-বুঢ়া আৰু দেওধ্বনি ( ? ) সকলে বাইজৰ আগত নৃত্য গীত পৰিবেশন কৰে। দেউৰীসকলে ভক্তি আৰু প্ৰাৰ্থনাৰে দেৱতাক সন্তুষ্ট কৰে। এই উৎসৱত মাদল ( খাম ), চিফুং ( বাঁহী ), ঢোলোক তবলা, চেৰেন্দা ( চাৰেঙ্গী ), ভিনী ( বেণু ), পাতিঢোল, তাল আৰু মঞ্জিৰা ব্যৱহাৰ কৰে।

বড়োসকলে বিহুউৎসৱ পালন কৰে বহাগ বিহুত পিতৃ মাতৃ আৰু বয়োবৃদ্ধসকলক তলতীয়াসকলে সেৱা জনায়। জীয়ৰী-বোৱাৰীসকলে ৰং বিৰঙৰ ফুলাম কাপোৰ বব জানে সেইদৰে পুৰুষসকলো হস্তশিল্পত পটু। পুৰুষ মহিলা উভয়ে গাব পৰা অনেক বড়োগীত আছে। মেথনিমাৰি ( দখনা বা গান খোৱা ) আৰু ৰং বিৰঙৰ কাপোৰ পিন্ধি সপাহ বা উৎসৱ আদিলৈ যোৱাটো বড়ো তিৰোতাসকলৰ পূৰ্বৰ ৰীতি। বৰ্ত্তমানে তেওঁলোকে বিহা-চাদৰ পিন্ধিবলৈ আৰম্ভ কৰিছে। বুঢ়াসকলে ৰঙীন কাপোৰৰ পাগদিয়া গামোছা বোৱা কাপোৰৰ চোলা আৰু আঠুৰ মূৰলৈকে সাধাৰণ চুৰিয়া পিন্ধি থাকে। ডিঙিত ফুলাম গামোছা লোৱাৰো নিয়ম আছে। অভাৱত বগা, নীলা ইত্যাদি বৰণৰ কাপোৰ লোৱা দেখা যায়।

কলীয়াবৰৰ কিছুমান ঠাইৰ নাম বড়ো ভাষাৰ পৰা উৎপত্তি হৈছে যেনে পাতলি ( ফাথ থলি অৰ্থাৎ মৰাপাটৰ তলি ), মিছাজুৰি ( মৈ চানাই

ভুৰি অৰ্থাৎ পহুঙ্গাল পতা ভুৰি ), দিজু ( দৈজু অৰ্থাৎ ভুৰণি পানী ), নৰচং ( বড়ৰা চাংনাই গামি অৰ্থাৎ বড়োসকলে বিচাৰি পোৱা গাওঁ ), ঔগুৰি ( থাইখিতবাৰী বা ঔবাৰী ) আৰু মিছামুখ ( চনাব গামি, চনাগামি অৰ্থাৎ পশ্চিমৰ গাওঁ ।

মঙ্গোলীয় তেজেৰে দীপ্ত এই বড়োসকলে কলীয়াবৰ বা অসম কিয় ভাৰত মাতাৰ ডিঙিৰপৰা পৰাধীনতাৰ শিকলি দলিয়াই পেলাবলৈ আগ বাঢ়ি আহিছিল । ইয়াৰ জ্বলন্ত নিদৰ্শন তুৰাই কছাৰী, মহেশ্বৰ খাখলাৰি, মুক্তিপ গাওঁবুঢ়া, মাইদাং বসুমতাৰি আদি লোক ।

বড়োলোক সকলে ঔগুৰিত নামঘৰ প্ৰতিষ্ঠা কৰি হৰি নাম কীৰ্ত্তন কৰাটো প্ৰশংসনীয় কাম হৈছে । বহুতেই নামধৰ্ম গ্ৰহণ কৰি অসমীয়া কৃষ্টি সভ্যতা তথা ভাৰতীয় সভ্যতা সংস্কৃতিত মিলিত হবলৈ আগবাঢ়ি আহিছে । [1]

( খ ) কাৰ্বি [2] সভ্যতা :—

মিকিৰ সকলে নিজকে কাৰ্বি বা কাৰ্বে বুলি কয় । এই কাৰ্বি সকলে সুদূৰ ইয়াংচি আৰু হোৱাংহো উপত্যকাৰ পৰা আহি ক'ত বাস কৰিছিলহি তাৰ বিশেষ প্ৰমাণ নাই । অসমৰ বিভিন্ন ঘটনাৰাশিয়ে এইটো প্ৰমাণ কৰে যে কাৰ্বি সকলে প্ৰথমতে নগাওঁ আৰু শিৱসাগৰ জিলাৰ মাজত অৰ্থাৎ কাজিৰঙাৰ আশ পাশে বাস কৰিছিল অনুমান খ্ৰীষ্টীয় প্ৰথম শতিকামানত । এই কথাই কাৰ্বি সকলে উত্তৰ পূবে আহি যে দক্ষিণ পশ্চিমলৈ আগবাঢ়িছিল সেই কথা প্ৰমাণ কৰে ।

প্ৰায় এয়োদশ শতিকাৰ মাজভাগত এই কাৰ্বিসকল কছাৰী বিলাকৰ পৰা ৰক্ষা পৰিবলৈ কাজিৰঙাৰ পৰা দক্ষিণৰ ফালে আতৰি ডিমাপুৰৰ

---

[1] শ্ৰীমান জীতেন বাগলাৰীৰ সাহাযোৰে ।

[2] এই আলোচনাত গোপাল চন্দ্ৰ মেধিৰ "The Route of Karbi Migration to Assam" প্ৰবন্ধৰ সহায় লোৱা হৈছে । [ Spectrum Sept, Oct. 1976 Vol. 1 No. 3 & 4 ]

ওচৰৰ ধনশিৰী উপত্যকাত বাস কৰিছিলহি। ইয়াতে বহুকাল আছিল কিন্তু তাতো কছাৰীৰ হাতত পৰাজিত হ'ল। সহজ সৰল কাৰ্বি সকলে কছাৰীৰ শাসন ভাল নাপাই উত্তৰ কাছাৰৰ ফালে যাবলৈ ধৰিলে। তাৰ পাচত তেওঁলোকে দৈয়াং আৰু কপিলী উপত্যকা কিছুদিন অধিকাৰ কৰিলে কিন্তু ১৫২৬ চনত আহোমৰ হাতত কছাৰী ডিমাপুৰ ত্যাগ কৰিবলৈ বাধ্য হ'ল আৰু ৰাজধানী তুলি মাইবং পালেগৈ। তাতো আকৌ কছাৰীৰ কবলত পৰিল।

সোতৰ শতিকাৰ আৰম্ভনিৰ পৰা কাৰ্বি সকল বৰপানীৰ ফালে অগ্ৰসৰ হ'ল আৰু ৰংখাঙত ৰাজধানী পাতিলে। কিছুমান তেতিয়া আহোম ৰাজ্যত প্ৰৱেশ কৰিলে। সোতৰ শতিকাৰ মধ্য ভাগতহে তেওঁলোক আহোম ৰজা সকলৰ দৃষ্টিত পৰিছিল বুলি ডঃ লক্ষ্মী দেৱীয়ে অভিমত দিছে। এটা কথা মন কৰিব লগীয়া যে কাজিৰঙাৰ পৰা ডিমাপুৰ, মাইবং আৰু ৰংখাঙৰ পৰা নগাওঁৰ দক্ষিণলৈ গতি কৰোতে প্ৰত্যেক ঠাইতে একোটাকৈ দল বৈ গৈছিল। এটা ভাগ বৈছিল আহোম বিষয়াৰ তলত ৰহাত, দ্বিতীয় ভাগ বৈছিল জয়ন্তীয়া ৰজাৰ তলত, তৃতীয় ভাগ বৈছিল তুলাৰাম সেনাপতিৰ তলত উত্তৰ কাছাৰত আৰু চতুৰ্থ ভাগ বৈছিল গোলাঘাট আৰু ডিমাপুৰৰ মাজত। কালক্ৰমত এই চাৰিটা ভাগ চিনথং, অম্ৰি, ৰংখাং ( ৰংহাং ) আৰু মুলং।

যি সকল কাৰ্বি কলীয়াবৰৰ পৰ্ব্বতে-পাৰণে বৈ গল সেই সকলে নিজৰ সংস্কৃতি বজাই ৰাখিছে। মানৰ আক্ৰমণৰ পিচত কলীয়াবৰৰ দক্ষিণ পুৱ অঞ্চল জনশূণ্য আৰু অৰণ্যময় হৈ গ'ল। সুবিধা বুজি কাৰ্বি সকল পাহাৰৰ পৰা নামি খেতিৰ মাটি বিচাৰি প্ৰায় ওঠৰ শতিকাত চামে চামে কলীয়াবৰৰ সীমা মুৰীয়া ঠাইত গাওঁ পাতি বসবাস কৰিবলৈ ললে। এইবিলাক গাওঁ হ'ল— বামুণী, মথোৰাট, চিকাৰী গাওঁ, ৰংহাং গাওঁ, দৌলপুখুৰী, ৰৰহোলা, কালাপানী, আমগুৰি ইত্যাদি।

কাৰ্বিসকল সমাজবাদী কৰ্মঠ জাতি। এওঁলোকৰ ইংতি আৰু তেৰাং সকলোই উচ্চ বুলি গণ্য কৰা হয়। অন্য সকল হ'ল টিমুং, তেৰন, হাঞে,

বংফাৰ, চিংনাৰ তুছ. তকবি, কিলিং. বে, ক্রো, ক্রামছা, বাংহুং ইত্যাদি। বিভিন্ন উপাধি থাকিলেও সমাজত কোনো ডাঙৰ নহয় সকলোৰে সমান স্থান। একে শাৰীতে খোৱা বোৱা কৰে।

কাৰ্বি তিৰোতা বৰ কৰ্মী। এওঁলোক তাত শিল্পত বৰ পটু। এড়ি সূতাৰ উত্তম কাপোৰ এওঁলোকে বয়। তাৰোপৰি মুনিহসকলে তেওঁলোকৰ বিয়াবাকও অভিভাৱকৰ মত সাপেক্ষেহে পাতে। বিয়াক তেওঁলোকে পিচ কে এন বোলে। মানুহ মৰিলে দাহ কৰাৰ প্ৰথা আছে। শ্ৰাদ্ধ গাঁৱৰ বাইজৰ সহযোগত পাতে। শ্ৰাদ্ধত তেওঁলোকে ছেতং নামৰ বাদ্য বজায়।

কলীয়াবৰীয়া কাৰ্বিসকলে এই দহাকেই বৰ পবিত্ৰ বৰ শ্ৰদ্ধা আৰু বৰ গাম্ভীৰ্য্যপূৰ্ণ ভাবে পালন কৰে। এই দহা তিনিদিন বা কেতিয়াবা চাৰিদিনলৈকে পালন কৰে। মৃত লোকসকলৰ আত্মাৰ সদ্‌গতিৰ কাৰণেই এই দহা। উল্লেখযোগ্য যে ১০/১৫ বছৰৰ পিচতো কেইবাজনো মৃতকৰ দহা কাৰ্বিসকলে একে লগে পাতে। দহাৰ শেষ দিনা উক্তব্যক্তিসকলৰ প্ৰতীক ৰূপে বাহঁৰ মাৰিত খেৰ বা অন্য বস্তু বান্ধি যেইজন ব্যক্তিৰ দহা হ'ব সিমান সংখ্যাৰে আগে আগে নৃত্য কৰে আৰু পিচত দুজন মানুহে মৰা শ সাজি কাপোৰেৰে মেৰিয়াই নিয়ে। শ্মশানলৈ নিয়াৰ আগতে সেই শ তিনি পাক ঘুৰাই তাৰ পাচত তাৰ আগত হাঁহ পাৰ আৰু ছাগলী বলী দিয়ে। কটা মূৰবিলাক লৰলৈ বিপৰীতে তৰোৱাল আৰু ঢাল লৈ দুই তিনিজন লোক বৈ থাকে। এজনে টোমত মূৰবিলাক ভৰাই যায়। মূৰবিলাক লৰালৰিকৈ ডেকাচাঙলৈ নি পোৰেগৈ। শ্মশানত শ দাহ কৰাৰ পিচত এই মূৰ পুৰিলে চুৱা হয়। দহা কেইদিন বৃদ্ধ বাদ্ধ আৰু বুঢ়ীসকলে গীত গাই থাকে। এইখিনিয়ে পৰিবেশটো গহীন কৰি তোলে। এনে দহাত কলীয়াবৰীয়া কাৰ্বিসকলে সহযোগ কৰাটো মন কৰিবলগীয়া। বহাগ মাহতে সচৰাচৰ এই দহা পতাটো দেখা যায়।

গাঁৱৰ গাঁওবুঢ়াই গাঁৱৰ প্ৰধানলোক। তেখেতৰ নিৰ্দ্দেশমতে বাইজে বাজহুৱা কাম কৰে। দেউৰী বা আকুৰে পূজা-পাতলৰ কাম কৰে।

কলীয়াবৰৰ কেইবাখনো গাঁৱৰ নাম গাওঁবুঢ়াৰ পৰাই সৃষ্টি হৈছে যেনে চিকাৰী গাওঁ আৰু চাৰমেন চাং।

নিৰীহ নিচলা কাৰ্বিসকল আমাৰ অৰণ্য অঞ্চলৰ যেন একোপাহী বনৰীয়া ফুল। তেওঁলোকৰ মিচিকীয়া হাঁহিটিত যেন সংসাৰৰ আটাইখিনি মৰম গোটখাই আছে। তেওঁলোকৰ অজলা জীৱন যাত্ৰাত যেন বিশ্বৰ সকলো বৈৰাগ্য গোটখাই আছে। কুটিলতা, হিংসা, দেষ্যৰে ভৰা পৃথিৱীত তেওঁলোক যেন এটি ব্যতিক্ৰম। এনে জনজাতীয় সংস্কৃতিৰ ধাৰাই কলীয়াবৰৰ ঐতিহ্যক সোণবৰণীয়া কৰি তুলিছে।

---

# দশম অধ্যায়

## অৰ্থনৈতিক জীৱন

বৰ্ত্তমান কলীয়াবৰৰ এশ নিবান্নৈখন গাঁৱেৰে এক ডাঙৰ অঞ্চল। আহোমৰ দিনত ইয়াৰ জনবসতি ঘন আছিল। মানৱ আক্ৰমণত কিন্তু বসতি পাতল হৈ পৰিছিল। তাৰোপৰি ক'লাজ্বৰে নগাওঁ জিলাত কিমান মানুহৰ মৃত্যু ঘটাইছিল বৃটিশ ভাৰতত তেনে মৃত্যুৰ হাৰৰ তুলনা পোৱা নাযায়। ১৯০১ চনত চতিয়াল আৰু বৰভগীয়া মৌজাত প্ৰতি বৰ্গ-মাইলত জনসংখ্যা আছিল ৩২১ জন। তেতিয়া কলঙৰ পাৰে পাৰে জনপূৰ্ণ গাওঁ আছিল কিন্তু আজি পাহাৰে-কন্দৰে, হাবিয়ে-জঙ্ঘলে মানুহে গাওঁ পাতি বহিছে। নগাওঁ বা কলীয়াবৰৰ ৰূপ আজি কিমান যে সলনি হৈ গ'ল ভাবিলে আচৰিত হ'ব লাগে।

নানা নৈ জান-জুৰিৰ বাবে কলীয়াবৰ সাকৰা আৰু জীপাল কিন্তু কলঙৰ বান্ধৰ ফলত মাটিয়ে আগৰ উৰ্ব্বৰতা হেৰুৱালে। ইয়াৰ পাহাৰ আৰু অৰণ্য অঞ্চল বিবিধ সম্পদৰে ভৰা আছিল কিন্তু আজি সেই সম্পদ শেষ কৰা হ'ল। পাহাৰৰ গছ-গছনি কাটি-চিঙি শেষ কৰিলে অৰণ্য অঞ্চলৰো বিলুপ্তি সাধন কৰা হ'ল।

এসময়ত সোণোৱালসকলে ব্ৰহ্মপুত্ৰৰ বালিত সোণ কমাইছিল। ইয়াৰ সলাল গোঁহাই সোণ পুং আৱিষ্কাৰীৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ আছিল।

কলীয়াবৰৰ এসময়ত ধানৰ ভঁৰাল আছিল কিন্তু সেই ভঁৰাল আজি উদং। ব্ৰহ্মপুত্ৰৰ কাষৰ চাপৰি অঞ্চলত এসময়ত যি পৰিমাণে মাছ, কাছিমহ পোৱা হৈছিল আজি শেষ কৰিলে ব্ৰহ্মপুত্ৰৰ খহনীয়াই। বহু চাপৰি ব্ৰহ্মপুত্ৰৰ খহনীয়াত শেষ হ'ল। এই চাপৰি শেষ কৰি ব্ৰহ্মপুত্ৰ কলীয়াবৰৰ মাজ ভাগলৈ গতি কৰা দেখা গৈছে।

আহোমৰ দিনত কলীয়াবৰত আম, কঠাল, তামোল নাৰিকল আদিৰ বহু বাৰী যে আছিল সেই কথা চিহাবুদ্দিন তালিচে ইংগিত দি গৈছে। খাদ্য বস্তুৰ অভাৱ যে নাছিল সন্দেহ নাই।

বনাঞ্চলত গৰু ম'হ ৰখাৰ সুবিধা কাৰণে নেপালী সকলে গৰু ম'হ পুহিছিল। গাখীৰ ঘিউৰ অভাৱ নাছিল কিন্তু সেই ঘাঁহনি নোহোৱা হ'ল। ১৯০৩ চনত পূৰ্ব্বথৰীয়াৰ পৰা মায়ঙলৈকে বিয়াল্লিচটা ম'হ খুটি আছিল বুলি জানিব পৰা হৈছে।

চাহবাগিছা কলীয়াবৰত ছখন যেনে শ্ৰীজগদম্বা (কুঠৰী), বুঢ়াপাহাৰ কলীয়াবৰ, চিকণি, শাগমুঠিয়া (শাকমুঠীয়া) আৰু কেলিডেন। ইয়াৰ প্ৰথম চুখনৰ বাহিৰে বাকীবিলাকৰ শাখা আছে। কেলিডেন আটাই-কেইখনৰ ভিতৰত ডাঙৰ। আটাইকেইখন চাহ বাগিছাত প্ৰায় তিনিহাজাৰ স্থায়ী বনুৱা আৰু ডেৰশ জন কৰ্মচাৰী আছে। বনুৱাসকলৰ অৰ্থনৈতিক জীৱন সুন্দৰ নহয়। ভাৰতৰ দৰে এখন সাৰ্ব্বভৌম স্বাধীন ৰাষ্ট্ৰত চাহ মজদুৰ সকলে নিৰ্য্যাতন আৰু নিষ্পেষণৰ মাজত যুঁজ কৰিব লগাত পৰিছে। বাগিছাৰ কোম্পানী বিলাকে আধুনিক যন্ত্ৰপাতি আৰু বিভিন্ন পদ্ধতি নতুন কৰা বাবে বহু মজদুৰ নিবনুৱা হব লগাত পৰিছে।

আমাৰ সংৰক্ষিত বা অসংৰক্ষিত বনাঞ্চল সমূহ মূল্যবান কাঠেৰে পৰিপূৰ্ণ আছিল। ইকৰা খেৰেৰে বহু অঞ্চল ভৰা আছিল। কাক বাঁহৰ পৰিমাণো যথেষ্ট কিন্তু এই সমূহ এতিয়া শেষ হ'ল। অৰণ্য শেষ হ'ল পাহাৰ পৰ্ব্বতৰ গছ-গছনি কাটি উদং কৰা হ'ল। যাৰ ফলত নগাঁৱত বৰষুণৰ পৰিমাণ কমি আহিছে।

এসময়ত মাটিৰ বাচন কুমাৰসকলে তৈয়াৰ কৰিছিল। পানী খোৱা ভাত ৰন্ধা বা অন্য বস্তু ৰখা পাত্ৰ মাটিৰেই তৈয়াৰ কৰি লোৱা হৈছিল। এই বৃত্তি আমাৰ কুমাৰসকলে এৰি দিয়াত সেই শিল্প আনৰ হাতত পৰিল। অন্যবিলাক শিল্পৰ ক্ষেত্ৰতো দশা একেটাই হ'ল। কাঁহ-পিতলৰ কাম কুঁৱৰীটোলৰ মুছলমানসকলে কৰিছিল। জনজাতীয় কাৰ্বিসকলে বাঁহ-বেতৰ কঠ, ঢাৰি, পাতি আদি তৈয়াৰ কৰিছিল। এসময়ত প্ৰত্যেক

ঘৰতে তেল পেৰা সঁজুলি আছিল আজি সেই ব্যৱস্থা নাইকীয়া হ'ল। আগব প্রত্যেকৰ ঘৰতে তাঁতশাল আছিল আজি তাঁতশাল বহুত ঘৰত কমি গৈছে। মিলৰ ৰংচঙীয়া কাপোৰ দেখি তাঁতশালৰ কাপোৰৰ প্রতি মোহ নাইকীয়া হৈ গ'ল।

আমাৰ নৈ-বিলবিলাক যেনে— টনীকাটি, মলহাখোৰা, বৰচাকুলী, সৰুচাকুলী, বৰঘোপ, ম'হ-খুটি, জগৰী, শিলডুবি, বোকাদোবাৰ, ৰিফলু, মিছা, পাতলি, বৌমাৰি, জয়সাগৰ, ভেবভেৰি আদিত মানুহে যথেষ্ট মাছ ধৰিছিল আজি এইবিলাকত মাছ নোহোৱা হ'ল। বহুবিলাক আকৌ ব্রহ্মপুত্রই গ্রাস কৰিলে। মিছা জুৰিত কাৰ্বিসকলে এসময়ত কম মাছ ধৰা নাছিল। এতিয়া এইয়া সপোন যেন লগা হ'ল।

নাও, জাহাজ আৰু ৰেলেই যাতায়তৰ প্রধান ব্যৱস্থা আছিল ইংৰাজ আমোলত। আহোম যুগত নাৱেইহে প্রধান আছিল। অসম বেঙ্গল ৰেল চলিবৰ পৰা যাতায়তৰ ক্ষেত্রত বা কলীয়াবৰৰ লগত অন্য ঠাইৰ সম্পর্ক বেছি হোৱা সুবিধা হ'ল। ইংৰাজ সকলে আকৌ যাতায়তৰ সুবিধাৰ বাবে ধুবুৰীৰ পৰা চৈখোৱা ঘাটলৈকে দক্ষিণ পাৰে গভীৰ অৰণ্যৰ মাজে মাজে পথ নির্মাণ কৰি মাজে মাজে একো একোটা ডাক বাংলা স্থাপন কৰিলে। জখলাবন্ধাৰ পৰা শিলঘাটলৈ যোৱা পথটি সেই সময়তে নির্মাণ হৈছিল। তেনেকৈয়ে নগাৱঁৰ পৰা লাওখোৱালৈ পথটি নির্মাণ হৈছিল। তেতিয়া কুঁৱৰীটোল, ৰঙাগড়া আৰু পুৰণিগুদামত ডাকবাংলা স্থাপন হৈছিল এই ৰাস্তা-ঘাটৰ নির্মাণ বিশেষকৈ চাহবাগিচা সমূহে দ্রুত কৰি তুলিছিল।

প্রথম জখলাবন্ধা, মিছা, সালনা আৰু শিলঘাটত ডাকঘৰ আছিল। মিছাত ডাকঘৰৰ লগতে টেলিগ্রাম অফিচো স্থাপন হৈছিল।

এসময়ত কলঙ আৰু ব্রহ্মপুত্রইদি মাৰোৱাৰী সাউদ সকল আহি ধান, সৰিয়হ মাহ আদি বস্তু নিছিল আৰু তাৰ সলনি মানুহে কাপোৰ, সূতা, নিমখ, তেল, কানি আদি খাদ্য সামগ্রী পাইছিল। এই সাউদ সকলক সাধাৰণতে ৰামদয়ালি বোলা হৈছিল। এই সকলৰ পাচত

মুছলমান আৰু বঙালী লোক সকল আছি দোকান-পোহাৰ দিবলৈ আৰম্ভ কৰে। ১৯০৩ চনত জখলাবন্ধাত নখন, শিলঘাটত আঠখন, কুৰুৱাৰ্তেতো মৰিয়া পাৰত তিনিখন দোকান আছিল জিলা গেজেটিয়াৰে উল্লেখ কৰিছে। সেই সময়ত বজাৰ আছিল শিলঘাট আৰু জখলাবন্ধাত। শিলঘাটৰ বজাৰ আছিল দৈনিক আৰু জখলাবন্ধাত বহিছিল কেৱল দেওবাৰে।

স্বাধীনতা লাভৰ পাচত ইংৰাজৰ স্বাৰ্থ প্ৰণোদিত শাসন ব্যৱস্থাৰ ঠাইত আমাৰ জাতীয় চৰকাৰ প্ৰতিষ্ঠা হ'ল— শাসন ব্যৱস্থাৰ লক্ষ্য হ'ল ভাৰতীয় জনসাধাৰণৰ কল্যাণ সাধন। কিন্তু এই ৰাষ্ট্ৰই ব্ৰহ্মপুত্ৰৰ পলস কঢ়িয়াই অনা কলঙৰ ধাৰা বন্ধ কৰি দিয়াত কলীয়াবৰৰ অৰ্থনীতিতো ডাঙৰ মাৰ পৰিল। মাটিয়ে আগৰ উৰ্ব্বৰতা হেৰুৱালে— মানুহে মাছ-পুথিও খাবলৈ নোপোৱা হ'ল। মানুহ ক্ৰমে দুৰ্বলা হবলৈ ধৰিলে। এতিয়া কলীয়াবৰ উত্তোলিত জলসিঞ্চন আৰু কলঙ সংযোজিত আচনিৰ দ্বাৰা পানী যোগানৰ থি আচনি চৰকাৰে লৈছে সেই আচনি যদি ফলৱতী হয় তেন্তে ভালেই নহলে কলীয়াবৰীয়াই চৰম দাৰিদ্ৰতা সাবটি ল'ব লাগিব। অন্যহাতে নগাঁৱৰ বুকুত যদি দ্বিতীয় কলঙৰ সৃষ্টি হ'ব লগীয়া হয় তেন্তে সেই অৱস্থা কি হ'ব কোৱা নিষ্প্ৰয়োজন।

কলঙে এদিন কলীয়াবৰৰ কৈবৰ্ত্ত লোক সকলৰ জীৱিকা নিৰ্ব্বাহত ভালেখিনি বৰঙনি যোগাইছিল কিন্তু কলঙ বন্ধ হৈ যোৱাত সেই মৎস্যজীবী সকলৰ জীৱনলৈ হাঁহাকাৰ নামি আহিল।

অৱশ্যে স্বাধীনতাৰ পাচত ৰাষ্টাঘাটৰ সুন্দৰ ব্যৱস্থা হৈছে। অট্য অৰণ্যৰ মাজত মানুহৰ সভ্যতাৰ উকি ভাঁহি উঠিছে কিন্তু মানুহৰ জীৱন যাত্ৰাত যেন যতি পৰিছে। অৱশ্যে অসম সমবায় মৰাপাট কল স্থাপন হোৱাত অসমৰ নিবনুৱা সমস্যা দূৰ হোৱাত সামান্য যে সহায় হৈছে সি ধ্ৰুৱপ। অসম সমবায় মৰাপাট কলৰ বাহিৰেও কলীয়াবৰ বয়ন শিল্পকেন্দ্ৰ, গোপালন কেন্দ্ৰ আৰু এতিয়া হোৱা হাতীখাট হাঁহ প্ৰজনন

পাম আৰু গৱেষণা কেন্দ্ৰ, পোতাকলণ্ডত হব খোজা প্ৰস্তাৱিত মীন প্ৰশিক্ষণ আৰু গৱেষণা কেন্দ্ৰ আৰু বুঢ়াবুঢ়ীগড়ৰ ওপৰত হব খোজা বেচম শিল্প কেন্দ্ৰই আমাৰ অৰ্থনৈতিক দিশত কল্যাণ সাধিব পাৰে। বিভিন্ন সমবায় সমিতিসমূহ আৰু বিশেষকৈ ভলাগুৰি সত্ৰ সমবায় সমিতি লিঃ কলীয়াৰবীয়াৰ অৰ্থনৈতিক দিশত অতুলনীয় প্ৰভাৱ পেলোৱাটো মন কৰিবলগীয়া। এই বিষয়ে কিছু বহলাই আলোচনা কৰা হব।

ভলাগুৰি সত্ৰ সমবায় সমিতি লিঃ কলীয়াবৰীয়া বাইজৰ এক অন্যতম খ্যাতি সম্পন্ন অনুষ্ঠান। ই অসমৰ ভিতৰতে শ্ৰেষ্ঠতম সমবায় অনুষ্ঠান বুলি গণ্য হোৱাই নহয়, সমগ্ৰ ভাৰততে ইয়াৰ প্ৰখ্যাতি লাভ কৰিছে।

ভাৰতৰ দৰিদ্ৰ জন সাধাৰণৰ উদ্ধাৰৰ অৰ্থে ১৯০৪ চনতে ভাৰত চৰকাৰে সমবায় আন্দোলন প্ৰতিষ্ঠা কৰি ১৯১২ চনৰ পৰা কৃষকৰ কাৰণে একান্ত প্ৰয়োজনীয় ঋণদানৰ উদ্দেশ্যে ৩/৪ টা মৌজাৰ অন্তৰ্ভুক্ত কৰি একোখন গ্ৰাম্য ঋণদান সমিতি স্থাপন কৰে। কাৰ্য্যক্ষেত্ৰত ইয়াৰ ভাওৰ একোখন সমিতিৰ পৰিচালনা দুৰূহ হোৱাত সেইবোৰ নিষ্ফল হয়।

সেইবাবে ১৯ ৯/২০ চনত ভাৰত চৰকাৰে সকলৈ অসীম দায়িত্ব সম্পন্ন গাঁৱলীয়া বেঙ্ক পতা এক সিদ্ধান্ত গ্ৰহণ কৰে।

নগাওঁৰ তেতিয়াৰ সমবায় বিভাগৰ অবৈতনিক সংগঠক ৺ৰায়বাহাদুৰ ভদ্ৰেশ্বৰ বৰুৱা আৰু পৰিদৰ্শক ৺দুৰ্গেশ্বৰ গোস্বামীৰ প্ৰচাৰ কাৰ্য্যৰ পৰা ভলাগুৰি সত্ৰৰ শ্ৰীখগেশ্বৰ গোস্বামীয়ে সবিশেষ অৱগত হৈ নিজ গাঁৱত এনে এক সমিতি প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা চলায়। সেইমতে ১৯২০ চনৰ ২০ আগষ্ট তাৰিখে সত্ৰৰ ৺শ্ৰীকান্ত গোস্বামী দেৱৰ সভাপতিত্বত শ্ৰীখগেশ্বৰ গোস্বামীৰ ঘৰতে এক বিশেষ সাধাৰণ সভা বহে। তাতে সেই বিষয়া দুজন আছি সভাক উৎসাহিত কৰে আৰু নিবিলাকৰ দিহা পৰামৰ্শতে ভলাগুৰি সত্ৰ গাঁৱলীয়া বেঙ্ক নামৰ এই সমিতি প্ৰতিষ্ঠিত হয়। তাত ৺শ্ৰীকান্ত গোস্বামী সভাপতি, শ্ৰীখগেশ্বৰ গোস্বামী সম্পাদক, ৺যোগেশ্বৰ দেৱ গোস্বামী ৺আনন্দৰাম শইকীয়া, ৺বজোৰাম ভূঞা ভিৰাই শ্যামৰ বৰা আৰু মোঃ মনিৰুদ্দিন মোল্লাক সদস্য ৰূপে নিৰ্বাচিত কৰি

এক কাৰ্য্যকৰী সভা গঠিত হয়।

১৯২০ চনৰ ১৭ চেপ্তেম্বৰ তাৰিখে পঞ্জীভূত কৰাৰ লগে লগে পঞ্জীয়ক মহোদয়ে কৃপা পূৰ্ব্বক তেজপুৰ মহাভৈৰৱ বেঙ্কৰ পৰা ৫০০'০০ টকাৰ এক ধাৰবো মঞ্জুৰি দিয়ে। সেয়ে সমিতিৰ মূল পুঁজি হয়। তাৰ তিনিমাহৰ পাচত নগাওঁ কেন্দ্ৰীয় বেঙ্ক প্ৰতিষ্ঠিত হোৱাত তাৰ পৰাও আৰু ৫০০'০০ টকাৰ ধাৰ পোৱা হয়।

কাৰ্য্যকৰী সভাৰ সদস্য ৺আনন্দৰাম শইকীয়া দেৱৰ সৌজন্যত ইতিমধ্যে স্থানীয় জমাও ২৩০'০০ টকা পোৱা হয়। সমজুৱাৰ সংখ্যা ৪৬ জন হয়। সি সকলক সময়ে সময়ে লগা সকলো প্ৰকাৰৰ ধাৰ যথা সময়ত অতি সহজ সৰল ব্যৱস্থাত এই পুঁজিৰ পৰাই দি থকা হৈছিল। আজিৰ দৰে ৰেজেষ্ট্ৰী কৰা কিম্বা নকৰাত কোনো দলীল পত্ৰৰ ব্যৱস্থা নাছিল। থকৱা জনৰ সাধুতাৰ ওপৰত ঋণৰ থাতাত তেওঁৰ নিজৰ, জামিনজনৰ আৰু সাক্ষীজনৰ চহীয়েই যথেষ্ঠ আছিল। তেতিয়াৰ দিনত মাৰ্চ মাহতে শেষ হোৱা বছেৰেকীয়া হিচাপৰ্ত্ত এই ছমাহৰ ভিতৰত সমিতিৰ আচল লাভ ৩৭'৫০ টকা হয়।

১৯২৩ চনৰ ২ আগষ্ট তাৰিখে তেতিয়াৰ স্বনামধন্য পঞ্জীয়ক ৰায়বাহাদুৰ কনক লাল বৰুৱাদেৱে এই সমিতি পৰিদৰ্শন কৰি এইবুলি লিখি থৈ গৈছে—

"This is another Society which is working vigorously. Nothing is overdue to any of the financing Banks. The Secretary is very energetic and reported to be popular and honest. Working is very satisfactry."

১৯৩০ চনৰ সময়ৰ পৰা সমগ্ৰ পৃথিবী জুৰি বেঙ্ক সমূহৰ এক ভয়ঙ্কৰ দুৰ্য্যোগ ঘটে। তাৰ বতাহে এই বেঙ্কেকো নোকোবোৱাকৈ থকা নাছিল। বৰ গৌৰৱৰ কথা, সেই সময়ৰ ২য় জনা সভাপতি ৺পূৰ্ণকান্ত দেৱ গোস্বামী যুৱা সত্ৰাধিকাৰ দেৱৰ অক্লান্ত পৰিশ্ৰম আৰু কাৰ্য্যকৰী সভাৰ সদস্য সকলৰ সততা, কৰ্ম্ম তৎপৰতা নিষ্ঠাৰ গুণত সমগ্ৰ ভাৰতৰে

এই সমবায় আন্দোলন ব্যৰ্থ হোৱা স্বত্বেও এই বেঙ্ক সজীৱ হৈয়ে থাকিল ।

তেতিয়াৰ সুদক্ষ পঞ্জীয়ক ৺এছ, এল্ মেহ্টা মহোদয়ে ১৯৩৫ চনৰ ২২ নবেম্বৰ তাৰিখে এই বেঙ্ক পৰিদৰ্শন কৰি মন্তব্য কৰিছিল—

"It is very gratifying to find that this society has all its funds provided from deposits; and Reserve fund; and has no liability to the Central Bank. This is one of the best societies I have seen so far and great credit is due for it, to the untiring and selfless secretary Shree Khogeswar Goswami. The management has been quite good."

ওপৰত উল্লেখ কৰি অহা দুৰ্য্যোগৰ ফলত গোটেই সমবায় আন্দোলন ব্যৰ্থ হোৱাত ১৯৫৪/৫৫ চনত ভাৰত চৰকাৰে এনে সমিতিৰ সম্পাদক সকলক বেতন দিয়াৰ আচনি লৈ অপেক্ষা কৃত বৃহত্তৰ বেঙ্ক প্ৰতিষ্ঠা কৰা পৰিকল্পনা গ্ৰহণ কৰে । সেই মতে ১৯৫৬ চনত এই বেঙ্ক সসীম (limited) পৰ্য্যায়ৰ বৃহত্তৰ বেঙ্কলৈ উন্নীত হয় । লগে লগে শিলঘাট টাউন বাদে গোটেই পুৱথৰীয়া মৌজা এই বেঙ্কৰ এলাকাধীন হয় ।

উল্লেখযোগ্য, ১৯৬১ চনত এই বেঙ্কে নিজৰ এক স্বকীয় উপবিধি গ্ৰহণ কৰিবলৈ সমৰ্থ হয়, যাৰ ফলত এক গৃহস্থক লগা সকলো প্ৰকাৰৰ হুক ঋণ সমিতিৰ নিজৰ পুঁজিৰ পৰাই যোগাব পৰা হৈছে ।

কিন্তু ১৯৬১/৬২ চনলৈ এই বৃহত্তম বেঙ্কসমূহো বিপৰ্য্যয়ৰ সন্মুখীন হৈ উঠি যাব লগা হয় । ১৯৬৩ চনত চৰকাৰে এক নতুন আঁচনি কৰি তাতকৈ সৰুকৈ ২/৩ খন গাওঁ লগ লগাই গাওঁ সভা পৰ্য্যায়ত কৃষি সেৱা সমবায় নাম দি সমগ্ৰ অসমৰ ভিতৰতে সৰ্ব্বমুঠ ২৯৯২ খন এনে সমিতি পাতে ।

আচৰিত কথা, ১৯৭১/৭২ চনলৈ এইবিলাক সমিতিও প্ৰায় ধ্বংস প্ৰাপ্ত হয় । জানিব পৰা মতে তাৰ ভিতৰৰ মাত্ৰ ২৬ খনহে এতিয়া আছেগৈ । এনে কাৰণতে অসম চৰকাৰে ১৯৭৩ চনত তেনে কেইবাখনো কৃষি সেৱা সমবায়ৰ একেলগ যুক্ত কৰি সৰ্ব্বমুঠ ৬৬৫ খন গাওঁ পঞ্চায়ত

পর্য্যায়ৰ বহুমুখী সমবায় প্ৰতিষ্ঠা কৰে।

দুৰ্ভাগ্যৰ কথা, এই বহুমুখী সমবায় সমিতি সমূহো এতিয়া বি বিপৰ্য্যয়ৰ সন্মুখীন হৈছে। তাৰ উদ্ধাৰ কল্পে চৰকাৰ পক্ষই বৰ্ত্তমান এক সমবায় আয়োগ প্ৰতিষ্ঠা কৰিছে।

গৌৰৱৰ কথা, চৰকাৰৰ এই নতুন, নতুন আচনিত এই সমিতিয়ে ১৯৬৩ চনত কৃষি সেৱা সমবায় আৰু ১৯৭৩ চনত বৰ্ত্তমানৰ গাওঁ পঞ্চায়ত পৰ্য্যায়ৰ সমিতিলৈ ৰূপান্তৰিত হৈয়ো এতিয়া, ডলাগুৰি সত্ৰ সমবায় সমিতি নামকৰণেৰে নিজ ঐতিহ্য ৰক্ষা কৰি ভাৰতৰ ভিতৰতে সুখ্যাতি লাভ কৰি আছিছে। *

তিনিতৰপীয়া আৰু এতিয়াৰ দুতৰপীয়া পঞ্চায়তী শাসন, ছখন বহুমুখী সমবায় সমিতি, উন্নয়ন খণ্ড আদি নানা চৰকাৰী অনুষ্ঠান প্ৰতিষ্ঠাই কলীয়াবৰৰ অৰ্থনৈতিক প্ৰভাৱ পেলাইছে। এই সমূহ অনুষ্ঠানে যে বাইজ কিছু হলেও উপকাৰ সাধিছে তাত সন্দেহ নাই।

সাংস্কৃতিক জীৱনৰ লগত অৰ্থনীতিৰ এটি নিবিড় সম্বন্ধ আছে অৰ্থ নৈতিক জীৱন সুন্দৰ হলেহে কলা সাধনাৰ সুষ্ঠ পৰিবেশ এটি গঢ়ি উঠে। আহোম যুগত কলীয়াবৰীয়াৰ অৰ্থ নৈতিক জীৱন সুন্দৰ আছিল বাবে সুকুমাৰ কলা চৰ্চ্চা, সাহিত্য আদিত মনোনিবেশ কৰিব পৰিছিল। সত্ৰ সমূহে ৰাজকীয় পৃষ্ঠপোষকতা পাইছিল বাবে ধৰ্ম, সাহিত্য কলা বিষয়ত মন দিব পৰিছিল কিন্তু আজি সেই অৱস্থা নাই। অৰ্থনৈতিক জীৱনৰ হাহাকাৰে কলা সাধনাক মবিমুৰ কৰি দিছে। এই অৱস্থাৰ পৰা উদ্ধাৰ হোৱাৰ আশা আমি দেখা পোৱা নাই। গতিকে আমাৰ ঐতিহ্যখিনি ৰক্ষা কৰিবলৈ বৰ সংগ্ৰাম কৰিব লাগিব। *

---

* শ্ৰীখগেশ্বৰ গোস্বামীদেৱে এইক্ষেত্ৰত আমাক বিশেষ সহায় কৰিছে।

* এই অধ্যায়ত নগাওঁ জিলা গেজেটিয়াৰৰ সহায় লোৱা হৈছে।